# বীৰেন্দ্ৰ ভট্টাচাৰ্যৰ সাহিত্য-কৃতি



সংকলক-সম্পাদক
ডক্টৰ হেমন্তকুমাৰ শৰ্মা
সহযোগী সম্পাদক
শ্ৰীঅচ্যুতকুমাৰ শৰ্মা
শ্ৰীৰাজেন্দ্ৰ মোহন শৰ্মা



১৯৮৩
চন্দ্ৰ প্ৰকাশ ঃ টিহু

BIRENDRA BHATTACHARYAR SAHITYA-KRITI : A collection of critical essays on the life and literary activities of Dr. Birendra Kumar Bhattacharya, the Bhāratiya Jnānpith Award-winner, compiled and edited by Dr. Hemanta Kumar Sarma, assisted by Shri Rajendra Mohan Sarma and Shri Achyut Kumar Sarma, and published by Shri Rajendra Mohan Sarma, Chandra Prakash, Tihu, 1st ed., August, 1983. Price : Board Binding - Rs. 30·00 and Cloth Binding (Delux edition)—Rs. 50·00 only.

---

# বীৰেন্দ্ৰ ভট্টাচাৰ্যৰ সাহিত্য-কৃতি

প্ৰকাশক :

শ্ৰীৰাজেন্দ্ৰ মোহন শৰ্মা

চন্দ্ৰ-প্ৰকাশ,

টিহু-৭৮১৩৭১

প্ৰথম প্ৰকাশ : আগষ্ট ১৯৮৩

বেটুপাত :

পৰিকল্পনা : শ্ৰীমতী অকণিমা ভৰালী

অঙ্কন : শিল্পী শ্ৰীহৰকুমাৰ ডেকা

ছপা :

শ্ৰীপ্ৰশান্তকুমাৰ শৰ্মা, বি. এছ. চি.

পূৰ্বদেশ মুদ্ৰণ

বিহাবাৰী

গুৱাহাটী—৭৮১০০৮

বেচ :

বোৰ্ডেৰে বন্ধা—৩০'০০ টকা

কাপোৰেৰে বন্ধা ( বাছ সংস্কৰণ )—৫০'০০ টকা

# আগকথা

ভাৰতৰ আগশাৰীৰ সাহিত্যিকসকলৰ ভিতৰত জ্ঞানপীঠ বঁটা বিজয়ী ডক্টৰ বীৰেন্দ্ৰকুমাৰ ভট্টাচাৰ্য্যদেৱ অন্যতম। তেখেতে অসমীয়া ভাষাত গল্প, উপন্যাস, কবিতা, প্ৰবন্ধ আদি লিখি অসমীয়া সাহিত্যক সমৃদ্ধশালী কৰি আহিছে ; তদুপৰি সাহিত্যিক হিচাপেও সৰ্বভাৰতীয় সন্মান লাভ কৰি অসমীয়া জাতিৰ গৌৰৱ উজ্জ্বল কৰি তুলিছে। বয়সত ডক্টৰ ভট্টাচাৰ্য্যই এতিয়াও তিনিকুৰিৰ ডেওনা পাৰ হৈ যোৱা নাই আৰু তেখেতৰ কাপৰ পৰা অবিৰলধাৰে ৰচনাৰ সোঁত বৈ আছে আৰু ভৱিষ্যতলৈ থাকিব বুলি আমাৰ দৃঢ় বিশ্বাস। তথাপি বৰ্ত্তমানলৈ প্ৰকাশ পোৱা তেখেতৰ ৰচনাৰাজিৰ এটি মূল্যায়ন হোৱাটো উচিত বুলি বিবেচনা কৰি এই বিষয়ে এখনি গ্ৰন্থ সংকলন আৰু সম্পাদন কৰি দিবলৈ আমাৰ শিক্ষা-গুৰু, সাহিত্যিক আৰু কটন কলেজৰ অধ্যাপক ডক্টৰ হেমন্তকুমাৰ শৰ্মা দেৱক অনুৰোধ জনাওঁ, আৰু লগতে এই কামত শৰ্মা দেৱক সহায় কৰিবলৈ সাহিত্যিক বন্ধু শ্ৰীঅচ্যুতকুমাৰ শৰ্মাদেৱকো অনুৰোধ কৰোঁ। আমাৰ অনুৰোধ ৰাখি প্ৰয়োজনাই, বিশেষকৈ ড°শৰ্মা চাৰে, নানা ব্যস্ততাৰ মাজতো অশেষ যত্ন কৰি পুথিখনিৰ পাণ্ডুলিপিটো যুগুতাই দিয়াত আমি আনন্দ মনে প্ৰকাশ কৰিবলৈ দায়িত্ব লওঁ। আৰু এই সকলো যত্ন-দায়িত্বৰে ফল হ'ল "বীৰেন্দ্ৰ ভট্টাচাৰ্যৰ সাহিত্য-কৃতি"। এই ছেগতে পুথিখনৰ সংকলক-সম্পাদক ড° শৰ্মা চাৰ আৰু সহযোগী শ্ৰীশৰ্মাৰ শলাগ লওঁ।

পুথিখনৰ প্ৰকাশকৰ ক্ষেত্ৰত পূৰ্বদেশ মুদ্ৰণৰ কৰ্মকৰ্তা সকলৰ পৰাও আশানুৰূপ সহায় পাইছোঁ। তেখেতে সকলৈ আন্তৰিক কৃতজ্ঞতা জনাইছোঁ।

শেষত পুথিখনিয়ে সহৃদয় পাঠকৰ পৰা আদৰ পালে আমিও ভৱিষ্যতলৈ এনে গ্ৰন্থ প্ৰকাশ কৰিবলৈ উৎসাহ পাম, এয়ে আমাৰ আশা।

১ আগষ্ট, ১৯৮৩

শ্ৰীৰাজেন্দ্ৰ মোহন শৰ্মা
প্ৰকাশক
চন্দ্ৰ প্ৰকাশ, টিহু

# আমাৰ কথা

যি কেইজন মুষ্টিমেয় অসমীয়া সাহিত্যিকে স্বকীয় প্ৰতিভাৰ বলত আগশাৰীৰ ভাৰতীয় সাহিত্যিক-ৰূপে পৰিচয় দিবলৈ সক্ষম হৈছে, সিসকলৰ ভিতৰত ভাৰতৰ শ্ৰেষ্ঠ সাহিত্যিক-পুৰস্কাৰ স্বৰূপে স্বীকৃত ভাৰতীয় জ্ঞানপীঠ বঁটা বিজয়ী ডক্টৰ বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্যদেৱ অন্যতম। বৰ্তমানলৈ এই বঁটা লাভ কৰোঁতা সকলৰ ভিতৰত ড° ভট্টাচাৰ্যই একমাত্ৰ অসমীয়া আৰু কনিষ্ঠতম ব্যক্তি। এই বঁটাই কেৱল ভট্টাচাৰ্যকে সন্মানিত কৰা নাই, ভট্টাচাৰ্যৰ লগতে গোটেই অসমীয়া জাতিটোকে সন্মানিত কৰিছে, যেনেকৈ নবেল বঁটাই কবি ৰবীন্দ্ৰ নাথৰ লগতে সদৌ ভাৰতবাসীকে সন্মানৰ পাত্ৰ কৰি তুলিছিল। ১৯৭৯ চনত ড° ভট্টাচাৰ্যই জ্ঞানপীঠ বঁটা লাভ কৰে আৰু তাৰ ওঠৰ বছৰ আগতে অৰ্থাৎ ১৯৬১ চনত তেখেতে লাভ কৰে সাহিত্য একাডেমী বঁটা। এই বঁটা লাভ কৰাৰ সময়তো তেখেত পূৰ্বৰ বিজয়ীসকলৰ ভিতৰত কনিষ্ঠতম আছিল। এই কথাই ভট্টাচাৰ্যৰ উজ্জ্বল সাহিত্য-প্ৰতিভাৰে ইঙ্গিত দিয়ে।

এইটো স্বীকাৰ্য যে একমাত্ৰ বঁটা, পুৰস্কাৰ বা প্ৰশংসাই সাহিত্য-প্ৰতিভাৰ মান-দণ্ড নিৰ্ণায়ক হ'ব নোৱাৰে। প্ৰতিভাৰ মান-দণ্ড লেখকৰ ৰচনাৰ মাজতেই নিহিত হৈ থাকে; কেৱল পাঠক বা সমালোচকে বিচাৰি উলিয়ালেই হ'ল। ড° ভট্টাচাৰ্যৰ সাহিত্যৰ ক্ষেত্ৰতো এই কথা খাটে। তেখেতৰ বঁটাৰ কথা এৰি কেৱল যদি ৰচনা-ৰাজিলৈ মন কৰা যায়, তেন্তে দেখা যায় যে সেই ৰচনা-ৰাজিৰ মাজতে প্ৰথম শ্ৰেণীৰ স্ৰষ্টা-সাহিত্যিক এজন জিলিকি আছে।

সাহিত্যৰ ক্ষেত্ৰত ভট্টাচাৰ্যৰ বহুমুখী প্ৰতিভাৰ পৰিচয় পোৱা যায়। তেখেত একেধাৰে কবি, গল্প-লেখক, ঔপন্যাসিক, নাট্যকাৰ, সাংবাদিক আৰু চিন্তাশীল লেখক। "সবাৰ উপৰে মানুষ সত্য তাৰ উপৰে কেহ নাই"—চণ্ডিদাসৰ এই

উক্তিৰ সাৰ্থকতা ভট্টাচাৰ্যৰ ৰচনাত উপলব্ধি কৰিব পাৰি। সমাজৰ বিভিন্ন বিষয়ক লৈ ভট্টাচাৰ্যই বিভিন্ন প্ৰকাৰৰ ৰচনা লেখিলেও গভীৰ মানৱতাবোধে প্ৰায়বোৰ ৰচনা সমুজ্জ্বল কৰি তুলিছে।

সকলোপৰা গভীৰ অধ্যয়ন-প্ৰিয় আৰু চিন্তাশীল ভট্টাচাৰ্য গান্ধী আৰু মাৰ্ক্সৰ দৰ্শনৰ দ্বাৰা বহু পৰিমাণে প্ৰভাবান্বিত। তেখেতৰ ৰাজনৈতিক আৰু সামাজিক চিন্তা-চেতনাৰ বিকাশৰ ক্ষেত্ৰত মহাত্মা গান্ধী, ড° ৰামমনোহৰ লোহিয়া, জয়প্ৰকাশ নাৰায়ণ আদিৰ আদৰ্শৰ প্ৰভাৱ মন কৰিব লগীয়া আৰু সেই প্ৰভাৱ তেখেতৰ বিভিন্ন ৰচনাত প্ৰতিফলিত হোৱা দেখা যায়। ভট্টাচাৰ্যৰ ৰাজনৈতিক চেতনা অহিংসাবাদৰ ওপৰত প্ৰতিষ্ঠিত। গান্ধীজীয়ে আত্মজীৱনীত কৈছিল যে "সত্যৰ বাহিৰে আন ঈশ্বৰ নাই, আৰু সেই সত্যক উপলব্ধি কৰিব পাৰি একমাত্ৰ অহিংসাৰ দ্বাৰাহে। গান্ধীজীৰ এই আদৰ্শৰ কথা ভট্টাচাৰ্যৰ ৰচনাত লক্ষ্য কৰিব পাৰি। তেওঁ 'মৃত্যুঞ্জয়' উপন্যাসৰ এটা চৰিত্ৰৰ মুখেদি কোৱাইছে—"মানুহ নমৰাকৈ যদি যুঁজিব পাৰিলোহেঁতেন, তেন্তে কিমান সুন্দৰ হ'লহেঁতেন।"

স্বসম্পাদিত 'ৰামধেনু' আলোচনীতেই ভট্টাচাৰ্যই কবি হিচাপে প্ৰতিষ্ঠা লাভ কৰে। 'ৰামধেনু'ৰ উপৰি অন্যান্য সম-সাময়িক কাকত-পত্ৰতো ভট্টাচাৰ্যৰ গীত আৰু কবিতা প্ৰকাশিত হয়। এতিয়ালৈকে তেখেতৰ প্ৰকাশিত গীত-কবিতাৰ সংখ্যা প্ৰায় ডেৰ শ। এইবোৰ সংগৃহীত আৰু প্ৰকাশিত হৈ ওলালে অসমীয়া কাব্য-সাহিত্যৰ এটি মূল্যবান সম্পদ হ'ব আৰু তেতিয়া ভট্টাচাৰ্যৰ গীত-কবিতাৰ ওপৰত প্ৰকৃতভাৱে মূল্যায়ন কৰাটোও সুবিধাজনক হ'ব। ভট্টাচাৰ্যৰ ৰচিত "আমি বহুৰাম জনতাৰ দৰবাৰ, আমি বহুৰাম জনতাৰ চৰকাৰ" আৰু "বিষ্ণু ৰাভা এতিয়া কিমান ৰাতি" এই দুটি বিখ্যাত কবিতাত বিপ্লৱী কবিৰ জনগনৰ প্ৰতি থকা গভীৰ আস্থা আৰু নতুন সমাজ গঢ়াৰ সপোন প্ৰতিফলিত হৈছে। ইয়াৰ উপৰি 'ক্ৰুচৰ বন্ধুলৈ', 'জনতা', 'জীৱনৰ বিপুল অমৃত ৰাশি', 'আমাৰ কতনা আশা', 'অৰ্ঘ্য', 'অন্তৰতম' আদি ভট্টাচাৰ্যৰ উল্লেখযোগ্য কবিতা।

'ৰামধেনু' আলোচনীৰ যোগেদি ভট্টাচাৰ্যই গল্প-লেখক হিচাপে প্ৰতিষ্ঠা লাভ কৰে। তেখেতৰ বিভিন্ন কাকতত প্ৰকাশিত গল্পৰ সংখ্যা প্ৰায় তিনি কুৰি। ইয়াৰে কেইটামান গল্পৰ দুটা সংকলন হ'ল 'কলং আজিও বয়' আৰু 'সাতসৰী'। বেছি ভাগ গল্পই ষাঠী আৰু সত্তৰৰ দশকত লিখা। পিছত

গল্প এবি উপন্যাস ৰচনাত গভীৰভাৱে মনোনিবেশ কৰিলেও প্ৰকাশিত গল্পৰ মাজেদি ভট্টাচাৰ্যই এজন নিপুণ গল্পকাৰ হিচাপে পৰিচয় দিব পাৰিছে। সমাজত বিবিধ সমস্যা, মানৱতাবোধ, নৈতিক, আধ্যাত্মিক, যৌন আদি সমস্যাৰ চিত্ৰও তেখেতৰ গল্পত প্ৰতিফলিত হৈছে। 'ছিৰালা আৰু চিন্দুইন' আৰু 'আজি বিয়া পৰহিলৈ গাওঁ পঞ্চায়ত' গল্পত নগা জীৱনৰ চিত্ৰ মূৰ্ত হৈ উঠিছে।

ভট্টাচাৰ্যৰ প্ৰথম উপন্যাস 'ৰাজপথে ৰিঙিয়ায়' (১৯৫৫) ৰ পৰা 'কালৰ হুমুনিয়া'লৈ (১৯৮২) মুঠ এঘাৰখন উপন্যাস প্ৰকাশিত হৈছে। ইয়াৰ ভিতৰত 'আই', 'ইয়াৰুইঙ্গম', 'শতঘ্নী', 'মৃত্যুঞ্জয়,' আৰু 'প্ৰতিপদ' ইংৰাজী আৰু আন কেইবাটিও ভাৰতীয় ভাষালৈকো অনূদিত হৈছে। উপন্যাস কেইখনৰ যোগেদি ভট্টাচাৰ্যৰ সাহিত্য-প্ৰতিভাৰ সুন্দৰ বিকাশ ঘটিছে। 'ৰাজপথে ৰিঙিয়ায়'ত লেখকে যুগ যুগ ধৰি লাঞ্ছিত-শোষিত হোৱাসকলৰ ন্যায্য প্ৰাপ্তিৰ দাবী, আদৰ্শবাদী দৃষ্টিভঙ্গী আৰু সমাজ-সচেতনতাৰ ইঙ্গিত দিছে। 'আই' আৰু 'মুনিচুনিৰ পোহৰ'ত আছে—নিম্নবিত্ত গঞা ৰাইজৰ আৰ্থ-সামাজিক সমস্যা আৰু ভাঙনমুখী সমাজৰ চিত্ৰ। 'ইয়াৰুইঙ্গম'ত লেখকে ২য় মহাসমৰৰ পিছত নগা-পাহাৰত সংঘটিত হোৱা বিবিধ সামাজিক, ৰাজনৈতিক সমস্যা আৰু নগাসকলৰ মাজত জাগি উঠা জাতীয়তাবোধৰ চিত্ৰ বৰ নিষ্ঠা আৰু সহানুভূতিৰে অংকন কৰিছে। ৰাজনৈতিক মুক্তি বা অৰ্থনৈতিক মুক্তিয়েই শেষ কথা নহয়, শেষ লক্ষ্য হ'ল মানুহ হোৱাহে। এনে এটি মত উপন্যাসখনত দাঙি ধৰা হৈছে। 'প্ৰতিপদ'ত ১৯৩৯ চনত তেজ নগৰী ডিগবৈত হোৱা ব্যাপক ধৰ্মঘটৰ পটভূমিত বনুৱা আন্দোলন তথা অৰ্থনৈতিক শোষণ আৰু সামাজিক অবিচাৰৰ বিৰুদ্ধে এদল লোকে কেনেকৈ থিয় দিছে তাকে নিপুণভাৱে দেখুওৱা হৈছে।

বিয়াল্লিছৰ স্বাধীনতা আন্দোলনৰ পটভূমিত এদল স্বাধীনতা সংগ্ৰামী লোকে মিলিটাৰী ভৰা ৰেল-গাড়ী এখন বগৰোৱা ঘটনাক কেন্দ্ৰ কৰি 'মৃত্যুঞ্জয়' উপন্যাসখন লিখা হৈছে। ইয়াত স্বাধীনতাৰ কাৰণে সাধাৰণ মানুহৰ অসীম ত্যাগ, মানসিক দ্বন্দ্ব, মহৎ আদৰ্শ, পুলিচৰ অত্যাচাৰ-উৎপীড়নৰ চিত্ৰ অতি কলাসুলভভাৱে অংকন কৰা হৈছে। পটভূমি অসমৰ হলেও 'মৃত্যুঞ্জয়'ৰ মাজেদি ভাৰতৰ স্বাধীনতা সংগ্ৰামৰে এটি সুন্দৰ চিত্ৰ অংকিত হৈছে।

জীয়াই থকাৰ বাবে সংগ্ৰাম, আত্মপ্ৰতিষ্ঠাৰ বাবে সংগ্ৰাম আৰু স্বাধীনতাৰ বাবে সংগ্ৰাম আৰু তাৰ লগত জড়িত আশা আৰু আকাংক্ষা, হিংসা-বিদ্বেষ,

প্ৰেম-ঘৃণা, বিচিত্ৰ মানৱীয় অনুভূতিক কেন্দ্ৰ কৰি ৰচা 'প্ৰতিপদ', 'ইয়াকইঙ্গম' আৰু 'মৃত্যুঞ্জয়'ক বীৰেন্দ্ৰ-উপন্যাস-মালাৰ 'ত্ৰিৰত্ন' বুলি আখ্যা দিব পাৰি।

ভট্টাচাৰ্যৰ বাকী উপন্যাসৰ ভিতৰত 'শতঘ্নী'ত চীনা আক্ৰমণৰ পটভূমিত মাৰ্ঘেৰিটাৰ এটা পৰিয়ালৰ কাহিনী, 'ৰঙা মেঘ'ত কৈৱৰ্ত সম্প্ৰদায়ৰ সামাজিক অৱস্থা আৰু 'বল্লৰী'ত তথাকথিত আধুনিকতাৰ কুপ্ৰভাৱৰ চিত্ৰ অংকিত হৈছে। 'কবৰ আৰু ফুল' বাংলাদেশৰ মুক্তি-সংগ্ৰামৰ পটভূমিত ৰচিত। 'কালৰ হুমুনিয়া'ত চাহ বাগিছাৰ ইংৰাজ মালিকৰ বিভিন্ন প্ৰকাৰে শোষণ আৰু স্বাধীনতা আন্দোলনৰ সময়ত মালিক আৰু বনুৱাৰ মাজত হোৱা সংঘৰ্ষৰ চিত্ৰ ফুটি উঠিছে। 'ডাইনী' আৰু 'নষ্টচন্দ্ৰ' প্ৰেমভিত্তিক, সামাজিক আৰু মনস্তাত্ত্বিক উপন্যাস। 'অগ্নিগড়'ত হিংসাত্মক বিপ্লৱৰ পথ আৰু লোক-হিতকাৰী মানৱতাবাদৰ দোমোজাত পৰা এজন বিপ্লৱী যুৱকৰ মানসিক সংঘাত দেখুওৱা হৈছে। 'পৰিব্ৰাজক'ত ৰুচ আৰু ভাৰতীয় সমাজ-বিপ্লৱৰ আভাস আৰু 'টব' আৰু ইভা'ত এহাল চিম্পাঞ্জীক কেন্দ্ৰ কৰি প্ৰজনন সম্পৰ্কে বৈজ্ঞানিক সম্পৰীক্ষাৰ কথা কোৱা হৈছে। এইদৰে দেখা যায় যে ভট্টাচাৰ্যৰ উপন্যাসৰ বিষয়বস্তু যেনেকৈ ব্যাপক তেনেকৈ বৈচিত্ৰ্যপূৰ্ণও; উপন্যাসৰ প্ৰায়বোৰ চৰিত্ৰ যেনেকৈ উজ্জ্বল—স্পষ্ট তেনেকৈ ভাষাও শক্তিশালী। চিন্তাৰ গভীৰতা আৰু মানৱতা-বোধ তেওঁৰ ৰচনাৰ প্ৰধান উপজীব্য।

ভট্টাচাৰ্য এজন নাট্যকাৰো। ১৯৪৬ চনত আকাশবাণী কলিকতা কেন্দ্ৰৰ পৰা 'বলিয়া বৰাগী' নামে এখন নাট পচাৰিত হয়। বোধকৰোঁ সেইখনেই তেওঁৰ প্ৰথম নাট। ইয়াৰ উপৰি গুৱাহাটীত আকাশবাণী কেন্দ্ৰ স্থাপিত হোৱাত ভট্টাচাৰ্যৰ ভালেমান নাট উক্ত কেন্দ্ৰৰ পৰা প্ৰচাৰিত হয়। তেনে নাটৰ সংখ্যা প্ৰায় ডেৰ শ। ইয়াৰ ভিতৰত 'জোনালী', 'ভাৰত', শকুন্তলা', 'মুক্তি', 'সোণৰ ভোগজৰা', 'অহল্যা' আদি প্ৰধান। একক অভিনয়ৰ বাবেও তেওঁ 'গোমধৰ কোঁৱৰ', 'পিয়লি ফুকন', 'মণিৰাম দেৱান', আদিকৈ পাঁচখন নাট লিখিছে। তদুপৰি ফৰাচী নাট্যকাৰ মলিয়েৰৰ 'Turtusse'-অৰ 'ব্ৰহ্মচাৰী' নাম দি অসমীয়া ভাঙনি কৰিছে আৰু এই নাটখন মঞ্চস্থও কৰা হৈছে; কিন্তু দুখৰ কথা যে ভট্টাচাৰ্যৰ এখন নাটকো এতিয়ালৈ প্ৰকাশ পোৱা নাই। প্ৰকাশ পালে ভট্টাচাৰ্যৰ নাট্য-প্ৰতিভা সম্পৰ্কেও আলোচনা কৰিবলৈ সুচল হ'ব।

অসমীয়া জীৱনী-সাহিত্যলৈকো ভট্টাচাৰ্যই মূল্যৱান অৰিহণা যোগাইছে। তেখেতৰ জীৱনী গ্ৰন্থসমূহ হ'ল—'শ্ৰীঅৰবিন্দ', 'বঙ্গদেশৰ নৱ জাগৰণ আৰু

ঈশ্বৰচন্দ্ৰ বিদ্যাসাগৰ' আৰু 'কৰ্মবীৰ চন্দ্ৰনাথ শৰ্মা'। সেইদৰে ভ্ৰমণ-সাহিত্যতো ভট্টাচাৰ্যৰ অৱদান আছে। তেখেতে ১৯৬৮ চনত কছ দেশ ভ্ৰমণৰ অভিজ্ঞতা লৈ দিনলেখাৰ পদ্ধতিৰে 'সীমাই আমনি কৰে' নামৰ ভ্ৰমণ-বৃত্ত এখন ৰচনা কৰে। তদুপৰি ১৯৮৩ চনত আকৌ এবাৰ কছদেশ ভ্ৰমণ কৰি আহি 'ৰাছিয়া যাত্ৰা' নামৰ আন এখন ভ্ৰমন কাহিনী লিখি আছে।

ডক্টৰ ভট্টাচাৰ্য মুলতঃ সৃষ্টিশীল সাহিত্যিক যদিও তেখেত গভীৰ অধ্যয়নশীল ব্যক্তি আৰু আগশাৰীৰ সমালোচক। তেখেতে অসমীয়া আৰু ইংৰাজী ভাষাত সাহিত্য, সংস্কৃতি, ৰাজনীতি, অৰ্থনীতি, ধৰ্ম আৰু সমসাময়িক বিবিধ সমস্যাৰ ওপৰত দুহেজাৰ মান প্ৰবন্ধ আৰু সম্পাদকীয় নিবন্ধ ৰচনা কৰিছে। এইবোৰ বিষয়-বস্তু অনুসাৰে সংগৃহীত আৰু প্ৰকাশিত হৈ ওলালে অসমীয়া চিন্তাশীল সাহিত্যৰ ভঁৰাল চহকী হ'ব বুলি আশা কৰিব পাৰি। ভট্টাচাৰ্যই প্ৰবন্ধৰ উপৰি 'ডেৰ শ বছৰৰ অসমীয়া সংস্কৃতিত এভুমুকি' আৰু 'মপিন উছৱ' নামৰ দুখন সংস্কৃতিমুলক গ্ৰন্থ লিখিছে। তদুপৰি তেওঁৰ 'Humaur and Satire in Assamese Literature' নামৰ গৱেষণা-গ্ৰন্থখনেও অসমীয়া সমালোচনা- সাহিত্যৰ এটি দিশ নিৰ্ণয়ত সহায় কৰিব। ইয়াৰ উপৰি ভট্টাচাৰ্যৰ অনুদিত 'দেৱদুন্দুভি বাজে কাৰ বাবে', 'পৰিণীতা', 'ভাৰতৰ ইতিহাস' আদি গ্ৰন্থও অসমীয়া সাহিত্যলৈ বিশিষ্ট বৰঙণি।

ওপৰত ভট্টাচাৰ্যদেৱৰ সাহিত্য-কৃতিৰ এটি ৰেখাহে অংকন কৰা হ'ল। আমাৰ বিশ্বাস, এই গ্ৰন্থখনত সন্নিবিষ্ট বিভিন্ন প্ৰবন্ধত ভট্টাচাৰ্যৰ সাহিত্য-প্ৰতিভাৰ সম্যক পৰিচয় পোৱা যাব।

* * *

'বীৰেন্দ্ৰ ভট্টাচাযৰ সাহিত্য-কৃতি'ৰ গুৰিতেই হ'ল টিহুৰ 'চন্দ্ৰ প্ৰকাশ'ৰ স্বত্বাধিকাৰী আৰু আমাৰ প্ৰাক্তন ছাত্ৰ শ্ৰীমানৰাজেন্দ্ৰ মোহন শৰ্মাৰ এনে এখনি পুথি প্ৰকাশ কৰাৰ একান্ত আগ্ৰহ আৰু বহুদিনৰ পৰা আমাৰ মনত পুহি ৰখা এটি প্ৰবল চিন্তা। সেয়া হ'ল—অসমীয়া লেখকৰ জীৱিত কালত, বিশেষকৈ লেখকজন সৃষ্টি-সক্ষম হৈ থকা অৱস্থাত, তেওঁৰ ৰচনাৰ মুল্যায়ন কৰাটো অতীব প্ৰয়োজন। কিয়নো এনে গ্ৰন্থৰ বিষয়সমূহ শুনা কথা বা অনুমানৰ ওপৰত নিৰ্ভৰ নকৰি শুদ্ধ তথ্যৰ ওপৰত ভিত্তি কৰি প্ৰকাশ কৰিবলৈ অধিক সুচল

হয়; তদুপৰি এনে গ্ৰন্থৰ পৰা পাঠকৰ উপৰি লেখকেও আনৰ অভিমত জানি লৈ উপকাৰ পাব পাৰে; কিন্তু আমি দুখেৰে লক্ষ্য কৰিছো যে বৰ্তমানলৈ নিচেই কেইগৰাকীমান অসমীয়া লেখকৰহে সাহিত্য-কৃতিৰ মূল্যায়ন কৰিবলৈ যত্ন কৰা হৈছে আৰু সিসকলৰ সৰহভাগেই এই পৃথিৱীৰপৰা বিদায় লৈছে। তেওঁলোকৰ হয় মৃত্যু তিথিত, নহয় জন্ম শতবাৰ্ষিকী উপলক্ষ্যেহে এনে ধৰণৰ গ্ৰন্থ ( স্মৃতিগ্ৰন্থ ) প্ৰকাশ কৰা হৈছে। লেখকৰ জীৱদ্দশাত প্ৰকাশিত এনে গ্ৰন্থৰ ভিতৰত 'চৌধাৰীৰ সাহিত্য-প্ৰতিভা', 'হাজৰিকাৰ সাহিত্য-প্ৰতিভা', 'বেণুধৰ শৰ্মা অভিনন্দন গ্ৰন্থ', 'ত্ৰৈলোক্যনাথ গোস্বামী অভিনন্দন গ্ৰন্থ' আদিৰ নাম উল্লেখ কৰিব পাৰি; কিন্তু এনে গ্ৰন্থৰ প্ৰয়োজনৰ কথা অনুভৱ কৰি ভাৰতীয় জ্ঞানপীঠ বঁটা বিজয়ী আৰু অসমীয়াৰ গৌৰৱ ডক্টৰ বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্যদেৱৰ জীৱনৰ বিভিন্ন দিশ সামৰি আৰু প্ৰকাশিত ৰচনাৱলীৰ ওপৰত সমালোচনাত্মক দৃষ্টিভঙ্গীৰে এই গ্ৰন্থখনি যুগুত কৰিবলৈ সিদ্ধান্ত লওঁ আৰু সেই মৰ্মে ভট্টাচাৰ্যৰ জীৱনী আৰু সাহিত্য-কৰ্মক বিভিন্ন দিশত বিভক্ত কৰি প্ৰতিটো দিশত অন্ততঃ একোটিকৈ প্ৰবন্ধ লিখিবলৈ ভালেমান কৃতী লেখক-লেখিকাক অনুৰোধ জনাওঁ। আমাৰ অনুৰোধ ৰক্ষা কৰি সৰহ সংখ্যক লেখক-লেখিকাই আনন্দ মনে প্ৰবন্ধ লেখি দি আমাক উৎসাহিত কৰে। কিছুমানে অৱশ্যে প্ৰবন্ধ পঠিয়াব বুলি আশা দিও শেষ মুহূৰ্তত নিদিলে। ফলত আমাৰ আঁচনি অনুসৰি আটাইবোৰ প্ৰবন্ধ গ্ৰন্থখনত সন্নিৱিষ্ট কৰিব নোৱাৰি আমি দুঃখিত। ই যি নহ'ক, যিসকল লেখক-লেখিকাই আমাৰ অনুৰোধক্ৰমে প্ৰবন্ধ দি গ্ৰন্থখনৰ সৌষ্ঠৱ বৃদ্ধিত সহায় কৰিলে, তেখেত সকলক আন্তৰিক কৃতজ্ঞতা জ্ঞাপন কৰিলোঁ। গ্ৰন্থখনৰ আঁচনি কৰোঁতে সাহিত্যাচাৰ্য শ্ৰীঅতুলচন্দ্ৰ হাজৰিকাদেৱ আৰু অধ্যাপক শ্ৰীযোগেশ দাসদেৱৰপৰা দিহা-পৰামৰ্শ আৰু উৎসাহ পাইছো। আঁচনিৰ উপৰি প্ৰবন্ধ, ফটো আদি সংগ্ৰহৰ ক্ষেত্ৰত কথা-সাহিত্যিক শ্ৰীঅচ্যুত কুমাৰ শৰ্মা আৰু শ্ৰীৰাজেন্দ্ৰ মোহন শৰ্মা এই দুয়োগৰাকী সহযোগী সম্পাদকৰ পৰাও সততে সহায় পোৱা গৈছে। তদুপৰি ড° ভট্টাচাৰ্য সম্পৰ্কে আৱশ্যকীয় তথ্য-পাতি পাইছো ভট্টাচাৰ্যদেৱৰ সুযোগ্যা সহধৰ্মিণী শ্ৰদ্ধেয়া শ্ৰীমতী বিনীতা ভট্টাচাৰ্যৰ পৰা। গ্ৰন্থখনৰ বেটুপাতটোৰ পৰিকল্পনা কৰি দিয়ে আমাৰ প্ৰাক্তন ছাত্ৰী অধ্যাপিকা শ্ৰীমতী অৰুণিমা ভৰালীয়ে আৰু সেই মৰ্মে বেটুপাতটো যত্নেৰে অঙ্কন কৰি দিছে শিল্পী শ্ৰীহৰকুমাৰ ডেকাই। আটাইলৈ মোৰ আন্তৰিক কৃতজ্ঞতা যাচিছোঁ। পুথিখনৰ পাণ্ডুলিপি প্ৰস্তুত কৰি বা পুথিখনৰ প্ৰকাশৰ ক্ষেত্ৰত আমাক সহায় কৰি উৎসাহ দিছে—ড° ৰবীন্দ্ৰ

মোহন শৰ্মা, শ্ৰীশৈলেন্দ্ৰ মোহন শৰ্মা, শ্ৰীঅচ্যুত শৰ্মা আৰু শ্ৰীঅঞ্জন কুমাৰ শৰ্মাই। এওঁলোক আমাৰ ধন্যবাদৰ পাত্ৰ। শেষত এনে এখনি পুথি যত্নেৰে ছপাই দিয়া কাৰণে পূৰ্বদেশ মুদ্ৰণৰ কৰ্মকৰ্তাসকলকো ধন্যবাদ জ্ঞাপন কৰিলোঁ।

সদৌ শেষত গ্ৰন্থখনিয়ে সহৃদয় পাঠকবৰ্গৰ সহানুভূতি পালে আমাৰ শ্ৰম সাৰ্থক হোৱা বুলি ভাবিম।

৬ আগষ্ট ১৯৮৩

কটন কলেজ, গুৱাহাটী

হেমন্তকুমাৰ শৰ্মা



ড° হেমন্তকুমাৰ শৰ্মা : ড° বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্য : শ্ৰীৰাজেন্দ্ৰমোহন শৰ্মা

# সূচীপত্ৰ

## পৰিশিষ্ট

# জয়তু জ্ঞানবীৰ বীৰেন্দ্ৰকুমাৰ

সাহিত্যাচাৰ্য শ্ৰীঅতুলচন্দ্ৰ হাজৰিকা

কণা হাঁহক পতান দিয়াৰ নিচিনাকৈ ভাৰত চৰকাৰ আৰু সৰ্বভাৰতীয় অনুষ্ঠানবিলাকে অসমক সদায় মাখিটো, মকৰাটো দি আভুৱা ভাবি আহিছে আৰু শলাৰ মুখত মাখিটো পৰাৰ দৰে আমি তাকে গ্ৰহণ কৰি আত্মসন্তুষ্টি লাভ কৰিব লগীয়া হৈছে। এনে এটা বিসদৃশ পৰিস্থিতিৰ মাজত ডক্টৰ শ্ৰীবীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্য জ্ঞানপীঠ বঁটা লাভ কৰাটো তেওঁৰ পক্ষে আৰু সমগ্ৰ অসমীয়া জাতিৰ পক্ষে এক বিৰল সৌভাগ্যৰ কথা বুলি ক'ব পাৰি। জ্ঞানপীঠ পুৰস্কাৰত ধন আৰু সন্মান দুয়োটাই আছে। আমাক দুয়োটাকে লাগে। কেৱল সন্মানেৰে পেট নভৰে আৰু ধনেও মনক চহকী কৰিব নোৱাৰে। আগেয়ে হাৰৰ কথা, পিছতহে চাউলৰ কথা। আমাৰ সৰহভাগ অসমীয়া সাহিত্যিকৰে আৰ্থিক অৱস্থা পুতৌ কৰিব লগীয়া। কিতাপ লিখি তেওঁলোকৰ বেছি ভাগেই পেটৰ ভাতমুঠি মোকোলাবলৈ সমৰ্থ নহয়। বীৰেন ভট্টাচাৰ্যও এইসকলৰ ব্যতিক্ৰম নাছিল। জ্ঞানপীঠে তেওঁক সন্মান দিয়াৰ উপৰিও লাখ টকীয়া কৰি অন্ন সংস্থানৰো সুগম পথ ৰচনা কৰি দিলে। এই বিষয়ত মই নিজেও এজন ভুক্তভুগী। সেই কাৰণে ভট্টাচাৰ্যৰ কৃতকাৰ্যতাত মই যে নথৈ সুখী হৈছো সেই কথা নক'লেও হ'ব।

ঘনিষ্ঠভাৱে বৰ ওচৰৰপৰা নাজানিলেও মই শ্ৰীবীৰেন ভট্টাচাৰ্যক এজন সাহিত্যিক হিচাপে বহু বছৰ আগৰপৰাই জানো। মোৰ চকুৰ আগতে তেওঁ এজন নবীন সাহিত্যিকৰ পৰা ক্ৰমাৎ দোপতদোপে উন্নতি লাভ কৰি আজি এজন লব্ধ প্ৰতিষ্ঠ প্ৰবীণ সাহিত্যিক হ'ব পাৰিছে। ই নিশ্চয় বৰ সন্তোষৰ কথা। নল মৰি গজালি ওলায়, দুৰ্ভাগ্যবশতঃ আমাৰ অসমীয়া সাহিত্যিক সকলৰ মাজৰ নল মৰিছে বহুত; কিন্তু সুস্থ সুঠাম গজালি ওলাইছে খুব কম। ভট্টাচাৰ্য কিন্তু আদিৰে পৰাই তেনে লেউ-সেউ গজালি নাছিল। বৰ্তমানে তেওঁ নিজ

প্ৰতিভাৰে অসমীয়া সাহিত্য-ক্ষেত্ৰত মান-যশ আৰ্জি প্ৰাচীন সকলৰ আসনত বহিবলৈ লায়কৰ সাহিত্যিক হৈছে।

সন্তোষৰ কথা যে ডক্টৰ ভটাচাৰ্য আগন্তুক বঙাইগাঁৱত অনুষ্ঠিত হ'ব লগীয়া অসম সাহিত্য সভাৰ সভাপতি নিৰ্বাচিত হৈছে। এই আসনত কেতিয়াবাই তেওঁ বহিব লাগিছিল বুলি মই ব্যক্তিগতভাৱে অনুভৱ কৰি আহিছো। পলমকৈ হ'লেও তেওঁ এই দায়িত্ব গ্ৰহণ কৰিবলৈ আগবাঢ়ি অহাত সাহিত্য সভাৰ এটা নতুন যুগৰ সূচনা হ'ব বুলি আমি সকলোৱে আশা ক'ৰিছো। কিয়নো ডক্টৰ ভট্টাচাৰ্য নতুন আৰু পুৰণিৰ মিলনসেতু স্বৰূপ। তেওঁৰ চিন্তা আৰু ভাবধাৰাত যেনেকৈ প্ৰগতিবাদ আছে, তেনেকৈ পুৰণিৰ প্ৰতিও তেওঁৰ সমান অনুৰাগ থকাটো মই লক্ষ্য কৰি আহিছো। সচৰাচৰ অসম সাহিত্য সভাখন পুৰণ সকলেই খামোচ মাৰি ধৰি থকা বুলি অহুকাণে পহুকাণে শুনা যায়। অৱশ্যেই সম্পূৰ্ণভাৱে নহ'লেও আংশিকভাৱে সত্য হ'ব পাৰে, সেই কাৰণে আগতীয়াকৈ ভট্টাচাৰ্যৰ নেতৃত্বলৈ শুভেচ্ছা আগবঢাইছো।

ডক্টৰ ভট্টাচাৰ্য একেধাৰে কবি, চুটিগল্প লেখক, ঔপন্যাসিক, প্ৰবন্ধকাৰ আৰু সাংবাদিক। এই আটাইকেইটা দিশতে তেওঁৰ অৱিহণা কম-বেছি পৰিমাণে মূল্যৱান। কবি হিচাপে ভটাচায সম্পৰ্কে মই কোনো মন্তব্য নিদিওঁ। তেও যিবিধ কবিতাৰ লগত সনাপৰিচিত সেইবিধ কবিতাৰ লগত মোৰ ৰাহিজোৰা অহা নাই। গতিকে মোৰ লগত সম্পৰ্ক নথকা বিষয়ে মই মাত নেমাতো। ভটাচাৰ্যৰ চুটিগল্প আৰু উপন্যাস সকলোবোৰ মই পঢ়া নাই। যিবোৰ পঢ়িছো, সেইবোৰত লেখকৰ স্বকীয় কৃতিত্ব দেখি ভাল পাইছিলো। তেওঁৰ উপন্যাস-বিলাকৰ ভিতৰত নগা পটভূমিত লিখা 'ইয়াৰুইঙ্গম' আৰু ডিগবৈ বন্দৰা আন্দোলনৰ পটভূমিত লিখা 'প্ৰতিবাদ' নামৰ উপন্যাস দুখন মোৰ মানত সৰ্বশ্ৰেষ্ঠ। বঁটা বিজয়িনী 'মৃত্যুঞ্জয়' উপন্যাসখন এই দুখনৰ ওপৰত হ'ব নোৱাৰে বুলি মোৰ ব্যক্তিগত ধাৰণা। 'মৃত্যুঞ্জয়'ত ৰঙা বিয়াল্লিশৰ হিংসাবাদী আন্দোলনৰ ফটফটীয়া ছবি আছে। মহাত্মা গান্ধীৰ অহিংস নীতিৰ গোন্ধভাপ তাত কমেহে আছে। তথাপি ৰজাই ভাল দেখে যাক, দোলা-ঘোঁৰাও নালাগে তাক। সেই কাৰণে ৰজা আৰু ৰাইজে ভাল বুলিছে যেতিয়া মযো 'মৃত্যুঞ্জয়'ক বেয়া নোবোলো; কিন্তু 'ইয়াৰুইঙ্গম' আৰু 'প্ৰতিপদ'ৰ ওপৰত স্থান নিদিওঁ। কথা ইমানেই। কিন্তু 'মৃত্যুঞ্জয়' যে এখন ভাল উপন্যাস নহয় তেনে কথাও মই নকওঁ।

বীৰেন্দ্ৰকুমাৰ ভট্টাচাৰ্যৰ সামূহিক সাহিত্যৰ স্থান নিশ্চয় ওপৰত। তেওঁৰ

আটাইকেইখন কিতাপ একত্ৰে পঢ়ি এটা সৰ্বাত্মক পৰ্যালোচনা আগবঢ়াব পৰা হ'লে ভাল পালোঁহেঁতেন। কিন্তু সেই কামৰ বাবে মোৰ বয়স আৰু সাম্প্ৰতিক স্বাস্থ্য সমূলি অনুকূল নহয়। যোগ্যজনে সেই কাম কৰিব বুলি মই আশা কৰিছো। এসময়ত ভট্টাচাৰ্যই ৰচনা কৰা এলানি দেশপ্ৰেমমূলক নাটিকা (পিয়লিফুকন, মণিৰাম দেৱান, কুশলকোঁৱৰ প্ৰভৃতি) গুৱাহাটী আকাশবাণীয়ে একেৰাহে প্ৰচাৰ কৰিছিল—দেওবাৰে দুপৰীয়া। শুনি ভাল পাইছিলো। সেই তেজোদ্দীপক বচনবোৰ আজিও মোৰ কাণত ৰিণি ৰিণি বাজি আছে। ভট্টাচাৰ্যৰ ইংৰাজী, অসমীয়া সকলোবিধ ৰচনাৰে ভাব-ভাষা স্পষ্ট, সুৱলা আৰু লেখকৰ স্বকীয় দৃষ্টিভঙ্গী সেইবোৰত জল্ জল্ পট্ পট্।

চমুকৈ ইমানকে লিখি মোৰ আলচৰ ইতি কৰিলোঁ। এতিয়াও ভট্টাচাৰ্যৰ জীৱনৰ গছৰ আগৰ সমান দিন-কাল বাকী আছে। আগলৈ তেওঁ অধিক মান-যশ আহৰণ কৰি চিৰচেনেহী ভাষা জননীৰ মুখ উজ্জ্বল কৰক। আশীৰ্বাদেৰে।

# ভট্টাচাৰ্যৰ জীৱনালেখ্য

অধ্যাপক শ্ৰীনন্দ তালুকদাৰ

ভাৰতীয় ভাষাৰ সৃজনীমূলক সাহিত্যৰ বাবে ভাৰতীয় জ্ঞানপীঠ সমিতিয়ে প্ৰদান কৰা 'জ্ঞানপীঠ' ভাৰতবৰ্ষৰ এটি বিশিষ্ট আৰু শ্ৰেষ্ঠ বঁটা। ডক্টৰ বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্যৰ অসমীয়া উপন্যাস 'মৃত্যুঞ্জয়' ১৯৭৯ চনত পঞ্চদশ জ্ঞানপীঠ বঁটাৰ বাবে নিৰ্বাচিত হৈছিল। অসমীয়া জাতিৰ জীৱন-মৰণৰ সন্ধিক্ষণ আৰু অস্তিত্ব ৰক্ষাৰ সংগ্ৰামৰ মুহূৰ্তত অসমীয়া সাহিত্যিক এগৰাকীয়ে 'জ্ঞানপীঠ' বঁটাৰ মাজেৰে লাভ কৰা গৌৰৱে সকলো অসমীয়াৰ মনলৈ আনি দিছিলে আত্মবিশ্বাস আৰু প্ৰত্যয়ৰ ভাব। এনে সৰ্বভাৰতীয় স্বীকৃতি যেন অকল ব্যক্তি বিশেষৰেই নহয়, ই যেন সমগ্ৰ অসমীয়া জাতিৰো স্বীকৃতি।

ইতিপূৰ্বে ১৯৬১ চনত ডক্টৰ ভট্টাচাৰ্যই আন এখন উপন্যাস 'ইয়াৰুইঙ্গম'ৰ বাবে সাহিত্য একাডেমী বঁটা লাভ কৰিছিল।

ছাত্ৰ হিচাপে বীৰেন্দ্ৰকুমাৰ এগৰাকী মেধাবী ছাত্ৰ, বিজ্ঞানৰ ছাত্ৰ। ১৯৪৫খ্ৰীঃত কটন কলেজৰপৰা বি. এছ-চি ডিগ্ৰী লাভ কৰি ভট্টাচাৰ্যই কলিকতালৈ যাত্ৰা কৰিছিল জাৰ্ণেলিজিম (Journalism) পঢ়িবৰ বাবে। সেই বছৰৰপৰা কলিকতা বিশ্ববিদ্যালয়ত জাৰ্ণেলিজিমৰ পাঠ্যক্ৰম আৰম্ভ কৰাৰ কথা আছিল। ভট্টাচাৰ্যৰ উদ্দেশ্য সাংবাদিকতাৰ ক-খ শিকি সাংবাদিক হোৱা। কিন্তু কিবা কাৰণত সেই বছৰ কলিকতা বিশ্ববিদ্যালয়ত জাৰ্ণেলিজিমৰ পাঠ্যক্ৰম আৰম্ভ কৰা নহ'ল। গতিকে ভট্টাচাৰ্যই কলিকতাত এনেয়ে বহি নাথাকি ল ক্লাছতে ভৰ্তি হ'ল। ল কলেজত ভৰ্তি হ'লে হাডিঞ্জ হোষ্টেলত থকাৰ সুবিধা। ভট্টাচাৰ্যই সেই সুবিধা গ্ৰহণ কৰিলেও তেওঁৰ ল পঢ়া সম্পূৰ্ণ নহ'ল, পৰীক্ষা দিয়াও নহ'ল।

পঢ়াশালিৰ চাৰি বেৰৰ মাজত পঢ়ি সাংবাদিকতাৰ ক-খ শিকা নহ'ল যদিও তেবেটো জীৱন দৈনিক, সাপ্তাহিক, মাহেকীয়া আদি ইংৰাজী-অসমীয়া ভাজেমান আলোচনী আৰু সংবাদ-পত্ৰৰ সম্পাদনাৰ মাজেৰে অৰ্জন কৰা সাংবাদিকতাৰ

অভিজ্ঞতাৰে লাভ কৰিলে প্ৰতিপত্তি আৰু যশস্যা। অকল প্ৰতিপত্তি আৰু যশস্যাই নহয়, বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্যৰ সম্পাদিত ‘ৰামধেনু’ আলোচনীয়ে সূচনা কৰিলে আধুনিক অসমীয়া সাহিত্যৰ এটি নতুন যুগৰ।

কলিকতা বিশ্ববিদ্যালয়ত জাৰ্ণেলিজিম পঢ়াৰ সপোন ফলৱতী নহ’ল যদিও ভট্টাচাৰ্য বৰ্তমান গুৱাহাটী বিশ্ববিদ্যালয়ৰ জাৰ্ণেলিজিম বিভাগৰ মীডাৰ।

পৰিয়াল বা বংশৰ ভিতৰত ভট্টাচাৰ্যই একমাত্ৰ সাংবাদিক নহয়। যোৰহাটৰ-পৰা দ্বিতীয়বাৰ প্ৰকাশিত ‘আসাম বিলাসিনী’ৰ সম্পাদক কৃষ্ণকান্ত ভট্টাচাৰ্য আৰু ছিলঙৰপৰা দ্বিতীয়বাৰ প্ৰকাশিত দ্বিতীয় খণ্ড ‘বিজুলী’ৰ সম্পাদক লক্ষ্মীনাথ শৰ্মাৰ বংশত ওপোজা বীৰেন্দ্ৰকুমাৰক উপৰি পুৰুষৰ সাংবাদিকতাৰ প্ৰেৰণাই ইন্ধন যোগাইছিল। শিক্ষাবিদ লক্ষ্মীনাথ শৰ্মা আনহাতে অসমৰ তৃতীয় অনাৰ্চ গ্ৰেজুৱেট। পিছত তেওঁ সংস্কৃতত এম. এ. ডিগ্ৰী লাভ কৰিছিল।

যোৰহাট নগৰৰ দহ মাইল পুবে থকা চা’ঘাট মৌজাৰ ডিহা নৈৰ পাৰৰ ঢেকীয়া খোৱা গাওঁ বীৰেন্দ্ৰকুমাৰ ভট্টাচাৰ্যৰ পূৰ্বপুৰুষৰ স্থান। ১৯২৪ খৃঃৰ ১৪ অক্টোবৰ চাফ্ৰাই চাহ বাগিছাত বীৰেন্দ্ৰকুমাৰৰ জন্ম। তেওঁৰ পিতৃ শশীধৰ ভট্টাচাৰ্যই উক্ত বাগিছাতে চাকৰি কৰিছিল। বীৰেন্দ্ৰকুমাৰৰ মাতৃ শ্ৰীযুতা আইদেউ ভট্টাচাৰ্য। সাতজন ভাই-ককাই, বাই-ভনীৰ ভিতৰত বীৰেন্দ্ৰকুমাৰ দ্বিতীয়। প্ৰথম অধ্যাপক নলিনীধৰ ভট্টাচাৰ্য। তেওঁলোকৰ আন তিনিজন ভাতৃ গিৰীন, অনিল আৰু কামাখ্যা ভট্টাচাৰ্য। চাহ বাগিছাৰ বনুৱাৰ বোকোচাত উঠিয়ে বীৰেন্দ্ৰকুমাৰে শৈশৱৰ কাল অতিবাহিত কৰিছিল। চাহ বাগিছাত আছে—জাতিভেদ-শ্ৰেণীভেদ, বৰ চাহাব, ছোট চাহাব, বৰ কেৰাণী, বৰ মহৰী, মতা মহৰী, মাইকী মহৰী আৰু বনুৱা। নৈষ্ঠিক ব্ৰাহ্মণৰ ঘৰত জন্মগ্ৰহণ কৰিলেও সকৰেপৰা বীৰেন্দ্ৰকুমাৰ এনে জাতিভেদ-শ্ৰেণীভেদৰ সম্পূৰ্ণ বিৰোধী।

চাফ্ৰাই চাহ বাগিছাতে বীৰেন্দ্ৰকুমাৰৰ পঢ়াশলীয়া শিক্ষা আৰম্ভ। তেওঁৰ সাহিত্য চৰ্চাও আৰম্ভ হয় চাফ্ৰাই চাহ বাগিছাতে। লগৰ ল’ৰা-ছোৱালীবিলাকৰ নামৰ প্ৰথম আখৰবোৰ মিলাই ‘পূৰবী অৰুণ’ নামেৰে এখন হাতেলিখা আলোচনী উলিয়ায়। বহুতো খ্যাত-অখ্যাত সাহিত্যিকৰে জীৱনৰ প্ৰথম লিখা প্ৰকাশ হয় হাতেলিখা আলোচনীত। ‘পূৰবী অৰুণ’তে প্ৰকাশ হয় বীৰেন্দ্ৰকুমাৰ ভট্টাচাৰ্যৰ প্ৰথম কবিতা ‘শঙ্কৰদেৱ’।

চাফ্ৰাইৰপৰা আহি ল’ৰা বীৰেন্দ্ৰই কাকজান এম. ই. স্কুলত ভৰ্তি হ’ল। তেওঁৰ বাসস্থান সলনি হ’ল পিতৃ-পুৰুষৰ ঘৰভেটি ঢেকিয়াখোৱা গাঁৱলৈ। লাহে

লাহে ইটো-সিটো কাম বাঢ়ি আহিল। তেওঁ ঢেকিয়াখোৱা গাঁৱত চলালে লাইব্ৰেৰী আন্দোলন, গঠন কৰিলে ছাত্ৰ একতা সভা। কিন্তু ঢেকিয়া খোৱা গাঁৱত তেওঁৰ সৰহদিন থকা নহ'ল। কাকজান স্কুলৰপৰা বৃত্তি লাভ কৰি এম. ই. পৰীক্ষাত উত্তীৰ্ণ হৈ যোৰহাট চৰকাৰী হাইস্কুলত নাম লগালে।

ঢেকিয়া খোৱা লাইব্ৰেৰীত পোৱা 'সাপ্তাহিক বাতৰি', 'দৈনিক বাতৰি' ককাদেউতাক কৃষ্ণকান্ত ভট্টাচাৰ্য সম্পাদিত 'আসাম বিলাসিনী'ৰ বীৰেন্দ্ৰকুমাৰ ভট্টাচাৰ্য আছিল নিয়মীয়া পাঠক। এই কালছোৱাতে নীলমনি ফুকনৰ সম্পাদনাত 'সাপ্তাহিক বাতৰি', 'দৈনিক বাতৰি' (১৯৩২-৩৭) ৰূপে প্ৰকাশ হৈছিল। 'আৱাহন' আৰু 'বাঁহী' নিয়মীয়া আলোচনী। ১৯৩৮ খৃষ্টাব্দৰ জানুৱাৰীৰপৰা ৰঘুনাথ চৌধাৰীৰ সম্পাদনাত প্ৰকাশ হৈছিল পষেকীয়া আলোচনী 'জয়ন্তী'।

যোৰহাট চৰকাৰী হাইস্কুলত গঢ় লৈ উঠিল আন এক সাহিত্যিক-চক্ৰ। 'জেউতি' যোৰহাট চৰকাৰী হাইস্কুলৰ মুখপত্ৰ। জেউতিতে প্ৰকাশ হ'ল বীৰেন্দ্ৰকুমাৰ ভট্টাচাৰ্যৰ প্ৰথম গল্প। তেওঁৰ গল্পৰ বিষয়বস্তু মাহীমাকৰ অত্যাচাৰৰ কথা, 'চেনেহী' আৰু 'ভোগদৈ' প্ৰভৃতি হাতে লিখা আলোচনীৰো তেওঁ নিয়মীয়া লিখক। 'কবিতা মালঞ্চ' আন এখন হাতেলিখা কবিতাৰ আলোচনী।

খ্যাতনামা শিক্ষাবিদ জেহেৰুদ্দিন আহম্মদ সেই সময়ত যোৰহাট চৰকাৰী হাইস্কুলৰ প্ৰধান শিক্ষক। আন এগৰাকী কৃতী শিক্ষক পেৰাণ সাহিত্যিক ডিম্বেশ্বৰ নেওগ। এই দুগৰাকী কৃতী শিক্ষক অকল বীৰেন্দ্ৰকুমাৰ ভট্টাচাৰ্যৰে নহয় বহুজনৰে আদৰ্শ আৰু শ্ৰদ্ধাভাজন শিক্ষাগুৰু-দীক্ষাগুৰু।

অসমৰ ভালে কেইগৰাকী খ্যাতনামা সাহিত্যিক চন্দ্ৰধৰ বৰুৱা, কৃষ্ণকান্ত সন্দিকৈ, নীলমণি ফুকন, ডিম্বেশ্বৰ নেওগ, শৰৎচন্দ্ৰ গোস্বামী, কমলেশ্বৰ চলিহা, গণেশচন্দ্ৰ গগৈ, আনন্দচন্দ্ৰ বৰুৱা প্ৰভৃতিৰ কৰ্মভূমি যোৰহাট চহৰ।

উক্ত বৰেণ্য সাহিত্যিক মণ্ডলীৰ প্ৰেৰণাৰে অনুপ্ৰেৰিত হৈছিল যোৰহাট হাইস্কুলৰ ছাত্ৰসকল। ছাত্ৰ সমাজৰ মাজতো গঢ়ি উঠিছিল এটি সাহিত্যিক চক্ৰ। যতিনাৰায়ণ শৰ্মা, অমূল্য বৰুৱা, ৰাজেন হাজৰিকা, মুনীন্দ্ৰনাৰায়ণ দত্তবৰুৱা প্ৰভৃতি তেওঁৰ স্কুলীয়া সহপাঠী বন্ধু। তৰ্কসভা, শঙ্কৰদেৱ-বেজবৰুৱাৰ সোঁৱৰণী সভা, আলোচনা সভা আদি পতা নানান কামত ছাত্ৰসমাজ আগৰণুৱা।

১৯৪১ খৃঃত যোৰহাট চৰকাৰী হাইস্কুলৰপৰাই বীৰেন্দ্ৰকুমাৰে চাৰিটা লেটাৰ (M.G H.V.), ষ্টাৰ আৰু অসমীয়াত সৰ্বোচ্চ নম্বৰ লাভ কৰি উত্তীৰ্ণ হয়। সেই

বছৰ ভট্টাচাৰ্যৰ সৈতে প্ৰবেশিকা পৰীক্ষাত যোৰহাট চৰকাৰী হাইস্কুলৰপৰা বৃত্তি লাভ কৰা ছাত্ৰৰ সংখ্যা ১৫ জন। অমূল্য বৰুৱায়ো অসমীয়াত লেটাৰ সহ প্ৰথম বিভাগত বৃত্তি লাভ কাৰ উত্তীণ হৈছিল।

ভট্টাচাৰ্যই কটন কলেজৰপৰাই ১৯৪৩ খৃঃত আই. এছ-চি আৰু ১৯৪৫ খৃঃত বি. এছ-চি. পৰীক্ষাত উত্তীৰ্ণ হয়। তদুপৰি প্ৰতিযোগিতামূলক পৰীক্ষাত ৰচনা লিখি ছাত্ৰাৱস্থাতে ভট্টাচাৰ্যই লাভ কৰিছিল 'আউনী আটি সোণৰ' পদক।

প্ৰথম বাৰ্ষিক বিজ্ঞানৰ ছাত্ৰ বীৰেন্দ্ৰকুমাৰৰ 'মৰহি পৰা জীৱন' নামৰ চুটিগল্পটোৱে কটনকলেজৰ সুকুমাৰ কলা প্ৰতিযোগিতাত প্ৰথম পুৰস্কাৰ লাভ কৰিছিল। চুটিগল্পটো ভূপেন্দ্ৰ বৰুৱা সম্পাদিত বিংশ বছৰ দ্বিতীয় খণ্ড (এপ্ৰিল, ১৯৪২) 'কটনিয়ান'ত প্ৰকাশ হৈছিল। সেই বছৰ সুকুমাৰ কলা প্ৰতিযোগিতাত পুৰস্কাৰ লাভ কৰোঁতাসকলৰ ভিতৰত আছিল: চুটিগল্প—দ্বিতীয় নবীনচন্দ্ৰ বৰদলৈ (চতুৰ্থ বাৰ্ষিক), কবিতা—১ম ৰমা কাকতি, ২য় আবদুচ ছাত্তাৰ (দুয়ো প্ৰথম বাৰ্ষিক), বৰগীত, বনগীত আৰু ভাটিয়ালীত প্ৰত্যেকতে প্ৰথম পুৰস্কাৰ ভূপেন হাজৰিকা (প্ৰথিত যশা সঙ্গীতজ্ঞ ডক্টৰ ভূপেন হাজৰিকা)। হাজৰিকা তেতিয়া ২য় বাৰ্ষিক আই. এ. শ্ৰেণীৰ ছাত্ৰ। এটা বিতৰণী সভাত পৌৰোহিত্য কৰিছিল মহিলা কবি নলিনীবালা দেবীয়ে।

ইয়াৰ দুবছৰ পিছত 'সুকুমাৰ কলা জাতীয় সংস্কৃতিৰ নিদৰ্শন' শীৰ্ষক আন এখন ৰচনাৰে কটন কলেজ সুকুমাৰ কলাৰ ৰচনা প্ৰতিযোগিতাত বীৰেন্দ্ৰকুমাৰ ভট্টাচাৰ্যই প্ৰথম পুৰস্কাৰ লাভ কৰিছিল। তেতিয়া তেওঁ তৃতীয় বাৰ্ষিক বি. এছ-চি. শ্ৰেণীৰ ছাত্ৰ। ৰচনাখন আবদুচ ছাত্তাৰ সম্পাদিত একবিংশ বছৰ প্ৰথম খণ্ড (ফেব্ৰুৱাৰী ১৯৪৪) 'কটনিয়ান'ত প্ৰকাশ হৈছিল।

১৯৪১ খ্ৰীষ্টাব্দ। পৃথিৱী বিয়পা মহাসমৰৰ ঢৌৱে অসমকো চুঁই পেলাইছিল। অসমৰ ভালেমান চহৰৰ স্কুল-কলেজ মিলিটাৰীৰ দখলত। কটন কলেজৰ অৱস্থাও শোক লগা। ভালেমান হোষ্টেল-কলেজৰ ঘৰ মিলিটাৰীয়ে দখল কৰিছিল। বৰ্তমান কেমিষ্ট্ৰি বিভাগৰ চৌহদটো কোনোমতে মিলিটাৰীৰ দখলৰ-পৰা ৰক্ষা কৰি জোৰা-টাপলি মাৰি কলেজ চলাবলগীয়া হৈছিল। তাতোৱাৰ ইংৰাজ চৰকাৰৰ এনে ধৰণৰ মইমতালিত ছাত্ৰসকলৰ মাজত বিৰূপ প্ৰতিক্ৰিয়াৰ সৃষ্টি হৈছিল। কটন কলেজত ছাত্ৰৰ ধৰ্মঘট হৈছিল আৰু ৬ ডিচেম্বৰৰ দিনা পুলিচৰ লাঠীচানাত বহুতো ছাত্ৰ আহত হৈছিল। সেই সময়ৰ কটন কলেজৰ প্ৰথম বাৰ্ষিকৰ ছাত্ৰ অমূল্য বৰুৱাৰ চিঠি এখনত ছাত্ৰসকলৰ মাজত দেখা

দিয়া মনোভাব এইদৰে প্ৰকাশ পাইছে—"গুৱাহাটীৰ তপত বাতৰি বোধহয় তপতে তপতে পাইছেই। পুনৰোক্তি কৰাৰ বিশেষ কোনো প্ৰয়োজন নাই। বৰ্তমান কটন কলেজৰ অচল অৱস্থা। কাৰণ কৰ্তৃপক্ষই ইচ্ছা নকৰিলেও আমি সেইটো কৰিবলৈ বাধ্য হৈছোঁ। ছাত্ৰ সমাজলৈ ই কি বিষম অপমান। বহু শতাব্দী জুৰি দাসত্বৰ বোজা মূৰত লৈ আমি লাঞ্ছনা-গঞ্জনা কাক কয় দিনে দিনে নজনা হৈ আহিছো। কিন্তু তাৰো অতীতৰ স্বাধীন ৰক্ত বিন্দুৰ পিৰপিৰণি আজি ভালকৈয়ে অনুভৱ কৰিব পাৰিছোঁ। খাওঁতে-শোওঁতে, উঠোঁতে-বহোঁতে আনকি প্ৰতি খোজে খোজে সমুখত এখন বিশাল প্ৰাচীৰ লৈ মানুহ জানো চলিব পাৰে ?"

ইপিনে দ্বিতীয় মহাসমৰ, আনপিনে ১৯৪২ খৃঃৰ গণবিপ্লৱ। এই গণবিপ্লৱত প্ৰত্যক্ষ আৰু পৰোক্ষভাৱে লিপ্ত হৈ পৰিছিল বহুতো ছাত্ৰ-ছাত্ৰী। বহুজন আবদ্ধ হ'ব লগা হৈছিল কাৰাগাৰৰ চাৰিবেৰৰ মাজত। সমাজ সচেতন ছাত্ৰ বীৰেন্দ্ৰকুমাৰ ভট্টাচাৰ্যও আন্দোলনৰ লগত পৰোক্ষভাৱে জড়িত হৈ পৰিছিল।

ছাত্ৰাৱস্থাৰপৰাই বীৰেন্দ্ৰকুমাৰ ভট্টাচাৰ্য ভাৰতীয় জাতীয় কংগ্ৰেছৰ লগত জড়িত। কংগ্ৰেছ কৰ্মী। পিছত তেওঁ ছাত্ৰ কংগ্ৰেছৰ সদস্য। ছাত্ৰাৱস্থাৰেপৰা বীৰেন্দ্ৰকুমাৰে কোনো অনুষ্ঠানৰ সম্পাদক-সভাপতিৰ বিষয়ে বাব লৈ সক্ৰিয় অংশ গ্ৰহণ কৰাতকৈ নীৰৱে কাম কৰাৰ প্ৰতি বেছি আগ্ৰহী। ট্ৰেডিচনেল কেৰিয়াৰৰ প্ৰতি ভট্টাচাৰ্য কিছুপৰিমাণে নিস্পৃহ। ১৯৪২ চনৰ আন্দোলনৰ পিছৰেপৰা ভট্টাচাৰ্যৰ লাহে লাহে ছচিয়েলিষ্ট দলৰ প্ৰতি—সমাজবাদৰ প্ৰতি অনুৰাগ বাঢ়ি আহিল। ১৯৩৪ খৃঃত জয় প্ৰকাশ নাৰায়ণ, আচাৰ্য নৰেন্দ্ৰ দেৱ প্ৰমুখ্যে কংগ্ৰেছৰ ভিতৰত গঠন কৰিছিল কংগ্ৰেছ ছ'চিয়েলিষ্ট পাৰ্টি। ১৯৪৭ খৃঃত কাণপুৰত অনুষ্ঠিত কংগ্ৰেছ ছ'চিয়েলিষ্ট পাৰ্টিৰ বাৰ্ষিক অধিবেশনত কংগ্ৰেছ শব্দটো গুচাই অকল ছ'চিয়েলিষ্ট পাৰ্টি কৰা হয়।

১৯৪৬ খৃঃৰ আগষ্ট মাহত ডক্টৰ ৰাম মনোহৰ লোহিয়াৰ অসম ভ্ৰমণৰ পিছত কংগ্ৰেছ ছ'চিয়েলিষ্ট পাৰ্টি গঠন কৰা হৈছিল। সেই সময়ত বীৰেন্দ্ৰ ভট্টাচাৰ্য কলিকতাত আইন কলেজৰ ছাত্ৰ আৰু 'বাঁহী'ৰ সহকাৰী সম্পাদক। তেতিয়া 'বাঁহী'ৰ সম্পাদক মাধৱচন্দ্ৰ বেজবৰুৱা আৰু সম্পাদিকা ঊষা বেজবৰুৱা।

'বাঁহী' আলোচনীতে সহকাৰী সম্পাদক স্বৰূপে বীৰেন্দ্ৰকুমাৰ ভট্টাচাৰ্যৰ সাংবাদিক জীৱনৰ সূচনা। কলিকতাত বীৰেন্দ্ৰকুমাৰ ভট্টাচাৰ্যই হেমেন্দ্ৰপ্ৰসাদ ঘোষ সম্পাদিত দৈনিক Advance-টো কাম কৰিছিল।

১৯৪৬ খৃঃৰ ১৪ আগষ্টৰপৰা কলিকতাত আৰম্ভ হ'ল সাম্প্ৰদায়িক সংঘৰ্ষ। সেই সংঘৰ্ষতে ১৮ আগষ্টত কলিকতাৰ বাজাবাজাৰৰ বিশ্ববিদ্যালয়ৰ ছাত্ৰাবাসত অমূল্য বৰুৱা আৰু আনন্দ ফুকনে দুৰ্বৃত্তৰ হাতত প্ৰাণ আহুতি দিলে। ভট্টাচাৰ্যৰ সহপাঠী আৰু অন্তৰঙ্গ বন্ধু অমূল্য বৰুৱা তেতিয়া আছিল কলিকতা বিশ্ববিদ্যালয়ৰ ইংৰাজী এম. এ. শ্ৰেণী আৰু আইন কলেজৰ ছাত্ৰ। ভট্টাচাৰ্যৰ প্ৰথম উপন্যাসখনৰ পাণ্ডুলিপিটো অমূল্য বৰুৱাৰ হাতত আছিল। বৰুৱাৰ আন আন বয়-বস্তুৰ লগতে ভট্টাচাৰ্যৰ উপন্যাসৰ পাণ্ডুলিপিটোও হেৰাল।

ইয়াৰ পিছত আৰু ভট্টাচাৰ্যই কলিকতাত সৰহ দিন নাথাকিল। কলিকতাত থকা কালছোৱাত তেওঁ সেই সময়ৰ সমষ্টিগঠন বা গ্ৰুপিং বিৰোধী আন্দোলনত পুস্তিকা আদি প্ৰকাশ কৰা কাৰ্য্যত উঠি পৰি লাগিছিল।

ভট্টাচাৰ্যই গুৱাহাটীলৈ আহি 'দৈনিক অসমীয়া'ৰ সহকাৰী সম্পাদক স্বৰূপে কিছুদিন কাম কৰিলে। দেৱকান্ত বৰুৱা তেতিয়া 'দৈনিক অসমীয়া'ৰ সম্পাদক। ইয়াৰ পিছত তেওঁ ছচিয়েলিষ্ট পাৰ্টিৰ মুখপত্ৰ 'জনতা'ৰ সম্পাদক হ'ল। লক্ষ্যধৰ চৌধুৰী 'জনতা'ৰ প্ৰথম সম্পাদক।

এনেতে আহিল তেওঁৰ নগা বন্ধু ৰিচাং কাইচিঙৰ আহ্বান, নগা পৰ্বতৰ উখৰুল হাইস্কুলৰ বাবে এজন বি. এচ. চি. পাছ শিক্ষকৰ প্ৰয়োজন। ভট্টাচাৰ্যই বন্ধু-বান্ধৱ বহুজনকে সুধি-পুছি চালে; কিন্তু নগা ভূমিলৈ যাবলৈ কোনো আগ নাবাঢ়িল। কোনো জনকে সন্মত কৰাব নোৱাৰি ভট্টাচাৰ্য নিজেই গ'লা। উখৰুল ব্ৰহ্মদেশৰ সীমান্ত অঞ্চলৰ সৰু ঠাই। ভট্টাচাৰ্যই উখৰুল হাইস্কুলত বিজ্ঞানৰ শিক্ষক হিচাপে যোগদান কৰিলে। লগত মাথোন দুসাজ কাপোৰ, এটি পুৰণি কোট। স্কুলখন ভেঞ্চাৰ স্কুল। স্কুলখনত তেওঁ ডেৰ বছৰ মানহে শিক্ষকতা কৰিছিল; চৰকাৰী হোৱাৰ পিছত আঁতৰি আহিল। নগাভূমিত থকা কালছোৱা দীঘলীয়া নহয় যদিও তেওঁ তাত অৰ্জন কৰিলে বিচিত্ৰ অভিজ্ঞতা। নগাসকলে তেওঁৰ হৃদয় জয় কৰিলে। "তেওঁলোকৰ হৃদয়ৰ লৌহ বৰ্মৰ অন্তৰালত সনাতন মানৱতাৰ অপূব ৰূপ কুসুম ফুলি আছে। গোন্ধে মন আমোল মোলায় সৌন্দৰ্যই চিত্ত হৰণ কৰে, সত্য উলঙ্গ ভেনাচ হৈ আমাৰ আগত দেখা দিয়েছি।"

উখৰুল টাংখুল নগাসকলৰ সদৰ ঠাই। শিক্ষাৰ মোল বুজা টাংখুল নগাসকলে হাইস্কুলখন স্থাপন কৰিছিল। ছাত্ৰসকলে নিজেই সাজি লৈছিল স্কুল ঘৰ।

ৰামধেনুত প্ৰকাশিত ভট্টাচাৰ্যৰ 'উখৰুলৰ চিঠি'ত (চতুৰ্থ বছৰ, ৩য় সংখ্যা, আহাৰ, ১৯৫১) তেওঁৰ উখৰুলৰ অভিজ্ঞতা আৰু নগাসকলৰ জীৱনধাৰণ প্ৰণালী,

অৰ্থনৈতিক-সামাজিক অৱস্থা আৰু চাৰিত্ৰিক সবলতাৰ কথা প্ৰকাশ পাইছে। চিঠিখন ৩ মেই ১৯৫১ তাৰিখে লিখা।

উখৰুলৰ বাস্তৱ অভিজ্ঞতাৰে ৰচনা কৰা আৰু তেওঁৰ 'ৰামধেনু'ত ( চতুৰ্থ বছৰ, ৫ সংখ্যা ) প্ৰকাশিত গল্প 'আজি বিয়া পৰহিলৈ গাঁও পঞ্চায়ত'।

নগাভূমিত লাভ কৰা অভিজ্ঞতাৰে ৰচনা কৰিলে তেওঁ প্ৰখ্যাত উপন্যাস 'ইয়াৰুইঙ্গম'। ১৯৬০ খৃঃত উপন্যাসখন প্ৰকাশ হয়। ১৯৬১ খৃঃত এইখন উপন্যাসৰ বাবে ভট্টাচাৰ্যই লাভ কৰিলে সাহিত্য একাডেমী বটা।

১৯৫৪ খৃঃৰ ১২ মাৰ্চত সাহিত্য একাডেমী বা National Academy of Lettersৰ জন্ম। ১৯৫৫ খৃঃৰপৰা ভাৰতীয় ভাষাসমূহৰ প্ৰতিটো ভাষাৰে শ্ৰেষ্ঠ গ্ৰন্থৰ লেখকজনক পাঁচ হ'জাৰ টকাৰ একোটা পুৰস্কাৰ দিবলৈ স্থিৰ কৰা হয়। ১৯৫৫ খৃঃত প্ৰথম বাৰৰ বাবে অসমীয়া ভাষাত সাহিত্য একাডেমী বঁটা লাভ কৰিছিল যতীন্দ্ৰ নাথ দুৱৰাই 'বনফুল' কাব্যৰ বাবে। ১৯৬০ খৃঃত বেণুধৰ শৰ্মাৰ 'কংগ্ৰেছৰ কাঁচিয়লি ৰ'দত' গ্ৰন্থখনে সাহিত্য একাডেমী বঁটা লাভ কৰে। এইখন সাহিত্য একাডেমী বঁটা লাভ কৰা দ্বিতীয় গ্ৰন্থ। ভট্টাচাৰ্যৰ 'ইয়াৰু-ইঙ্গম' সাহিত্য একাডেমী বঁটা লাভ কৰা তৃতীয় গ্ৰন্থ। তেতিয়া ভট্টাচাৰ্যৰ বয়স একুৰি ষোল বছৰ।

১৯৫২ খৃঃত ভট্টাচাৰ্য নগাভূমিৰ পৰা গুৱাহাটীলৈ উভতি আহিল। আৰু সেই বছৰতে তেওঁ 'ৰামধেনু'ৰ কাৰ্যভাৰ গ্ৰহণ কৰিলে। পঞ্চম বছৰ, ১ম সংখ্যা ( এপ্ৰিল ১৯৫২, বহাগ ১৮৭৪ৰ ) পৰা ষোড়শ বছৰ ১ম সংখ্যালৈকে, ( এপ্ৰিল ১৯৬৩, বহাগ ১৮৮৫ ) সুদীৰ্ঘ বাৰ বছৰ কাল ভট্টাচাৰ্য ৰামধেনুৰ সম্পাদক।

'ৰামধেনু' আলোচনীৰ প্ৰথম, দ্বিতীয় বছৰ নাই। ১৯৪৮ খৃঃ এপ্ৰিলত ডক্টৰ বিৰিঞ্চি কুমাৰ বৰুৱাৰ সম্পাদনাত শিশু আলোচনী 'ৰংঘৰ'ৰ জন্ম। দ্বিতীয় বছৰ ষষ্ঠ সংখ্যাৰ পৰা 'ৰংঘৰ' শিশু আলোচনী হৈ নাথাকি সৰু-বৰ সকলোৰে উপযোগী হৈ প্ৰকাশ হবলৈ ধৰিলে। দ্বিতীয় বছৰ ৭ম সংখ্যা ৰংঘৰত প্ৰকাশ হৈছিল বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্যৰ চুটি গল্প 'পখিলাই পাখি সলায়'। গল্পটো ৭ম-৮ম দুটা সংখ্যাত প্ৰকাশ হয়। ১১শ-১২শ সংখ্যাত প্ৰকাশ হয় ভট্টাচাৰ্যৰ 'নেতাজী আৰু ইণ্ডাই জং'। তৃতীয় বছৰৰ পৰা 'ৰংঘৰ'ৰ প্ৰকাশ বন্ধ হয়। তাৰ ঠাইত প্ৰকাশ হয় 'ৰামধেনু'। প্ৰথম সংখ্যা 'ৰামধেনু'ত ভুলতে প্ৰথম বছৰ ১ম সংখ্যা বুলি ছপা হৈছিল; কিন্তু দ্বিতীয় সংখ্যাত ভুল শুধৰাই তৃতীয় বছৰ ২য় সংখ্যা বুলি ছপা কৰা হৈছিল।

'ৰামধেনু'ৰ প্ৰথম সম্পাদক ইন্দ্ৰকমল বেজবৰুৱা (বহাগ-ভাদ)। ৩য় বছৰ ৬ষ্ঠ সংখ্যাৰ পৰা ১২ শ স খ্যালৈ 'ৰামধেনু'ৰ সম্পাদক ডক্টৰ মহেশ্বৰ নেওগ।

আধুনিক অসমীয়া ভাষা-সাহিত্যৰ বিকাশত 'ৰামধেনু প্ৰকাশ লিমিটেড'ৰ বৰঙণি স্মৰণীয়। গুৱাহাটী নিউপ্ৰেছৰ পৰা প্ৰকাশিত 'দৈনিক অসমীয়া'ৰ প্ৰকাশ বন্ধ হোৱাৰ লগে লগে অসমীয়া ভাষাৰ দৈনিক সংবাদ পত্ৰখনৰ অস্ত পৰিল। তেতিয়া ৰামধেনু প্ৰকাশ লিমিটেডৰ পৰা দেৱকান্ত বৰুৱাৰ সম্পাদনাত পকাশ হ'ল দৈনিক সংবাদ পত্ৰ 'নতুন অসমীয়া'। উক্ত প্ৰতিষ্ঠানৰ পৰাই প্ৰকাশ হ'ল 'ৰংঘৰ', 'ৰামধেনু' আৰু ভালেমান মূল্যবান গ্ৰন্থ।

১৯৪৮ খৃঃৰ জুন মাহত হেমবৰুৱাৰ সম্পাদনাত গুৱাহাটীৰ পৰাই প্ৰকাশ হৈছিল মাহেকীয়া আলোচনী 'পছোৱা'। প্ৰথম সংখ্যা পছোৱাতে প্ৰকাশ হৈছিল বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্যৰ চুটি গল্প 'সেউৰ পৰশ'। 'সৰু চাপৰ কিছুমান ঘৰ' চুটি গল্প আৰু 'মাৰ মুক্তি নাই' কবিতা 'পছোৱা'ত প্ৰকাশিত ভট্টাচাৰ্যৰ আন ৰচনা। 'পছোৱা' আলোচনীৰ আয়ুস নিচেই চুটি, মাত্ৰ এবছৰ। কিন্তু প্ৰগতিশীল সাহিত্য আৰু মুক্তক ছন্দৰ কবিতাৰ বিকাশত 'পছোৱা' আলোচনীয়ে থৈ গৈছে জীয়া কঁপনি এটা।

বীৰেন্দ্ৰকুমাৰ ভট্টাচাৰ্যৰ সম্পাদনাত প্ৰকাশিত 'ৰামধেনু' সঁচাকৈয়ে নূতন চিন্তাশীল উচ্চ মানবিশিষ্ট আলোচনী। আধুনিক সাহিত্যৰ বিকাশত এই বাৰ্চোৱাৰ আলোচনীৰ স্থান উৰ্ধত। যুদ্ধোত্তৰ আৰু স্বাধীনোত্তৰ যুগৰ নানান জটিল মানসিকতা, জাতীয় কৃষ্টি চিন্তা-চৰ্চাৰ আলোচনা, বিশ্বসাহিত্যৰ প্ৰবচন, বামপন্থী চিন্তা-চৰ্চাৰ ওপৰত গুৰুত্ব আৰোপ, সাহিত্যৰ বিভিন্ন ধাৰাৰ তুলনামূলক আলোচনা, সাম্প্ৰতিক সাহিত্যৰ মূল্যাঙ্কন 'ৰামধেনু'ৰ প্ৰধান আলোচ্য বিষয়। 'ৰামধেনু' আলোচনীক কেন্দ্ৰ কৰিয়েই মুক্তক ছন্দৰ কবিতা, আধুনিক কবিতাৰ বিকাশ আৰু বিস্তাৰ সম্ভৱ হৈছিল। আধুনিক কাব্য-আন্দোলনৰ 'ৰামধেনু' এক বলিষ্ঠ পদক্ষেপ। চুটি গল্পৰ ক্ষেত্ৰতো আৱাহন যুগৰ গতানুগতিকতাৰ পৰা আঁতৰি আহি 'ৰামধেনু'ৰ নতুন গল্পলিখকসকলে নানান পৰীক্ষা-নিৰীক্ষাৰে মান উন্নীত কৰিছিল। 'ৰামধেনু'ক কেন্দ্ৰ কৰিয়ে গঢ়ি উঠিছিল এচাম নতুন লিখক। 'ৰামধেনু' আলোচনীয়ে ৰামধেনু যুগ নামেৰে আখ্যা লাভ কৰিব পাৰিছিল। ভট্টাচাৰ্য আঁতৰি যোৱাৰ পিছত 'ৰামধেনু'ৰ সেই ঐতিহ্য ৰক্ষা নপৰিল।

'ৰামধেনু'ৰ পৰা আঁতৰি যোৱাৰ পিছতে সেই বছৰতে অৰ্থাৎ ১৯৬৩ খৃঃৰ ২৩ অক্টোবৰৰ পৰা বীৰেন্দ্ৰকুমাৰ ভট্টাচাৰ্যৰ সম্পাদনাত প্ৰকাশ হ'ল 'সাদিনীয়া

নৱযুগ'। চতুৰ্থ বছৰ, মাৰ্চ ১৯৬৬ খৃঃলৈকে 'নৱযুগ' নিয়মীয়াভাৱে প্ৰকাশ হৈছিল।

ভট্টাচাৰ্য সম্পাদিত 'নৱযুগ'ত গল্প, কবিতা, বিবিধ আলোচনামূলক প্ৰবন্ধৰ উপৰিও সাম্প্ৰতিক ঘটনাৰ বিৱৰণ, ক্ৰীড়া জগত আৰু বোলছবি জগতৰ কথা, ৰাজনৈতিক পৰ্যালোচনা আছিল মাই আকৰ্ষণ। চিন্তাহৰণ হাজৰিকাৰ শ্লেষপূৰ্ণ ৰচনা আছিল 'নৱযুগ'ৰ অন্যতম আকৰ্ষণ।

বীৰেন্দ্ৰকুমাৰ ভট্টাচাৰ্য এজন বামপন্থী দলৰ লোক 'ৰামধেনু' আৰু 'নৱযুগ' দুয়োখনেই সাহিত্যৰ আলোচনী। সাহিত্যৰ আলোচনী হ'লেও সময়ে সময়ে ভট্টাচাৰ্যৰ সম্পাদকীয় আলোচনা আদি বামপন্থী চিন্তাচচাৰ পৰা মুক্ত আৰু নিৰপেক্ষ হ'ব পৰা নাছিল।

'নৱযুগ'ৰ প্ৰকাশ বন্ধ হোৱাৰ পিছত ভট্টাচাৰ্য পোনপটীয়াভাৱে সাংবাদিকতাৰ পৰা বিচ্ছিন্ন যদিও কেবাখনো দৈনিক কাকতৰ জৰিয়তে নানানভাৱে সংবাদ সেৱা কৰি আছিল।

সুদীৰ্ঘ কাল ধৰি ভট্টাচাৰ্য বামপন্থী ৰাজনীতিৰ লগত জড়িত লোক যদিও তেওঁ সক্ৰিয়ভাৱে ৰাজনীতিৰ লগত জড়িত নহয়। সাধাৰণতে ৰাজনীতিবিদসকলে বিচৰাৰ দৰে ভট্টাচাৰ্য বিষয়বাব লাভৰ প্ৰতিও আগ্ৰহশীল নহয়। সাংবাদিকতাকে তেওঁৰ জীৱনৰ পেচা কৰি লোৱাৰ ইচ্ছা আছিল যদিও সি সম্ভৱ নহ'ল।

মানুহ হিচাপে ভট্টাচাৰ্য সহজ-সৰল, অল্পভাষী আৰু অনাড়ম্বৰ লোক।

ভট্টাচাৰ্য একেৰাহে এগৰাকী কবি, চুটি গল্প লিখক, উপন্যাসিক, সমাজ অধ্যয়নকাৰী চিন্তাশীল লিখক। কবিতা ৰচনাৰে তেও আন বহুজনৰ দৰে সাহিত্যিক জীৱনৰ পাতনি মেলিছিল। মুক্তক ছন্দ বা আধুনিক কবিতা আন্দোলনত বীৰেন্দ্ৰকুমাৰ ভট্টাচাৰ্যৰ বিশেষ স্থান আছে। 'বিষ্ণু ৰাভা এতিয়া কিমান ৰাতি' তেওঁৰ এটি সাৰ্থক জনপ্ৰিয় কবিতা। 'আমি বহুৰাম জনতাৰ চৰকাৰ আমি বহুৰাম জনতাৰ দৰবাৰ' তেওঁৰ এটি জয়প্ৰিয় গীত। 'ৰামধেনু'কে আদি কৰি বিভিন্ন আলোচনীত তেওঁৰ ভালেকেইটি কবিতা প্ৰকাশ হৈছিল যদিও আজিলৈকে তেওঁৰ কোনো কবিতা-সংকলন প্ৰকাশ হোৱা নাই।

চুটি গল্প ৰচনাৰ মাজেৰে কলেজীয়া কালছোৱাতে ভট্টাচাৰ্যই লাভ কৰিছিল স্বীকৃতি। 'কলং আজিও বয়' আৰু 'সাতসৰী' তেওঁৰ দুখন চুটি গল্পৰ সংকলন। মাকণৰ গোসাঁই, কলং আজিও বয়, চিৰলা আৰু চিন্দুইন, ললিতা মামী, মিঞা মনচুৰ, এজনী জাপানী ছোৱালী, পখিলাই পাখি সলায় প্ৰভৃতি ভট্টাচাৰ্যৰ সাৰ্থক

অথচ জনপ্ৰিয় চুটি গল্প। অৱশ্যে পিছৰ জীৱনত তেওঁ উপন্যাস ৰচনাতহে মনপুতি লাগিল।

ভট্টাচাৰ্য ৰচিত প্ৰথম উপন্যাসখন অমূল্য বৰুৱাৰ লগতে হেৰাল। তেওঁৰ প্ৰথম প্ৰকাশিত উপন্যাস 'ৰাজপথে ৰিঙিয়ায়' (১৯৫৫)। 'আই' (১৯৬১), 'ইয়াৰুইঙ্গম' (১৯৬০), 'শতঘ্নী' (১৯৬৫), 'নষ্টচন্দ্ৰ' (১৯৬৮), মৃত্যুঞ্জয়' (১৯৭০), 'প্ৰতিপদ' (১৯৭০), 'বল্লৰী, (১৯৬৩), 'চিনাকী স্মৃতি', 'কবৰ আৰু ফুল', 'ৰঙামেঘ', 'ডাইন'' আদি ভট্টাচাৰ্যৰ আন আন গ্ৰন্থৰূপত প্ৰকাশিত উপন্যাস। তেওঁৰ কেবাখনো উপন্যাস আলোচনীৰ পাতত প্ৰকাশ হৈছিল।

ভট্টাচাৰ্যই দুবাৰ বিদেশ ভ্ৰমণৰ সুযোগ লাভ কৰিছিল। এবাৰ ৰুচদেশ আৰু এবাৰ পোলেণ্ড। 'সীমাই আমনি কৰে' তেওঁৰ ৰুচ-ভ্ৰমণৰ অভিজ্ঞতাৰে ৰচনা কৰা পুথি।

গুৱাহাটী অনাতাঁৰ কেন্দ্ৰৰ যোগে তেওঁৰ ভালেকেইখন ৰেডিঅ' নাট প্ৰচাৰ হৈছিল। স্বাধীনতা আন্দোলনৰ পটভূমিত ৰচিত 'মনোলগ' অনাতাঁৰ কেন্দ্ৰযোগে পৰিৱেশিত আন এটি মনোৰম অনুষ্ঠান।

'ডেৰশ বছৰীয়া অসমীয়া সাহিত্য আৰু সংস্কৃতি', 'শ্ৰীঅৰবিন্দ', 'ঈশ্বৰচন্দ্ৰ বিদ্যাসাগৰ' আৰু 'ভাৰতৰ নৱ জাগৰণ' আদি তেওঁৰ আন ৰচনা।

'কাজী নজৰুল ইচলাম', 'পৰিণীতা' (শৰৎচন্দ্ৰ), 'একুৰি এটা চুটি গল্প' (ৰবীন্দ্ৰনাথ), 'ভাৰত বুৰঞ্জী' (ডঃ ডি. চি. কোশম্বী), 'দেৱ দুন্দুভি বাজে কাৰ বাবে' (For Whom the Bell Tolls) আদি তেওঁৰ অনূদিত গ্ৰন্থ।

ভট্টাচাৰ্যৰ একো একোখন উপন্যাসৰ পটভূমি একোটা বিশেষ ঘটনাক কেন্দ্ৰ কৰি ৰচনা কৰা। 'শতঘ্নী' উপন্যাস চীনা আক্ৰমণৰ পটভূমিত ৰচনা কৰা। চীনৰ বহিঃ আক্ৰমণে পাৰিবাৰিক জীৱনত সৃষ্টি কৰা বিপৰ্যয়ৰ ছবি 'শতঘ্নী'ত নিপুণভাৱে দাঙি ধৰিবলৈ যত্ন কৰিছে। 'প্ৰতিপদ' উপন্যাসখন ৰচনা কৰিছে প্ৰাক্-স্বাধীনতাকালত তৈল নগৰী ডিবগৈত হোৱা এটি ব্যাপক বনুৱা ধৰ্মঘটৰ পৰিপ্ৰেক্ষিতত। তেওঁৰ 'কবৰ আৰু ফুল' উপন্যাসৰ পটভূমি বাংলা দেশৰ মুক্তি সংগ্ৰাম।

ভট্টাচাৰ্যৰ 'মৃত্যুঞ্জয়' উপন্যাস বিয়াল্লিছৰ গণ-আন্দোলনৰ বিভিন্ন প্ৰতিচ্ছবিৰে সমুজ্জল। বিয়াল্লিছৰ আন্দোলনৰ ৰূপ দুটা—এটা গান্ধীজীৰ নেতৃত্বৰ অহিংস আন্দোলন আৰু আনটো ভাৰত-ত্যাগ আন্দোলনক কেন্দ্ৰ কৰি গঢ় লৈ উঠা বিপ্লৱৰ আন্দোলন। লেখকে নগাওঁ জিলাৰ এটা বিশেষ অঞ্চলক কেন্দ্ৰ

কৰি ৰচনা কৰা 'মৃত্যুঞ্জয়' উপন্যাসত ইয়াৰ এটা প্ৰকৃত ছবি দাঙি ধৰিবলৈ যত্ন কৰিছে।

'মৃত্যুঞ্জয়' উপন্যাসখনৰ বাবে বীৰেন্দ্ৰকুমাৰ ভট্টাচাৰ্যক ১৯৭৯ চনৰ জ্ঞানপীঠ বঁটা প্ৰদান কৰা হয়। ১৯৮০ খৃঃৰ ১৫ ডিচেম্বৰত নতুন দিল্লীৰ বিজ্ঞান-ভৱনত বহা এটি বিশেষ অনুষ্ঠানত ভট্টাচাৰ্যক বাগদেৱীৰ মূৰ্তি আৰু একলাখ টকাৰে সৈতে জ্ঞানপীঠ বঁটা প্ৰদান কৰা হয়। জ্ঞানপীঠ সমিতিৰ সভাপতি ডক্টৰ বিনায়ককৃষ্ণ গোকাকৰ পৌৰোহিত্যত অনুষ্ঠিত বঁটা বিতৰণি সভাত প্ৰধান মন্ত্ৰী ইন্দিৰা গান্ধীয়েও যোগদান কৰিছিল।

ভাৰতীয় জ্ঞানপীঠ সমিতি এটি বেচৰকাৰী অনুষ্ঠান আৰু ই বোৰ্ড অব ট্ৰাষ্টৰ দ্বাৰা পৰিচালিত। ১৯৪৪ খ্ৰীঃৰ ১৮ ফেব্ৰুৱাৰীত ভাৰতীয় জ্ঞানপীঠৰ জন্ম। ১৯৪৩ খ্ৰীঃত বাৰাণসীত অনুষ্ঠিত প্ৰাচ্য সন্মিলনত প্ৰথমতে ভাৰতীয় জ্ঞানপীঠৰ পৰিকল্পনা কৰা হয়। ভাৰতীয় জ্ঞানপীঠৰ জন্মৰ গুৰিতে আছিল সাহু শান্তিপ্ৰসাদ জৈন আৰু তেওঁৰ বিদুষী পত্নী ৰমা জৈন। ৰমা জৈন বিখ্যাত ব্যৱসায়ী ৰামকৃষ্ণ ডালমিয়াৰ কন্যা। ৰমা জৈনে ৰাঞ্চীত থাকি শিক্ষা লাভ কৰা কালছোৱাত মহাত্মা গান্ধী আৰু যমুনালাল বজাজৰ সান্নিধ্য লাভ কৰিছিল। ১৯৩৩ খৃঃত তেওঁৰ সাহু শান্তিপ্ৰসাদ জৈনৰ সৈতে বিবাহ বন্ধনত আবদ্ধ হয়। সাহিত্য-কলানুৰাগী এই জৈন দম্পতী আজি আৰু নাই।

ভাৰতীয় জ্ঞানপীঠ স্থাপনৰ মূল লক্ষ্য আছিল ভাৰতীয় ভাষাসমূহৰ মাজত ঐক্য স্থাপন আৰু ভাৰতীয় সংস্কৃতিৰ ঐক্যৰ ভেটি সুদৃঢ় কৰা।

প্ৰথম কাম স্বৰূপে ভাৰতীয় জ্ঞানপীঠে আৰম্ভ কৰিলে মূৰ্তিদেৱী গ্ৰন্থমালা (Moortidevi Granthamala) আৰু লোকোদয় গ্ৰন্থমালা (Lokodoya Granthamala)।

সাহু শান্তিপ্ৰসাদ জৈনৰ মাতৃ মূৰ্তিদেৱীৰ স্মৃতিত গঠিত মূৰ্তিদেৱী গ্ৰন্থমালাই প্ৰথমতে ৭টি খণ্ডত ৩০০০ পৃষ্ঠাৰ প্ৰাকৃত গ্ৰন্থ 'মহাবন্ধ' প্ৰকাশ কৰিছিল। ইয়াৰ উপৰি সংস্কৃত, প্ৰাকৃত, পালি, অপভ্ৰংশ, তামিল, কান্নাড়া, হিন্দী আৰু ইংৰাজী ভাষাত বিভিন্ন বিষয়ত ১১০ খন গ্ৰন্থ প্ৰকাশ কৰিছিল। উক্ত গ্ৰন্থমালাৰ সম্পাদনাৰ দায়িত্ব বহন কৰিছিল ডক্টৰ হীৰালাল জৈন, ডক্টৰ আদিনাথ নেমিনাথ উপাধ্যে প্ৰভৃতিয়ে।

১৯৬২ খৃঃৰ ১ আৰু ২ এপ্ৰিলত নতুন দিল্লীত ভাৰতীয় জ্ঞানপীঠ আৰু টাইমচ অব ইণ্ডিয়াৰ পক্ষৰপৰা আয়োজন কৰা সভা এখনত জ্ঞানপীঠ বঁটাৰ

বিষয়ে বিস্তৃতভাৱে আলোচনা কৰা হয়। ভাৰতীয় বিভিন্ন ভাষাৰ প্ৰায় ৩০০ গৰাকী প্ৰতিনিধিয়ে উক্ত সভাত যোগদান কৰিছিল।

১৯৬৫ খৃঃৰপৰা জ্ঞানপীঠ বঁটা দিবলৈ স্থিৰ কৰা হয়। প্ৰথমতে এই বঁটাৰ বাবে ১৪ টি ভাৰতীয় ভাষাৰ ভিতৰত নিৰ্বাচন কৰা হৈছিল। ১৯৬৮ খৃঃৰপৰা সিন্ধি ভাষা অন্তৰ্ভুক্ত কৰা হয়। কিন্তু ইংৰাজী ভাষা অন্তৰ্ভুক্ত নহয়। অসমীয়া ভাষা আদিৰে পৰা অন্তৰ্ভুক্ত।

প্ৰতিটো ভাষা-গোষ্ঠীৰ বাবে গঠন কৰা হৈছে একোখন তিনিজনীয়া উপদেষ্টা সমিতি। প্ৰতিখন সমিতিয়ে প্ৰতিটো ভাষা গোষ্ঠীৰপৰা একোখন গ্ৰন্থ নিৰ্বাচন কৰে। বিভিন্ন ভাষাৰ পুথিসমূহৰপৰা কেন্দ্ৰীয় নিৰ্বাচন সমিতিয়ে এখন গ্ৰন্থ চূড়ান্তভাৱে নিৰ্বাচন কৰে।

১৯৮০ খৃঃৰ ২৬ এপ্ৰিলত অনুষ্ঠিত কেন্দ্ৰীয় নিৰ্বাচনী সমিতিয়ে ১৯৭৯ খৃঃৰ পঞ্চদশ বঁটাৰ বাবে ডক্টৰ বীৰেন্দ্ৰকুমাৰ ভট্টাচাৰ্যৰ 'মৃত্যুঞ্জয়' উপন্যাসখন নিৰ্বাচন কৰে। ১৯৬১ খৃঃৰপৰা ১৯৭২ খৃঃলৈ প্ৰকাশিত গ্ৰন্থসমূহৰপৰা পঞ্চদশ বঁটা নিৰ্বাচন কৰা হয়। এই বঁটাৰ মূল্য নগদ একলাখ টকা আৰু এটি বাগ্‌দেৱীৰ প্ৰতিমূৰ্তি। প্ৰতিমূৰ্তিটো ১০৩২ খৃঃৰ উজ্জয়িনীৰ ভোজৰজাৰ সৰস্বতী মন্দিৰৰ প্ৰতিমূৰ্তি। প্ৰতিমূৰ্তিটো এতিয়া লণ্ডনৰ বৃটিছ মিউজিয়ামত সংৰক্ষিত। সেই সৰস্বতী মূৰ্তিৰে একোটি প্ৰতিকৃতি প্ৰতীক স্বৰূপে প্ৰদান কৰা হয়।

১৯৬৫ খৃঃত প্ৰথমবাৰৰ বাবে জ্ঞানপীঠ বঁটা লাভ কৰিছিল জি. শংকৰ কুৰুপৰ মালায়লম কাব্য ওটকুজ্জলে। আন আন জ্ঞানপীঠ বঁটা বিজয়ীসকল হ'ল ১৯৬৬ তাৰাশংকৰ বন্দোপাধ্যায় ( বঙলা, গণদেৱতা ), ১৯৬৭ ডক্টৰ কে. কি. কটুপ্পা ( কান্নাড়া, ৰামায়ণ দৰ্শন ), ডক্টৰ উমাশংকৰ যোশী ( গুজৰাটী, নিশেঠ ) দুয়ো যুটীয়াভাৱে, ১৯৬৮ সুমিত্ৰানন্দন পন্ত ( হিন্দী, চিদাম্বৰম ), ১৯৬৯ ৰঘুপতি ফাৰাক ( উৰ্দু, গুল-ই-নাগামা ), ১৯৭০ ভি. সত্যনাৰায়ণ ( তেলুগু, ৰামায়ণ কল্পবৃক্ষমু ), ১৯৭১ বিষ্ণু দে ( বঙলা, স্মৃতি সত্তা ভবিষ্যত ), ১৯৭২ ডক্টৰ ৰামধাৰী সিং দিনকাৰ ( হিন্দী, উৰ্বশী ), ১৯৭৩ ডক্টৰ বি. আৰ. বান্দ্ৰে ( কান্নাড়া, নাকু থানটি ) আৰু গোপনাথ মহান্তী যুটীয়াভাৱে ( উৰিয়া, মতীমহল ), ১৯৭৪ বিষ্ণু শাখাৰাম খান্দেকাৰ ( মাৰাঠী, যযাতি ), ১৯৭৫ পি. ভি. সখিন্দলম ( তামিল, চিথিকপ্পভাই ), ১৯৭৬ আশাপূৰ্ণা দেৱী ( বঙলা, প্ৰথম প্ৰতিশ্ৰুতি ), ১৯৭৭ ডক্টৰ কে. শিবৰাম কাৰান্থ ( কান্নাড়া, মুকাজিয়া, কানাসু গলু ), ১৯৭৮ সচ্চিদানন্দ বাৎসায়ণ ( হিন্দী, কিটনি নোভান মেন কিটনি বৰ )।

ডক্টৰ বীৰেন্দ্ৰকুমাৰ ভট্টাচাৰ্যৰ ‘মৃত্যুঞ্জয়’ অসমীয়া ভাষাত জ্ঞানপীঠ বঁটা লাভ কৰা প্ৰথম গ্ৰন্থ।

যোৱা কেইবা বছৰৰ পৰা ভট্টাচাৰ্য অসম সাহিত্য সভাৰ লগত জড়িত। ১৯৭৫ খৃঃত ডক্টৰ সত্যেন্দ্ৰনাথ শৰ্মাৰ পৌৰোহিত্যত তিতাবৰত অনুষ্ঠিত অসম সাহিত্য সভাৰ দ্বি চত্বাৰিংশ সন্মিলনত আলোচনা চক্ৰৰ সভাপতি আছিল ডক্টৰ বীৰেন্দ্ৰকুমাৰ ভট্টাচাৰ্য।

১৯৫৩ খৃঃত ভট্টাচাৰ্যই প্ৰাইভেটকৈ অসমীয়াত এম. এ. ডিগ্ৰী লাভ কৰিছিল। ১৯৭৭ খৃঃত তেওঁ Humour and Satire in Assamese Literature শীৰ্ষক গৱেষণা গ্ৰন্থ লিখি গুৱাহাটী বিশ্ববিদ্যালয়ৰ পৰা পি. এইচ. ডি. ডিগ্ৰী লাভ কৰিছিল।

সমাজৰ নানান প্ৰতিচ্ছবি, সমস্যা-সংঘাতৰ কথাৰে তেওঁৰ আন আন ৰচনাৰাজি সমৃদ্ধ। ভট্টাচাৰ্যৰ ব্যক্তিগত চৰিত্ৰৰ দৰে উপন্যাসত সৃষ্ট চৰিত্ৰসমূহ স যত আৰু আদৰ্শনীয়। শ্ৰেণীবৈষম্যহীন, শোষণ মুক্ত সমাজ এখনৰ অভিলাষী ভট্টাচাৰ্যৰ বহু ৰচনাতে সেই আদৰ্শৰ প্ৰতিফলন ঘটিছে যদিও উগ্ৰ ৰাজনৈতিক দৃষ্টিভংগীৰে তেওঁৰ সৃজনীমূলক ৰচনাৰাজি ৰোগগ্ৰস্ত হোৱা নাই। ৰাজনৈতিক আদৰ্শত বিশ্বাসী ব্যক্তি হিচাপে ই ব্যতিক্ৰম স্বৰূপ। এনে ৰোগ বিমুক্ত ৰচনাই সাধাৰণ পাঠকৰ সমাদৰ লাভ কৰা দেখা যায়। আমি পূৰ্বতে উল্লেখ কৰিছো যে তেওঁৰ সম্পাদকীয় ৰচনাত ৰাজনৈতিক আদৰ্শৰ গোন্ধ পোৱা গৈছিল।

# সাহিত্যিক বন্ধু ভট্টাচাৰ্য

শ্ৰীৰাজেন্দ্ৰনাথ হাজৰিকা

যোৰহাট গৱৰ্ণমেণ্ট হাইস্কুলত পঢ়া ল'ৰালি কালৰ দিনবোৰলৈ মনত পৰিছে। কিমান মৰমলগা, কিমান সপোনসনা সেই দিনবোৰ। কোনো চিন্তাভাবনা নথকা, জটিলতা নথকা সেই দিনবোৰত সেই কালৰ আমাৰ লগৰীয়া ছাত্ৰবন্ধু সকলে কি কৰিছিল, কেনেকৈ পঢ়া শুনা কৰি, মিলা-প্ৰীতিৰে থাকি চিন্তা-চৰ্চা কৰিছিল সেই কথা মনত পৰিলে মনটো আজিও আকুল হৈ পৰে। মনত আছে— আমি সেই কালত শিক্ষকসকলৰ পৰাই হওক, অভিভাবক নাইবা কোনো জনা শুনা মানুহৰ পৰাই হওক, নানান সভা-সমিতি, আলোচনা চক্ৰ, সাহিত্য-সভা, তৰ্ক-সভা পাতি, আমাৰ চিন্তা-চৰ্চাৰ পৰিবেশ নিৰ্মল, সহজ-সৰল স্বৰূপে আমি পাইছিলো। সেই কালত সাহিত্য-চৰ্চা-বিষয়ত আমাৰ ওপৰত বেছিকৈ প্ৰভাৱ পেলাইছিল কলিকতাৰ পৰা প্ৰকাশ পোৱা ডাঃ দীননাথ শৰ্মাৰ দ্বাৰা সম্পাদিত 'আৱাহন' কাকতখনে। সেই কালত বাংলা ভাষাত প্ৰকাশ পোৱা 'বসুমতী', 'ভাৰতবৰ্ষ' কাকত আদিয়েও আমাৰ মনত প্ৰভাৱ পেলাইছিল। ১৯৩৮ চনত প্ৰকাশ পোৱা বিহগী কবি ৰঘুনাথ চৌধাৰীদেৱৰ 'জয়ন্তী' কাকতখনেও আমাক প্ৰভাৱান্বিত কৰিছিল। তদুপৰি যোৰহাট গৱৰ্ণমেণ্ট হাইস্কুলৰ আলোচনী 'জেউতি' কাকতত আমি গল্প, কবিতা, প্ৰবন্ধ আদি লিখিবলৈ প্ৰেৰণা পাইছিলো। 'জেউতি' কাকতৰ সম্পাদক আছিল প্ৰয়াত কবি-সাহিত্যিক ৺ডিম্বেশ্বৰ নেওগ আৰু সংস্কৃত শিক্ষক ৺ভোগেশ্বৰ ঠাকুৰ। শিক্ষকসকলৰ নানান প্ৰেৰণা, পৰামৰ্শ আৰু শিক্ষাদানৰ পৰা বহুত কথাই শিকিব পাৰিছিলো। তদুপৰি সেই সময়ৰ যোৰহাট গৱৰ্ণমেণ্ট হাইস্কুলৰ প্ৰধান শিক্ষক মোঃ জেহিৰুদ্দিন আহমেদ আছিল আমাৰ বাবে এজন আদৰ্শনীয় শিক্ষক। তেখেতৰ ব্যক্তিত্বসম্পন্ন তত্বাৱধানত ছাত্ৰসকলে নিয়মানুবৰ্তিতাৰ অনুগামী হৈ অকল পঢ়া-শুনাতে যে কৃতিত্ব অৰ্জন কৰিছিল এনে নহয়, খেলা-ধূলা, শৰীৰ-চৰ্চা আদিতো ছাত্ৰসকলে কৃতকাৰ্যতাৰে

আগ বাঢ়িছিল। মৌঃ জেহিৰুদ্দিন আহমেদ ছাৰে কোন ছাত্ৰ কেনে, কোন কোন বিষয়ত পাৰ্গত, কোনে কি কি দিশত ব্যুৎপত্তি অৰ্জন কৰিব পাৰে সেই মতে ছাত্ৰসকলক বাছি উলিয়াই নিব জানিছিল। হেডমাষ্টৰ ছাৰে অকল ছাত্ৰৰ লগতে নহয়, অভিভাৱকসকলৰ লগতো যোগাযোগ ৰাখি ছাত্ৰসকলৰ উন্নতিৰ নিমিত্তে যত্ন কৰিছিল। শিক্ষকসকলো ছাত্ৰসকলক আপোন কৰি লৈ প্ৰত্যেক বিষয়তে গভীৰ নিষ্ঠাৰে মনোনিবেশ কৰি ছাত্ৰসকলক শিক্ষাদান দিবলৈ সচেষ্ট আছিল। অৱশ্যে সেই কালত একোটা শ্ৰেণীৰ ছাত্ৰ সংখ্যা ৩০/৪০ জনতকৈ বেছি নাছিল।

যোৰহাট গৱৰ্ণমেণ্ট হাইস্কুলৰ তৃতীয়মান শ্ৰেণীৰপৰা অৰ্থাৎ ১৯৩৩ চনত নাম লগাই তাৰো আগৰেপৰা যোৰহাট নৰ্মাল প্ৰেক্টিচিং স্কুলৰ (ক) মান শ্ৰেণীৰেপৰা অমূল্য বৰুৱা, মই আৰু মুনীন্দ্ৰনাৰায়ণ দত্তবৰুৱা ( বৰ্তমানে সাপ্তাহিক 'নীলাচল' কাকতৰ সম্পাদক ) আমাৰ সহপাঠী আছিল—যদিও অষ্টমমান শ্ৰেণীৰপৰা দত্তবৰুৱাই আমাৰ লগ এৰে। অমূল্য বৰুৱা আৰু মই একেলগে ১৯৪১ চনত মেট্ৰিক পৰীক্ষা পাছ কৰি ( যদিও তেওঁ প্ৰথম বছৰত গুৱাহাটী কটন কলেজত প্ৰথম বাৰ্ষিক বিজ্ঞান শ্ৰেণীত নাম লগাইছিল, পিছত কিবা এটা ঘকৰা জঞ্জালত পৰি জগন্নাথ বৰুৱা কলেজত কলা বিভাগত নাম লগায় ) ১৯৪৫ চনত জগন্নাথ বৰুৱা কলেজৰ পৰা বি এ পাছ কৰিছিলো। এই অমূল্য বৰুৱাই আছিল অসমীয়া আধুনিক, প্ৰগতিশীল সমাজবাদী কবিতাৰ অন্যতম বাটকটীয়া। বীৰেন্দ্ৰকুমাৰ ভট্টাচাৰ্য যোৰহাট গৱৰ্ণমেণ্ট হাইস্কুলৰপৰা ১৯৪১ চনতে কৃতিত্বৰে প্ৰৱেশিকা পৰীক্ষাত উত্তীৰ্ণ হৈ অমূল্যৰে সৈতে কটন কলেজৰ প্ৰথম বাৰ্ষিক বিজ্ঞান শ্ৰেণীত একেলগে পঢ়িছিল। বি এ পাছ কৰাৰ পাছত কলিকতাত ইংৰাজী বিষয়ত এম এ পঢ়িবলৈ লয়। তাতেই ১৯৪৬ চনৰ ১৮ আগষ্ট তাৰিখে কলিকতা মহানগৰীৰ সাম্প্ৰদায়িক অসূয়াৰ বলি হৈ অমূল্যই অকালতে প্ৰাণ হেৰুৱালে। সেই কথা আমাৰ বাবে আজিও মৰ্মন্তুদ।...

১৯৩৭ চনত বীৰেন্দ্ৰকুমাৰ ভট্টাচাৰ্যই আমাৰ সহপাঠী হিচাপে যোৰহাট গৱৰ্ণমেণ্ট হাইস্কুলত পঢ়িবলৈ লয়। আমাৰ লগৰ আন আন ছাত্ৰ বন্ধুসকল আছিল অজিতকুমাৰ শৰ্মা ( বৰ্তমান ৰাজ্যসভাৰ সদস্য ), আব্দুছ ছাত্তাৰ ( অসম সাহিত্য সভাৰ প্ৰাক্তন প্ৰধান সম্পাদক ), পদুম বৰুৱা ( 'গঙ্গা চিলনীৰ পাখি' কথা ছবিৰ ডাইৰেক্টৰ ), ডাঃ আনন্দেশ্বৰ বৰঠাকুৰ, ডাঃ ফণী বৰা, শৈলেন প্ৰসাদ বৰুৱা ( এড্ভকেট, কানৈ কলেজৰ সহকাৰী অধ্যক্ষ ), পদ্ম বৰকটকী (ঔপন্যাসিক) যতিনাৰায়ণ শৰ্মা ( কবি, গ্ৰন্থকাৰ ), জগদীশ ফুকন ( সাংবাদিক ), ভদ্ৰেশ্বৰ

হাজৰিকা (এজন সুদক্ষ আই. এ. এছ. বিষয়া; অকালতে মৃত্যু হ'ল), পানেশ্বৰ বৰা আদি সহপাঠীসকলৰ কথা আজিও মনত পৰে। এইসকলৰ ভিতৰৰে বহুকেইজনে অকালতে প্ৰাণ হেৰুৱালে। আমি সকলোৱে সম্প্ৰীতি-সদ্ভাৱেৰে চিন্তা-চৰ্চা, পঢ়া-শুনা কৰি আমাৰ দেশক ভালপোৱা, দেশৰ স্বাধীনতাৰ কামেৰে, জাতীয় চেতনাৰে উদ্বুদ্ধ হৈ পৰিছিলো। সেইকালৰ ভাৰতীয় নেতাসকল যেনে মহাত্মা গান্ধী, জৱাহৰলাল নেহৰু, পেটেল, জয়প্ৰকাশ নাৰায়ণ, ৰাম মনোহৰ লোহিয়া, আবুল কালাম আজাদ, সৰোজিনী নাইডুৰ ৰাজনীতিৰ কথাই আমাক আপ্লুত কৰিছিল। সেইকালত মহীয়সী নাৰী কস্তুৰবা, ভগ্নী নিবেদিতা, অমৃত কউৰ, এনী বেছেণ্ট আদিৰ কথায়ো আমাক প্ৰেৰণা যোগাইছিল। সৰোজিনী নাইডুৰ কবিতা, ৰবীন্দ্ৰ নাথৰ কবিতা, গল্প, উপন্যাস পঢ়িবলৈ আমি আগৰণুৱা হৈ পৰিছিলো। তদুপৰি আমাৰ মাতৃভাষাৰ গুৱিয়াল হেমচন্দ্ৰ বৰুৱা, গুণাভিৰাম বেজবৰুৱা, চন্দ্ৰকুমাৰ আগৰৱালা, আনন্দ আগৰৱালা আদিৰ লেখনীবোৰ পঢ়িবলৈ আমি আগ্ৰহী আছিলো। তদুপৰি 'আৱাহন' যুগৰ ডেকাসাহিত্যিক মুনীন বৰকটকী, কৃষ্ণ ভূঞা, লীলা দত্ত, নগেন্দ্ৰ নাৰায়ণ চৌধুৰী, বীণা বৰুৱা আদিৰ গল্প, কবিতা, প্ৰবন্ধই আমাক আকৃষ্ট কৰিছিল। জ্যোতিপ্ৰসাদ আগৰ-ৱালাৰ 'জয়মতী কুঁৱৰী'ৰ চলচ্চিত্ৰ, বিষ্ণুৰাভাৰ 'অজগৰ' আখ্যানৰ গ্ৰামোফোন ৰেকড আৰু গণেশ গগৈৰ 'জেৰেঙাৰ সতী', মিত্ৰদেৱ মহন্তদেৱৰ হাস্যৰসৰ গ্ৰামোফোন ৰেকৰ্ডে আমাৰ ল'ৰালি মন সৰস কৰি ৰাখিছিল।

এই প্ৰবন্ধত যাৰ বিষয়ে প্ৰধানভাৱে উল্লেখ কৰিব খুজিছো, সেইজন ভাৰতীয় সাহিত্যৰ বিখ্যাত জ্ঞানপীঠ বঁটা বিজয়ী ডঃ বীৰেন্দ্ৰকুমাৰ ভট্টাচাৰ্য আমাৰ সহপাঠী হিচাপে লগ লাগেহি ১৯৩৭ চনত। যোৰহাট গৱৰ্ণমেণ্ট হাইস্কুলত আমি তেতিয়া সপ্তম মান শ্ৰেণীৰ ছাত্ৰ। তেওঁ যোৰহাটৰ পৰা দহ মাইল আঁতৰৰ কাকজান এম. ই. স্কুলৰ পৰা বৃত্তি পাই আহি আমাৰ লগত পঢ়িবলৈ লয় আৰু যোৰহাট গৱৰ্ণমেণ্ট হাইস্কুলৰ বৰ্ডিং হাউচত থাকি অধ্যয়ন কৰিবলৈ ধৰে। তেওঁৰ লগত প্ৰথমে মই শ্ৰেণীত বহি কথা পতাতকৈ হোষ্টেলৰ কোঠাত তেওঁৰ কাষত বহিহে কথাবাৰ্তা পাতিছিলো। মোৰ ভালকৈ মনত আছে বীৰেনে তেতিয়া হাতত বাংলাভাষাৰ আলোচনী বোধ কৰোঁ 'বসুমতী' নে 'ভাৰতবৰ্ষ' এখন লৈ পঢ়ি আছিল। বাংলাভাষাৰ কাকত-পত্ৰ পঢ়াৰ প্ৰতি তেতিয়াৰে পৰা বীৰেনৰ আগ্ৰহ আছিল। বাংলাভাষা নিষ্ঠাৰে অধ্যয়ন কৰিছিল। সপ্তমমান শ্ৰেণীত পঢ়ি থাকোঁতেই আমি ৰবীন্দ্ৰনাথৰ 'গীতাঞ্জলি'খনৰ বহু স্তবক মুখস্থ কৰিছিলো;

তদুপৰি কাজী নজৰুলৰ 'অগ্নিবীণা'ৰ বিদ্ৰোহী কবিতাবোৰ পঢ়িও আমি আপ্লুত হৈছিলো। বঙ্কিমচন্দ্ৰ, শৰৎচন্দ্ৰৰ উপন্যাসবোৰেও আমাৰ মন আকৰ্ষণ কৰিছিল। সেইবোৰ আগ্ৰহেৰে পঢ়িছিলো। তেতিয়াৰ অসমীয়া ঔপন্যাসিক ৰজনীকান্ত বৰদলৈ আৰু দণ্ডিনাথ কলিতাৰ উপন্যাসবোৰ বিচাৰি বিচাৰি পঢ়িছিলো। বেজবৰুৱা আৰু গোহাঞি বৰুৱাৰ প্ৰত্যেকখন কিতাপেই আমাৰ বাবে বৰ উপাদেয় আছিল। বীৰেন ভট্টাচাৰ্যই উক্ত লেখকসকলৰ গ্ৰন্থৰাজি এক বিশ্লেষণশীল মন লৈ পঢ়িছিল। পঢ়ি তাৰ ওপৰত ভাল মন্তব্য দিব পাৰিছিল। আমাৰ মনত আছে, অষ্টম মান শ্ৰেণীত পঢ়ি থাকোঁতে অজিত শৰ্মাই 'ভোগ দৈ' নামেৰে এখন হাতেলিখা দৈনিক বাতৰি কাকত উলিয়ায়। সেই সময়ত এই কাকতখন দিনে চাৰি কপিকৈ হাতে লিখি অজিতে উলিয়াইছিল। তাত বীৰেন, মই, ফণী, অমূল্য, যতিনাৰায়ণ আদিয়ে আটায়ে লিখিছিলো। বীৰেনে হাস্যৰসমূলক প্ৰবন্ধ তেতিয়াই লিখিছিল। এই হাস্যৰসৰ প্ৰবন্ধ লেখাৰ প্ৰেৰণা লৈ হয়তো পিছৰ কালত বীৰেনে অসমীয়া সাহিত্যত হাস্যৰসৰ ক্ৰমবিকাশ সম্পৰ্কে থিচিচ লিখি ১৯৭৫ চনত ডক্টৰেট উপাধি লাভ কৰে—গুৱাহাটী বিশ্ববিদ্যালয়ৰ পৰা। জুহালত পঢ়ি কমাৰ-শালত গঢ়াৰ প্ৰেৰণা বীৰেনে তেতিয়াই আয়ত্ত কৰিছিল। সেই কালত আমাৰ স্কুলত থকা লাইব্ৰেৰীটোৰ উপৰিও যোৰহাটৰ বিষ্ণুৰাম লাইব্ৰেৰীটোৱে আমাক কিতাপ-পত্ৰ, বাতৰি কাকত আদি পঢ়াত বেছি সহায় কৰিছিল। তদুপৰি আমি অষ্টমমান শ্ৰেণীত পঢ়ি থাকোঁতে স্কুলত এটা ৰিডিং ক্লাব গঢ়ি তুলিছিলো। প্ৰত্যেক শনিবাৰে এই ৰিডিং ক্লাবতে আমি পঢ়া-শুনা কৰি সময় কটাই দিছিলো।

বীৰেন্দ্ৰকুমাৰ ভট্টাচাৰ্যৰ জন্ম হৈছিল চাফ্ৰাই নামৰ চাহ বাগিছা এখনত। বীৰেনে শিশুকালছোৱা চাফ্ৰাইতে কটাইছিল আৰু তাতেই তেওঁৰ সাহিত্যিক জীৱনৰ অংকুৰ গজিছিল। তদুপৰি তেওঁৰ পিতৃস্থান ঢেকীয়াখোৱা গাঁৱৰ শান্ত পৰিবেশেও তেওঁৰ কোমল কবি-মনত নানান সাঁচ বহুৱাইছিল। ঢেকীয়াখোৱা সেই একেখনি গাঁৱৰে অসমৰ বিখ্যাত বকুল বনৰ কবি, অসম সাহিত্য সভাৰ অন্যতম প্ৰাক্তন সভাপতি শ্ৰীআনন্দচন্দ্ৰ বৰুৱা ডিহা নৈৰ পাৰতে আছিল। এই কবিজনাৰ সান্নিধ্যয়ে বীৰেনক সদায় অনুপ্ৰেৰণা দি আহিছে। সেই কালত আমাৰ ছাত্ৰসকলৰ পৰা বিশেষকৈ ৺অমূল্য বৰুৱা আৰু যতিনাৰায়ণ শৰ্মাই আনন্দ বৰুৱাৰ সান্নিধ্য লাভ কৰি সাহিত্য-চৰ্চাত অতুল প্ৰেৰণা পাইছিল। আনন্দ বৰুৱাৰ পৰম বন্ধু প্ৰেমৰ কবি গণেশ গগৈ আমাৰ আটাইৰে প্ৰেৰণাৰ থল

আছিল। 'পাপৰি' কবিতাৰ স্তবকবোৰে আমাৰ আটাইকে আপ্লুত কৰি ৰাখিছিল।

সাধাৰণ মানুহৰ সুখ-দুখ, হাঁহি-কান্দোনৰ কথাই বীৰেনক ল'ৰালি কালৰে পৰা নানান চিন্তা, নানান ভাবনাই আকুল কৰি ৰাখিছিল। স্কুলত পঢ়ি থকাৰ কালচোৱাতে আমাৰ ছাত্ৰসকলৰ মনত ৰাষ্ট্ৰীয় প্ৰগতিৰ কথাই তোলপাৰ লগাইছিল। বীৰেনে তেতিয়াৰে পৰা দেশখনৰ প্ৰতি থকা দায়িত্বশীল মনোভাব গ্ৰহণ কৰিছিল আৰু তেওঁৰ মনত সমাজবাদী চেতনা সকৰে পৰা জাগৰূক হৈ আছিল। চাত্ৰাই পঢ়াশালিত পঢ়ি থাকোঁতে চাত্ৰাইত থকা সাহিত্য-সংঘলৈ তেওঁ সদায়ে গৈছিল আৰু সেই সংঘৰ জৰিয়তে সাহিত্য-চৰ্চাত মনোযোগ দিছিল।

হাইস্কুলত পঢ়ি থকা কালচোৱাত বীৰেনে আনবোৰ ল'ৰাৰ দৰে এনি-তেনি ঘুৰি-পকি ফুৰা, মেল-মিটিং পাতি লাগি থকা নাছিল। বন্ধুবৰ্গৰ লগত আড্ডা মাৰি ফুৰা স্বভাৱো তেওঁৰ নাছিল। অধ্যয়নেই তেওঁৰ তপস্যাস্বৰূপ আছিল। হোষ্টেলত পঢ়াৰ চুকটোৱেই আছিল তেওঁৰ সময় কটোৱাৰ থল। খেলা-ধূলাত বৰকৈ মন দিয়া নাছিল। কিন্তু বন্ধু-বান্ধৱৰ মিলা-মিচাৰ পৰা একেবাৰে একলীয়া হৈ থকা বিধৰ ছাত্ৰও নাছিল।

যোৰহাট গৱৰ্ণমেণ্ট হাইস্কুলৰ পঞ্চম মান শ্ৰেণীত পঢ়ি থাকোঁতেই আমি ছাত্ৰসকলে "চেনেহী" নামৰ এখন হাতেলিখা আলোচনী উলিয়াইছিলো। এই কামত উলিওৱাত শিক্ষকসকলে আমাক উদগনি দিছিল। সপ্তম মান শ্ৰেণীত বীৰেনে আমাৰ লগত নাম লগাই এই আলোচনীৰ নিয়মীয়া লেখক হৈ পৰিছিল। এই আলোচনীখন আমি প্ৰবেশিকা পৰীক্ষা দিয়াৰ সময়লৈকে উলিয়াই আছিলো। 'চেনেহী' আলোচনীৰ সম্পাদক হিচাপে মই, ফণী বৰা, বীৰেন ভট্টাচাৰ্য অজিতকুমাৰ শৰ্মা, অমূল্য বৰুৱা, যতিনাৰায়ণ শৰ্মা আদি আছিলো। বীৰেনে এই আলোচনীত গল্প, কবিতা লিখাৰ উপৰিও ইংৰাজী ভাগত ইংৰাজী প্ৰবন্ধ লিখিছিল। অজিতকুমাৰ শৰ্মাই ইংৰাজী ভাগৰ সম্পাদনা কৰিছিল। "Students and Politics" নামৰ প্ৰবন্ধ এটি তেতিয়াই তেওঁ লিখিছিল। ৰাজনীতিৰ প্ৰতি তেওঁ সচেতন আছিল। হাইস্কুলত ছপা কৰা আলোচনী "জেউতি"ত বীৰেনে "মাহী আইৰ সাদৰ" নামে প্ৰথম গল্প লিখিছিল। স্কুলৰ শ্ৰেণীৰ অজিতকুমাৰ শৰ্মা বীৰেনৰ 'পাৰ্টনা'ৰ আছিল। হেড্‌মাষ্টৰ মৌঃ জেহিৰুদ্দিন আহমেদ ছাৰ মেধাবী ছাত্ৰ হিচাপে দুইকো 'পাৰ্টনাৰ' স্বৰূপে লগ লগাই দিছিল। দুইৰো এই "পাৰ্টনাৰশিপ" আজিৰ সাহিত্যিক আৰু ৰাজনৈতিক জীৱনতো

সমানভাৱে অটুট থকা আমি দেখিছো। অঙ্ক আৰু বিজ্ঞান এই দুইটা বিষয়তে বীৰেন আৰু অজিত কৃতী ছাত্ৰ আছিল। স্কুলত বিজ্ঞান শিক্ষাত ব্ৰতী হওঁতে বীৰেনৰ হাতৰ বুঢ়া আঙুলি এটা 'মাৰ্কাৰী' চোওঁতে কোঙা হৈ পৰিছিল। বিজ্ঞান শিক্ষক চন্দ্ৰ বৰুৱাই হাতৰ আঙুলি পোনাই-পঁজৰাই দিওঁতেহে ৰক্ষা পৰিছিল। বীৰেনৰ মনত সেই কথা আজিও শিলৰ ৰেখাৰ দৰে ৰৈ আছে।

যোৰহাট গৱৰ্ণমেণ্ট হাইস্কুলত পঢ়াকালত গ্ৰীষ্ম আৰু বসন্ত ঋতুৰ দিনবোৰৰ কথা আজিও মনত পৰে। হাইস্কুলৰ চৌপাশে থকা এজাৰ গছৰ হেজাৰ ফুলৰ বাহাৰ, নাহৰ গছৰ শাৰী শাৰী দোল আৰু হাইস্কুলৰ দক্ষিণফালে থকা ৰাজমাও পুখুৰী পাৰৰ আম, জামু, লেটেকু আৰু লিচুৰ বাৰীখন। তাত নানান চৰাই-চিৰিকটিৰ কিৰিলি। পানীখোৱা ছুটীৰ পৰত আমি ল'ৰাজাকে সেইফালে ঢাপলি মেলো, ধেমালি-ধুমুলা কৰোঁ। অকল সেয়ে নহয়, ৰাজমাও পুখুৰী পাৰত আমি নানান মিটিং পাতিছিলো, গল্প-কবিতা ৰচনা আদিৰ আলোচনা-বিলোচনা কৰিছিলো। প্ৰত্যেক বছৰে গ্ৰীষ্ম বন্ধ হ'লেই আমি বিদায় সভা পাতিছিলো। কোনোৱে কবিতা ৰচনা কৰি, প্ৰবন্ধ পাঠ কৰি, বক্তৃতা দি ভাবৰ আদান-প্ৰদান কৰিছিল, বিদায় সম্ভাষণ জনাইছিল; শিক্ষকসকলকো মালা পিন্ধাই শ্ৰদ্ধা জনাইছিল। বন্ধত আমাৰ লগৰ ছাত্ৰসকল গাঁৱৰ ঘৰলৈ আৰু দূৰণি ঠাইলৈ গুচি গলে আমি মনতে বেজাৰ পাইছিলো। আকৌ লগ পাবলৈ উদগ্ৰীৱ হৈ পাৰিছিলো। দীঘলীয়া বন্ধত ভাবৰ আদান-প্ৰদান কৰি চিঠি লিখি, কবিতা লিখি ইজনে সিজনক জনাইছিলো। বীৰেন ভট্টই এবাৰ অমূল্য বৰুৱালৈ এটি কবিতা লিখি এইদৰে অন্তৰৰ আবেগ প্ৰকাশ কৰিছিল। "মৰমৰ অমূল্য বৰুৱাৰ বিদায়ত—

বুকুৰ বতাহ লোৱা সজীৱ মেহৰ ফুলে
বিচ্ছেদৰ নিয়ৰত হৈ আধা তিতা,
নিৰাশাৰ গধূলিত করুণ সুৰেৰে আজি
গাইছে নোগোৱা এটা দুখৰ কবিতা।
তুমিতো যাবাগে' বুলি, কাষৰ বননিখনে
করুণ ভাবেৰে কিয়ে তুলিছে বিননি;
আন্ধাৰ অহিছে নামি দিগন্ত প্ৰলাবি বাট,
বেদনাৰ বিৰহৰ তীব্ৰতাৰ ধ্বনি।

মনত পৰিছে আজি তোমাৰ বুকুৰ কথা—
হিয়াত লুকাই থোৱা পদুমৰ ফুল,
মনত পৰিছে আজি, তোমাৰেই হাঁহিটিৰ
সদায় উজলি থকা ৰূপটি অতুল।
তুমিহীন মই আজি কিবা এটি অভাৱত
সকলোৰে অলক্ষিতে কান্দিছো এবাৰ,
কান্দিছো এবাৰ—মোৰ হৃদয়ৰো হৃদয়ত
—বিষাদৰ ৰূপ চাই আজি সন্ধিয়াৰ।
এৰি অহা নগৰৰ বুকুৰ বান্ধৱ ৰাশি—
সদায় স্মৰণ কৰোঁ তোমালৈকে চাই,
তোমাৰ মৰম ঢালি সিহঁতৰ স্মৃতি ৰাজি
সুদূৰ দেশতো মই ৰাখিছো জীয়াই।"

তেতিয়াৰ দিনত আমাৰ কোনো কোনো বন্ধুৰ জন্ম দিবস হলেই একোখন কিতাপ নাইবা একোটা কবিতা লিখি আমি সম্ভাষণ জনাইছিলো। তেনে কবিতা, চিঠি আজিও আমাৰ কাকতৰ টোপোলাৰ পৰা উলিয়াই পঢ়ি আমি আনন্দ পাওঁ। বীৰেন ভটৰ তেনে চিঠি আৰু কবিতা আমাৰ ছাত্ৰবন্ধুসকলৰ বহুতৰ হাতত আছে।

সেইকালত আমাৰ বৰ সৌভাগ্যৰ কথা আছিল যে আজিৰ অসম সাহিত্য সভাৰ কেইবাজনো প্ৰাক্তন সভাপতিক আমি শিক্ষাগুৰু স্বৰূপে পাইছিলো। সেইসকলৰ ভিতৰত ডিম্বেশ্বৰ নেওগ মিত্ৰদেৱ মহন্ত, ত্ৰৈলোক্য নাথ গোস্বামী, যজ্ঞেশ্বৰ শৰ্মা, ডঃ মহেশ্বৰ নেওগ আদি আছিল। এই শিক্ষাগুৰুসকলৰ প্ৰেৰণাতে আমি স্কুলত পঢ়ি থাকোঁতে শ্ৰীশঙ্কৰদেৱ মাধৱদেৱৰ তিথি, বিশ্বনবী হজৰত মহম্মদৰ জন্ম দিবস, বেজবৰুৱাৰ স্মৃতি বাৰ্ষিকী আদি আলোচনা-সভাবিলাক পাতিছিলো। মনত আছে, শ্ৰীশঙ্কৰদেৱ তিথিৰ আলোচনী সভাত এবাৰ ত্ৰৈলোক্যনাথ গোস্বামীদেৱ সভাপতি আছিল। সেই আলোচনী-সভাত বীৰেন ভট্টই এখন ৰচনা পঢ়িছিল। এয়া ১৯৩৯ চনৰ কথা। আমি নৱমমান শ্ৰেণীৰ ছাত্ৰ। সেই ৰচনাত বীৰেনে 'খণ্ডৰ মাজেদি অখণ্ড ৰূপৰ প্ৰকাশ'ৰ এক সুন্দৰ ব্যাখ্যা দিছিল। বীৰেনৰ চিন্তাধাৰা আৰু ৰচনা-শৈলীৰ সুন্দৰ প্ৰকাশ দেখি ত্ৰৈলোক্য গোস্বামীদেৱে তেওঁক বৰ প্ৰশংসা কৰিছিল। তেতিয়াৰ স্কুল বিভাগৰ ইন্সপেক্টৰ সাহিত্যিক শৰৎচন্দ্ৰ গোস্বামীদেৱ মুখ্য অতিথি হিচাপে

সভাত উপস্থিত আছিল। মহেশ্বৰ নেওগে বি. এ. পাছ কৰিয়ে হাইস্কুলত অস্থায়ীভাৱে শিক্ষকতা কৰিছিল আৰু তাতে শ্ৰীশঙ্কৰদেৱৰ দৰ্শনৰ ওপৰত এখনি তথ্য গধুৰ ৰচনা পাঠ কৰিছিল। আমাৰ মনত আছে, শিক্ষাগুৰু মিত্ৰদেৱ মহন্তদেৱৰ তত্বাৱধানত স্কুলত তৰ্কসভা, সাহিত্য সভাৰ বৈঠক আদি বহিছিল। তেখেতৰ জৰিয়তে সভাত নানান হাঁহি-কৌতুক, কবিতা আদি পাঠ কৰা হৈছিল। সেই ধৰণৰ সভাবোৰৰ দ্বাৰা আমি সততে অনুপ্ৰাণিত হৈছিলো।

১৯৩৯ চনত আমি ছাত্ৰসকলে সাহিত্য-ৰথী লক্ষ্মীনাথ বেজবৰুৱাৰ মৃত্যুবাৰ্ষিকী অতি সমাৰোহেৰে যোৰহাট গৱৰ্ণমেণ্ট হাইস্কুলৰ প্ৰাঙ্গনত পালন কৰিছিলো। আমাৰ ছাত্ৰসকলৰ পৰা বীৰেন ভট্টই 'অধিনায়ক বেজবৰুৱা', আৰু আমি কেইজনমান ছাত্ৰই বেজবৰুৱাৰ সাহিত্যৰ বিভিন্ন দিশৰ ওপৰত স্বৰচিত ৰচনা একোখনকৈ পাঠ কৰিছিলোঁ। এই মৃত্যু-বাৰ্ষিকী তিথিৰ সভাপতি আছিল সাহিত্য-ৰত্ন ৺চন্দ্ৰধৰ বৰুৱা। বৰুৱাদেৱৰ ভাষণ আৰু ৰচনাসমূহ যোৰহাট গৱৰ্ণমেণ্ট হাইস্কুলৰ আলোচনী 'জেউতি'ত ১৮৬২ শকৰ গ্ৰীষ্ম আৰু শৰৎ সংখ্যাত প্ৰকাশিত হৈছিল। ওপৰোক্ত ৰচনাবিলাকৰ বিষয় বিভাগ ৺ডিম্বেশ্বৰ নেওগদেৱে কৰি দিছিল।

সেইদিনৰ স্বাধীনতা আন্দোলনৰ ঢৌৱে আমাৰ ছাত্ৰসকলকো কোবাইছিলহি। এবাৰ মনত আছে, জৱাহৰলাল নেহৰু যোৰহাটলৈ আহোঁতে তেওঁৰ মিটিঙলৈ স্কুলকৰ্তৃপক্ষই ছাত্ৰসকলক যাবলৈ মানা কৰিছিল। আমি তেতিয়া সত্যাগ্ৰহ কৰিছিলো—শ্ৰেণীত পঢ়াশুনাৰপৰা বিৰত থাকি মৌনতা অৱলম্বন কৰিছিলো। ছাত্ৰসকলৰ এই নেতৃত্ব বহন কৰিছিল আমাতকৈ ওপৰ শ্ৰেণীৰ ছাত্ৰ শ্ৰীদেৱপ্ৰসাদ বৰুৱাই (বৰ্তমান যোৰহাটৰ এজন সমাজসেৱী আৰু চাহ খেতিয়ক)। এই কথাত হেডমাষ্টাৰ ছাৰে আমাৰ ওপৰত খং কৰিছিল আৰু আমাক ৰাজনীতিৰপৰা বিৰত থাকি পঢ়া-শুনা কৰিবলৈ সকিয়াই দিছিল। তেওঁ কৈছিল, "আগেয়ে পঢ়া-শুনা কৰি ডাঙৰ হৈ লৈ, তাৰ পাছত ৰাজনীতি কৰি থাকিবি।" তথাপি মহাত্মা গান্ধী আৰু জৱাহৰলালে আমাক উদ্বুদ্ধ কৰিছিল। বিয়াল্লিছৰ গণ-আন্দোলনত আমি সক্ৰিয় অংশ গ্ৰহণ কৰিছিলো—যদিও জেললৈ যাব লগা নহৈছিল। আমাতকৈ ওপৰ শ্ৰেণীৰ ছাত্ৰ যোগেন্দ্ৰনাথ শইকীয়াই আন্দোলন কৰি জেল খাটিছিল। পিছৰ কালত অসমৰ মন্ত্ৰীসভাৰ তেওঁ এজন মন্ত্ৰীও হৈছিল।

স্কুলত পঢ়ি থাকোঁতে আমাৰ সাহিত্য চৰ্চাৰ প্ৰধান কাকত আছিল 'জেউতি'। এই কাকতখনতে আমি আটায়ে গল্প, কবিতা, প্ৰবন্ধ আদি লিখি প্ৰেৰণা

পাইছিলো। মোৰ ল'ৰালিকালৰ প্ৰায়বোৰ কবিতা 'জেউতি'তে প্ৰকাশ পাইছিল। মোৰ অনুবাদ গল্প 'সৰাফুল' প্ৰথম 'জেউতি' কাকততে ওলাইছিল। ইংৰাজী ভাগত অজিতকুমাৰ শৰ্মা আৰু বীৰেন ভট্টাচাৰ্যই গল্প, প্ৰবন্ধ আদি লিখিছিল। 'আৱাহন' কাকতত প্ৰকাশিত বীৰেনৰ 'আবিচেনীয়া' আৰু 'জীয়াই থকা ছবি' নামৰ দুটি চুটি গল্প, আৰু মোৰ কবিতা 'অব্যক্ত'ই সকলোৰে মন আকৰ্ষণ কৰিছিল।

সাহিত্য-সেৱাত ছাত্ৰ অৱস্থাৰেপৰা একাগ্ৰপতীয়াকৈ লাগি থকা বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্যকে আদি কৰি আটাইকেইজন সাহিত্যিক বন্ধুৱে আজিও একেমুখে স্বীকাৰ কৰে যে সেই সময়ৰ অসমীয়া সাহিত্যৰ শিক্ষক ৺ডিম্বেশ্বৰ নেওগৰ সাহিত্য-বিষয়ৰ শিক্ষাদানৰপৰাই সাহিত্য-চৰ্চাত আত্মনিয়োগ কৰিবলৈ প্ৰেৰণা পাইছিল। নেওগ ছাৰৰ কাব্যবিষয়ৰ গভীৰ জ্ঞান আৰু ভাৰতীয় অথবা বিদেশী সাহিত্যৰ তুলনামূলক চৰ্চাই আমাক আপ্লুত কৰিছিল। সাহিত্যৰ বিভিন্ন দিশত তথ্য আৰু তত্ত্বপূৰ্ণভাৱে মনোনিৱেশ কৰিবলৈ আমি উৎসাহ পাইছিলো। বিশেষকৈ কবিতা, কাব্য, মহাকাব্য আদিৰ বিশ্লেষণমূলক দিশবোৰৰ কথা নেওগ ছাৰে আমাৰ আগত ৰসালভাৱে ব্যাখ্যা কৰি দিছিল। নিজে মাতৃভাষাত কবিতা, প্ৰবন্ধ, গল্প আদি লিখোঁতে ভাষা কেনেকৈ শুদ্ধ, নিমজ, জতুৱা ঠাচৰ হ'ব লাগে তাৰ কিটিপ-কৌশলৰ কথা নেওগ ছাৰে আমাক দেখুৱাই দিছিল। নেওগ ছাৰ সাহিত্য-সমালোচনাত বৰ কঠোৰ আছিল আৰু সমসাময়িক বহু কবিৰ কবিতা বেয়াকৈ সমালোচনা কৰিছিল। আমি কেতিয়াবা প্ৰতিবাদ কৰিছিলো; কিন্তু নেওগ ছাৰে বেয়া পোৱা নাছিল। তেওঁ নিমাতে ৰৈছিল। পৰীক্ষা-কাকতত নম্বৰ দিয়াটোও নেওগ ছাৰ কঠোৰ আছিল। কিন্তু যি কেইজনে তেওঁৰ হাতত কম নম্বৰ পাইছিল, সেই কেইজনেই তেওঁৰ মনত ভাল ছাত্ৰ বুলি পৰিগণিত হৈছিল। আমাৰ মনত আছে নেওগ ছাৰে সেই সময়ত সংকলন কৰি থকা 'অসমীয়া সাহিত্যৰ জিলিঙনি', 'কথা-প্ৰতিভা', 'অসমীয়া সাহিত্যৰ বুৰঞ্জীত ভুমুকি' বোলা গ্ৰন্থসমূহৰ প্ৰবন্ধবাজি নকল কৰিবৰ নিমিত্তে বীৰেন, অজিত, মোক আৰু ফণীক ঘৰলৈ মাতি নিছিল। যোৰহাট তৰাজানৰ নেওগ ছাৰৰ 'গুৰুনী-পজা'ত আমি সেইবিলাক নকল কৰিছিলো। সেইবোৰ নকল কৰি আমি বিশেষভাৱে উপকৃত হৈছিলো। নেওগ ছাৰৰ দৰে তাত্বিক, বিশ্লেষণশীল, গভীৰ অধ্যয়নপুষ্ট মন এটা বীৰেনে নেওগ ছাৰৰপৰাই প্ৰেৰণা পাই নিজে গঢ়ি লবলৈ সক্ষম হৈছিল যেন লাগে। সেই অধ্যয়নপুষ্ট মনটো যেই কোনো পৰিস্থিতিতে

বীৰেনে সততে সজাগ কৰি ৰাখিবলৈ সক্ষম হৈ আহিছে। সকৰেপৰা সাহিত্য-সেৱাই হৈছে বীৰেনৰ ব্ৰত আৰু তপস্যা। সেয়া আজিও একেদৰে অব্যাহত হৈ আছে।

বিভিন্ন সময়ত বীৰেনক আমি বন্ধুমহলে সকৰেপৰা লগ পাই আহিছো। আমি কেইজনমানে চৰকাৰী চাকৰিত সোমাই নানান ধামখুমীয়াত পৰি সাহিত্য চৰ্চা কৰিছো যদিও বীৰেনৰ দৰে একাগ্ৰতীয়াভাৱে নিজকে নিয়োজিত কৰিব পৰা নাই। বীৰেনে নানান দুখকষ্ট বৰণ কৰিও সাহিত্যসেৱাত ব্ৰতী হৈ আহিছে। কলিকতাত পঢ়িবলৈ গৈ বীৰেনে মাধৱ বেজবৰুৱাই সম্পাদন কৰা 'বাহী' কাকতত কাম কৰিছিল। চৰকাৰী চাকৰিৰ প্ৰতি বীৰেনৰ কোনো মোহ নাছিল; - ইচ্ছা কৰা হ'লে শিক্ষাজীৱনৰ কৃতিত্বেৰে চৰকাৰী ডাঙৰ চাকৰি ল'ব পাৰিলেহেঁতেন। সমাজবাদী বীৰেনে বুৰ্জোৱা প্ৰশাসনৰ আবেষ্টনীত সোমাব খোজা নাছিল। তেওঁ জীৱনৰ এক গভীৰ দৰ্শনত ব্ৰতী হৈ সকৰেপৰা সাহিত্যৰ সৃষ্টিশীল দিশত নিজকে মনোনিৱেশ কৰি আহিছে। নগা জনজাতিসকলৰ মাজত সমাজসেৱা কৰিবলৈ গৈ বীৰেনে সৃষ্টিশীল প্ৰতিভাৰে ৰচনা কৰিলে কাব্যময় 'ইয়াৰুঙ্গম' উপন্যাস। ইয়াৰ দ্বাৰাই অসমীয়া সাহিত্যত ভাৰত চৰকাৰৰ সাহিত্য অকাডেমী পুৰস্কাৰ লাভ কৰিবলৈ তেওঁ সক্ষম হ'ল। বীৰেনে এই পুৰস্কাৰ পোৱাত আমাৰ বাল্যকালৰ ছাত্ৰ বন্ধুসকল আটাইতকৈ বেছি আনন্দিত হৈছিল। বীৰেনৰ প্ৰথম উপন্যাস 'ৰাজপথে ৰিঙিয়াই'ত সমাজবাদী চিন্তাৰ সফল ৰূপায়ণ আমি দেখিবলৈ পাইছিলো। 'ৰামধেনু'ৰ সম্পাদক হৈ থকা কালছোৱাত বীৰেনে পঞ্চদশকৰ কালছোৱাত এচাম নতুন সাহিত্যিকৰ চিন্তা-ধাৰাৰ সুঁতি বোৱাই দিবলৈ সক্ষম হৈছিল। 'সাপ্তাহিক নৱযুগ' কাকতৰ সম্পাদক হৈয়ো বীৰেনে অসমীয়া সাহিত্যৰ নতুন যুগ এটাৰ সন্ধান আমাক দিছিল। কিন্তু অতি দুখৰ বিষয় যে দুইখন কাকতৰে পৃষ্ঠপোষকসকলৰ অমনো-যোগিতাত তেওঁ নানান দুখ ভোগ কৰিব লগাত পৰিছিল আৰু কাকত দুখনৰপৰা ওলাই আহিবলৈ বাধ্য হৈছিল। পিছত কাকত দুখন বন্ধ হৈছিল। কিন্তু সাহিত্য-প্ৰেমী ৰাইজে এই কাকত দুখনৰ শ্ৰেষ্ঠ অৱদানৰ কথা কেতিয়াও পাহৰিব নোৱাৰে।

আমি চৰকাৰী চাকৰিত শিলঙত থকা কালছোৱাত 'শিলং সাহিত্য কানন' গঠন কৰোঁতে বীৰেনে আমাৰ অতিথি হৈ থাকি ডেকা সাহিত্যিকসকলক সাহিত্য-চৰ্চাৰ বাবে নানান প্ৰেৰণা দিছিল। সেইদৰে গুৱাহাটী সাহিত্য

কাননতো বীৰেনে মাজে মাজে উপস্থিত থাকি উঠি অহা সাহিত্যক সকলক প্ৰেৰণা দি আহিছে। মোৰ সাহিত্যিক বন্ধু হিচাপে বীৰেন ভট্টই অসমীয়া হাস্যৰসৰ ক্ৰমবিকাশৰ ওপৰত 'থিছিছ' লিখি ডক্টৰেট উপাধি পোৱাত আনন্দিত উৎফুল্লিত হৈ পৰিছিলো। হাতে লিখা আলোচনীত স্কুলীয়া জীৱনত হাস্যৰসৰ বিষয়ত প্ৰবন্ধ লিখিয়েই বীৰেনে কথা সাহিত্যত হাত দিছিল। সেই কথা পৰতে উল্লেখ কৰি অহা হৈছে। শেষত এই বিষয়ত আটাইতকৈ উচ্চ সন্মান লাভ কৰাত আমি আনন্দিত নহৈ পাৰোঁনে? তাৰ পাছত ১৯৭৯ চনৰ ভাৰতৰ আটাইতকৈ শ্ৰেষ্ঠ সাহিত্যৰ বাবে 'জ্ঞানপীঠ'বটা লাভ কৰাত আমি যে কিমান আনন্দিত হৈছো তাক ভাষাৰে প্ৰকাশ কৰা টান! ইয়াৰ দ্বাৰাই বীৰেনৰ জীৱনত সাহিত্য-সাধনা সফল হ'ল। আমি বন্ধুসকল তেওঁৰ গৌৰৱেৰে আজি গৌৰৱান্বিত গুৱাহাটী সাহিত্য কাননৰ তৰফৰপৰা আমি তেওঁক সম্বৰ্ধনা জনাওঁতে বীৰেনে সাহিত্য-প্ৰেমীসকলক বিনম্ৰভাৱে কৈছিল, "মই যি পাইছো সেয়া মোৰ নহয়, ৰাইজৰ জাতীয় চেতনাৰহে পৰিচয়।" অসমৰ অস্তিত্ব ৰক্ষাৰ আন্দোলনৰ পাৰপ্ৰেক্ষিতত কথা কওঁতে তেওঁ কৈছিল, "অসমীয়া মানুহৰ প্ৰাণৰ বীণৰ তাঁৰ একেটা সুৰতে বাজি উঠাটো এক অভূতপূৰ্ব কথা।" তেওঁৰ সাহিত্য সাধনাৰ সম্পৰ্কত কৈছিল, "মূক মৌন জনতাৰ মুখত ভাষা দিব পৰাটোহে আচল কথা। জনতাৰ ওপৰত মোৰ গভীৰ বিশ্বাস আছে। জনতাৰ মুখৰ ভাষাতহে একোটা শব্দই ৰূপ লয়।" ডঃ ভট্টই উল্লেখ কৰে যে চহৰৰ শিষ্ট সংস্কৃতি আৰু গাঁৱৰ জনসংস্কৃতিৰ সংহতি এতিয়াও হোৱা নাই। জনতাৰ প্ৰাণ-শক্তিৰ লগত সাহিত্য শক্তিৰ প্ৰকাশ কৰিব পৰাটোহে তেওঁৰ লক্ষ্য হৈ আহিছে আৰু সৰু কালৰেপৰা তাকেই নিষ্ঠাৰে কৰি আহিছে। তেওঁৰ 'মৃত্যুঞ্জয়' উপন্যাসৰ কথা উল্লেখ কৰি কৈছিল, "উপন্যাসৰ চৰিত্ৰ-সৃষ্টি, চৰিত্ৰৰ জ্ঞান, অনুভূতি, বাস্তৱতাৰ অধ্যয়নৰ ওপৰতে হয়। চৰিত্ৰৰ বিকাশ বাস্তৱতাৰ প্ৰতীক মাথোন। উপন্যাস সৃষ্টিৰ যি পটভূমি আছে, সেয়া নিজা সৃষ্টিশীলতাৰ মাজেদিহে প্ৰকাশ পায়। মনুষ্যত্ববোধেই উপন্যাস সৃষ্টিৰ উপজীব্য।" ভট্টাচাৰ্যই আকৌ কয় যে সত্যক সুন্দৰ কৰাটোহে তেওঁৰ সাহিত্যৰ জীৱন-দৰ্শন। ফৰাচী সাহিত্যিক আলবেয়া কামুৰ আদৰ্শৰে তেওঁ কয় যে নতুন মানুহ গঢ়িবলৈ হ'লে শিল্পী-সাহিত্যিকে সুন্দৰৰ উপাসনা কৰিব লাগিব। জ্ঞানপীঠ বঁটা বিজয়ী হোৱা সম্পৰ্কে তেওঁ নিজা মত দি কৈছিল, "বঁটা বিজয় কথা লৈ আমি উচ্ছ্বসিত ধাৰণা ল'ব নালাগে। শতকৰা ৫০ ভাগ উপন্যাসৰ গুণৰ ওপৰত নিৰ্ভৰ কৰে আৰু বাকী ৫০ ভাগ গুণীসকলৰ

আলোচনা, মূল্যায়ন আৰু মতৈক্যৰ ওপৰতহে লেখকৰ ভাগ্য নিৰ্ণয় হয়। ই'টা নোৱাৰাটো সামাজিক ঘটনাহে—লেখকৰ সেৱা ব্যক্তিগত হ'লেও সাহিত্যিক সমালোচনাত তেওঁ সদায়ে আত্মবিশ্লেষণ কৰিহে আগ বাঢ়ি আহিছে। ৰসিক পাঠকৰ অবিহনে সাহিত্যৰ মূল্যাঙ্কন হ'ব নোৱাৰে।"

এইজনেই মোৰ বাল্যকালৰ সাহিত্যিক বন্ধু ডঃ বীৰেন্দ্ৰকুমাৰ ভট্টাচাৰ্য। আমি তেওঁৰ গৌৰৱেৰে গৌৰৱান্বিত।

# গাৰ্হস্থ্য জীৱনত ভট্টাচাৰ্য

শ্ৰীমতী বিনীতা ভট্টাচাৰ্য

আইৰ বুকৰ পৰা স্বামীগৃহলৈ ওলাই আহোঁতে এটা কথাই কাণত বৰকৈ বাজিছিল—যাৰ ধ্বনি আজিও প্ৰতিধ্বনিত হয়; এষাৰ কথা—"স্বামীগৃহত স্বামীৰ ছাঁৰ দৰে থাকিব লাগে। স্বামী গুৰুও, বন্ধুও।" সেই সময়ত কথাষাৰৰ তাৎপৰ্য একো বুজিব নোৱাৰিছিলো। চকুত এসাগৰ চকুপানী, বুকুত কিছুমান অনামী বেদনা কেৱল বাইশ বছৰীয়া জীৱনৰ মৰমৰ এনাজৰীডাল ছিঙি থৈ আন এখন ঘৰৰ লগত নিজকে বিলীন কৰিব লগীয়া হোৱা বাবে মানসিক দোদুল্যমান অৱস্থাটোৱে মোক থকা-সৰকা কৰিছিল। পুৱতি নিশা কেইবা মাইলো যোৱাৰ পিছত নগৰৰো সীমা চেৰাই গাঁৱৰ এটি ছিগা আলিয়েদি আমাৰ গাড়ীখনে গতি কৰা যেন অনুমান হ'ল। বোকা-পানী সংমিশ্ৰিত আলিটোৰ বেঁকা ভাঁজটোত গাড়ীখন লাগি ধৰিলে। এফুটীয়া ওৰণি তলৰ পৰা মন কৰি দেখিলো স্বামীসহ গাড়ীৰ পৰা প্ৰায়বোৰ যাত্ৰী নামি লৈ গাড়ী ঠেলিবলৈ লাগিল। ভাবিলো, ময়ো নামিব লাগিব নেকি? কৰ্তব্য আহিলেই নেকি? মাৰ কথাষাৰ আকৌ এবাৰ মনলৈ আহিল। পিছত গম পালো, সেইটোৱেই দিহা নৈ পাৰ হৈ পোৱা 'বকুল বন' এৰি, 'ঢেঁকীয়া খোৱা গাঁৱলৈ' যোৱা স্বামীগৃহৰ বেঁকা বাটটো। জীৱন আমাৰ বেঁকা বাটেৰেই আৰম্ভ।

আপোনজনৰ বিষয়ে জানিবলৈ উদ্বিগ্নতাৰ শেষ নাই। ১৯৫৭ চনত জে. বি. কলেজৰ নবাগত আদৰণী সভালৈ শ্ৰীযুত ভট্টাচাৰ্যক বিশিষ্ট অতিথি হিচাবে নিমন্ত্ৰণ কৰা হৈছিল। ময়ো সেই সভাত দ্বিতীয় বাৰ্ষিক শ্ৰেণী শাখাৰ প্ৰতিনিধিত্ব কৰি তেখেতক আদৰণি জনাই দুই-এষাৰ কথা কৈছিলো। অৱশ্যে সাহিত্যিক, সাংবাদিক আৰু বামধেনুৰ সম্পাদক হিচাবে।

এতিয়া কি ক'ম?

পিতৃ-গৃহত থাকোঁতে জানিবলৈ পালোঁ, শ্ৰীযুত ভট্টাচাৰ্য এজন গান্ধীবাদী বিপ্লৱী। প্ৰত্যক্ষ উদাহৰণ পালোঁ, তেখেতে যেতিয়া বিবাহ-মণ্ডপত উপস্থিত হৈ

দুয়োকুলৰ পণ্ডিত-পুৰোহিতৰ যুক্তি-তৰ্ক আওকাণ কৰি গাৰ বস্ত্ৰ নোখোলাকৈয়ে যজ্ঞত হোম দিলে। মনত আশঙ্কা হৈছিল পৰিণাম বাৰু কি হ'ব? এতিয়া ভাবিছো, পৰিণাম যিয়েই নহওঁক, তেখেতেই সেই পথৰ বাটকটীয়া। আজি-কালি বৰৰ বেশত বহুতেই গাৰ চোলা পৰিহাৰ নকৰা হ'ল।

স্বামীগৃহত গম পালোঁ, গাৰ্হস্থ্য জীৱনৰ প্ৰতি তেখেত এজন উদাসীন লোক। এই দুই মন্তব্যৰ পিছত নিজকে প্ৰস্তুত কৰিলোঁ। মনত গোলাওঁ, "পিতৃয়ে দিয়া কন্যা, ৰজাই দিয়া ভূমি।" হাজাৰ হ'লেও তেখেত এজন পুৰুষ।

যি কি নহওঁক 'ৰামধেনু'ৰ ৰঙৰ মাজত আমাৰ জীৱন আৰম্ভ হ'লেও মই ইয়াৰ শৈশৱ পোহৰৰ প্ৰতিফলনহে দেখা পাইছিলো। ভট্টাচাৰ্যই মোক প্ৰথমে তিনিটা কথাই কৈছিল। এখন ঘৰ, এখন সমাজবাদী সমাজ আৰু আদৰ্শ। ইয়াৰ অনুসন্ধানতে তেখেতৰ কলম আজিও ধাবিত।

'ৰামধেনু' যুগ শেষ হোৱাৰ পিছত আমাৰ জীৱনলৈ নৱযুগৰ অভ্যুত্থান হয়। কিন্তু অতি কম সময়ৰ ভিতৰতে ইয়াৰো নিৰ্বাপিত হয়। এই যুগ-সন্ধিক্ষণৰ বিপৰ্যয়ৰ মাজতো তেখেতক অক্লান্ত যুঁজাৰু হিচাবে পাইছো। চোনিকুঠীৰ সেই জুপুৰ ঘৰটোৰ কথা আজিও মনত পৰে (বৰ্তমান য'ত ৰাজ্যিক গ্ৰন্থাগাৰিক শ্ৰীৰাম গোস্বামীৰ পকি দালান)। উঁই-হাফলুৰ দৰে কিতাপৰ দমৰ মাজত স্বামীক সোমাই থকা দেখিলে মনত বৰ কষ্ট হয়। তেতিয়া অৱশ্যে মোৰ মন সাহিত্যৰ নৱৰসেৰে পুষ্ট হোৱা নাছিল, পুষ্ট হোৱা নাছিল ৰাজনীতিৰ শ্বাস-প্ৰশ্বাসেৰে। দিনটো সম্পাদকীয় ফাইলৰ মাজৰ পৰা ওলাই আহি গধূলি পুনৰ বন্ধুৰ লগত ৰাজনীতিৰ ব্যাপক আলোচনা। কেতিয়াবা সাহিত্য-ৰাজনীতিৰ একোৰে সোৱাদ লব নোৱাৰি এৰি অহা বাটটোলৈ আকৌ মনত পৰে। কিন্তু পিছত যেতিয়া আৱিষ্কাৰ কৰিলো তেখেতৰ অধ্যয়ন-পুষ্ট মনৰ যি বেদনা, সেয়া সৃষ্টিৰ বেদনা। তেতিয়াৰ পৰা পৰিস্থিতিৰ লগত খাপ খুৱাবলৈ মানসিক প্ৰস্তুতি চলালো। ১৯৬০ চনত ভাষা-আন্দোলনৰ সময়ত তেখেতৰ কাপত সৃষ্টি হ'ল, "সকলো দুৱাৰ খোলা" কবিতাৰ। লগে লগে উপন্যাস আৰু নাটকত মুক্তিলাভ কৰিলে "ভাৰতী"য়ে। ১৯৬১ চনৰ "ইয়াৰুইঙ্গম"ৰ স্বীকৃতিয়ে ভাড়াক্ৰান্ত মনলৈ প্ৰেৰণা আনিলে। চোনিকুঠীৰ পৰা আৰম্ভ কৰিলে আমাৰ জীৱন এখন যুৱতী হ'ব। ইয়াত মাথো স্মৃতিহে ৰোমন্থন কৰিছো।

শ্ৰীযুত ভট্টাচাৰ্য আৰু মোৰ মাজত আকাশ-পাতাল পাৰ্থক্য। তেখেত বিজ্ঞানত বিশ্বাসী আৰু মই জ্যোতিষত বিশ্বাসী। অৱশ্যে বৈজ্ঞানিক দৃষ্টিভঙ্গীৰে

গ্ৰহণ কৰা ৰীতি-নীতিৰ বিপক্ষে নহয়। ধৰ্মৰ গোড়ামি তেখেতে বেয়া পায়। ঈশ্বৰৰ পূজাতকৈ মানুহৰ পূজাৰ কথাহে বেছিকৈ কয়। এবাৰ চেনিকুঠীৰ ঘৰটোত সন্ধিয়া সময়ত এটা কেঁচা সোমাইছিল। তেতিয়া শংকা আৰু আনন্দ দুয়োটা ভাবেই মনত দোলা দিছিল। শুভফল কামনাৰে এভাগ পূজাৰ কথা ভাবিছিলো। কিন্তু অৰ্থৰ অসামৰ্থ্যতাৰ বাবে মনত কষ্ট পাইছিলো। তেতিয়া ভট্টাচাৰ্যই ছল পাই কলে, "পূজাৰ কথা কিয় ভাবিছা? কটিৰ কথা ভাবা। তৃথীয়াৰ কটিয়েই ভগবান।" মানসিক ভাৱধাৰাক ৰূপ দিবলৈ তেখেতে তেতিয়াই 'লক্ষ্মী কেঁচা" নামেৰে এটা কবিতা লিখিলে। (এইটো ঘটনা সাহিত্য একাডেমিৰ বঁটা পোৱা কিছুদিনৰ আগৰ।) মোৰ বি বিশ্বাস, সেয়া তেখেতৰ মতে অন্ধবিশ্বাস। নিজৰে বৰ লাজ লাগিল। অযুক্তিকৰ কোনো কথাই নোকোৱা হলো। মোৰ মনত অলৌকিক ধাৰণা সলনি কৰিবলৈ জীৱন-দৰ্শনৰ বহু কথা কোৱা মনত আছে। পুৰুষানুক্ৰমে চলি অহা মোৰ ওপৰত পৰা ধৰ্মৰ প্ৰভাৱ মই মুষ্ট কৰোঁ কেনেকৈ?

এবাৰ তেখেত আমাৰ বালিগাঁৱৰ ঘৰলৈ যাওঁতে মোৰ ডাঙৰ জেঠাই (৺অন্নদা বৰকটকী)ৰ ঘৰলৈ ফুৰিবলৈ গৈছিল। জেঠায়ে তেখেতক উপহাৰ স্বৰূপে এটা লগুণ দিছিল। উপহাৰৰ উত্তৰত তেখেতে কোৱা কথাষাৰ মনত বৈ গ'ল। "মই লগুণতকৈ মানুহতহে বিশ্বাস কৰোঁ।"

ঘৰুৱা পৰিবেশত ভট্টাচাৰ্য সদায় আলহী। ইয়াৰ কাৰণ হয়তো নোহোৱা নহয়। জীৱনৰ আহৰণৰ সময় সময়ছোৱাত তেখেত হোষ্টেল, সংঘ আদি বিভিন্ন পৰিবেশত কটাব লগা হোৱাত ঘৰুৱা সৰু সুৰা কথাবোৰে স্পৰ্শ নকৰিছিল। অৱশ্যে তেখেতক কেতিয়াবা দুৰৈৰ পৰ্যবেক্ষক যেন অনুমান হয়। আমি গৃহিণীসকলে সাধাৰণতে গৃহস্থৰ ৰুচিসন্মতভাৱে ৰান্ধিবলৈ ভাল পাওঁ। মই কিন্তু সেই সুবিধা আগতে পোৱা নাছিলো। খোৱাৰ কথা সুধিলে তেখেতে কয়, "মই কি খাম, সেইটো মোৰ উদ্দেশ্য নহয়, মই কি লিখিম সেইটোহে।" এইখিনিতে এষাৰ কথা মনত পৰিছে। চেনিকুঠীত আমাৰ লগত সুনীল দে নামৰ এটি নিষ্ঠাবান লগুৱা আছিল। তাৰ হাতত পাকঘৰৰ সমস্ত ভাৰ দি মই ওলাই আহোঁ। কিতাপ পঢ়ি থকা বাবুলৈ তাৰ বৰ শ্ৰদ্ধা। হাতত কণা পাই এটা নেথাকিলেও সাতজোৰা মাৰি বজাৰখন সি কৰিবই। অৰ্থাৎ ত্ৰিসন্ধ্যা আহাৰৰ চিন্তা তাৰ বাবুৰে কৰিব লগা নহয়। সৰিয়হ, পদিনা আদিৰ চাটনি, সৰু মাছৰ চৰ্চৰি, শুকান বুটৰ ভজা, গুৰ দি কৰা মুৰি-লাৰু আদি

ৰুচিসম্মত খাদ্যৰ তালিকাখন যেন সুনীলেহে জানে। পিছলৈ অৱশ্যে ৰবদি কৰা ঢেঁকীয়া শাকৰ টেঙা আন্দহা, বাঁহ গাঁজৰ খাৰ আৰু খৰিচা যোগ দিয়া হ'ল। এই খিনিতে সুনীলে গীতা ৰবাৰ (ড° মহেন্দ্ৰ বৰাৰ পত্নী) কোৱা এষাৰ কথা উল্লেখ কৰিলো। "বৌদি বাবুৰে যে আমাৰ ঘৰৰ একো খবৰ নেৰাখে। বিয়াৰ পিছত বৌদি আহিলি কি হব?" ল'ৰাটো বেঙ্গলী হলেও বাবুৰ লগত থাকি অসমীয়া আদপ কাইদা সকলো শিকি লৈছিল। গীতা ৰবাই পিছত কথাবোৰ মোৰ আগত কৈ জোকাইছিল। চেনিকুঠীত থাকোঁতে মহেন্দ্ৰ বৰাৰ ঘৰৰ পত্ৰলিটোহে বেছিকৈ চিনি পাইছিলো।

১৯৬০ পৰা ১৯৭০ চনৰ সময় ছোৱাৰ ভিতৰত দেশত ৰাজনৈতিক, সামাজিক আৰু অৰ্থনৈতিক আদি পৰিবৰ্তনে দেখা দিলে; কিন্তু তেখেতৰ কলমৰ গতি-শক্তিৰ পৰিবৰ্তন নহ'ল। চেনিকুঠীত থাকোঁতে ৰবীন্দ্ৰ নাথৰ একুৰি এটা চুটি গল্প অনুবাদ কৰোঁতে দিনত আঠ ঘণ্টা অফিচত কাম কৰাৰ পিছত লেমৰ পোহৰত ৰাতি দুটা বাজি যায়। কলম যিমান দূৰলৈকে যায়, সময় সিমান দূৰলৈকে সাৰে থাকে।

১৯৬৭ চনৰ পৰা যেতিয়া তেখেতৰ কলম জীৱিকাৰ উপজীব্য হ'ল, ১৯৭৫ চনত জৰুৰীকালীন অৱস্থাত যেতিয়া তেখেতৰ চোকা কলমৰ লেখনী অপ্ৰকাশিত অৱস্থাতে ৰ'ল, তেতিয়াও তেখেতে ৰেডিঅ' নাটক আৰু উপন্যাসৰ বাবে দিনে দহ ঘণ্টা পৰিশ্ৰম কৰিব লগা হ'ল; কিন্তু হতাশ নহল। কেতিয়াবা জনসাধাৰণৰ নিপীড়নৰ কথা ভাবিহে হতাশ হোৱা দেখা পাইছিলোঁ। এই সময়ছোৱা আমাৰ দুৰ্যোগৰ সময়। তথাপি তেখেতে ভিতৰৰ সংঘাত বাহিৰত দেখুওৱা নাই, মাত্ৰ কৰ্তব্য কৰি যোৱাহে দেখোঁ। এই সময়ত তেখেতক কেইবাবাৰো মৌনব্ৰত লোৱা আৰু মাজে মাজে এসাজ অনাহাৰে থকা দেখোঁ। প্ৰয়োজনীয় নিজ নিজ স্থানত বস্তুখিনি থৈ মযো দূৰৈৰ দৰ্শক হৈ থাকো। কাৰণ মনলৈ সংঘাত আহিলে, চিন্তাত আউল লাগিলে তেখেতে তেনে কৰে। গতানুগতিকতাৰ পৰা আঁতৰি থকা তেখেতৰ স্বাভাৱিক বৈশিষ্ট্য। অৱশ্যে ঘৰুৱা মেলত কথা প্ৰসঙ্গত তেনে কৰাৰ কাৰণ সুধিলে, গান্ধীৰ আদৰ্শৰ কথা কয়। প্ৰতি কথাতে গান্ধীবাদ আৰু লোহিয়াৰ কথা শুনি আমনিও পাওঁ। কাৰণ গতিশীল সমাজ-মনৰ লগত আদৰ্শক জীয়াই ৰখা বৰ টান। অৱশ্যে গান্ধীবাদৰ সম্পূৰ্ণ জ্ঞান নহ'লেও ইয়াৰ প্ৰথম পাঠ অধ্যয়ন কৰিছিলো। সেয়েহে প্ৰয়োজনৰ সীমাবদ্ধতাৰে পৰিস্থিতিক গ্ৰহণ কৰিবলৈ সাহস পালোঁ।

ইমান পৰে পাতনিকে কৈ আছো। এতিয়া তেখেতৰ সাহিত্য-চৰ্চাৰ কথা অলপ উল্লেখ কৰিলো। সৰুৰেপৰা একাগ্ৰতাৰে নিৰ্লিপ্তভাৱে সাহিত্য চৰ্চা কৰাৰ কথা শুনিছো। বাৰ বছৰ বয়সত 'শঙ্কৰদেৱ' নামৰ কবিতা লিখি সাহিত্যিক জীৱনৰ পাতনি মেলে বুলি গম পাওঁ। আনকি এই পথৰপৰা পিছলি পৰাৰ আশঙ্কাত বৈবাহিক জীৱনত নোসোমাব বুলিয়েই ভাবিছিল। এই কথাৰ গম পাইছিলো, 'বকুল বনৰ কবি আনন্দচন্দ্ৰ বৰুৱাৰ পৰা। তেখেতৰ লেখা আৰু পঢ়াৰ নিৰ্ধাৰিত সময়সূচী নাই। দিনটোৰ অধিকাংশ সময় পঢ়াতে যায়। শাৰীৰিক পৰিশ্ৰম নহয় বাবে খোজ কৰাটো ব্যায়ামৰ ভিতৰতে লয়। গা-ধোৱাৰ আগতে তিনিখন আসন কৰা তেখেতৰ নিত্য-নৈমিত্তিক অভ্যাস।

এইখিনিতে এটা কথা মনত পৰিছে। মোৰ বান্ধৱী এগৰাকীয়ে সুধিছিল— তেখেতৰ খং উঠেনে নুঠে? মই কলোঁ—লোভ, মোহ, কাম, ক্ৰোধ নথকা জানো কোনোবা আছে? তেখেতো তেনে ৰিপুৰ প্ৰভাৱৰ পৰা আঁতৰি থকা নাই। মাত্ৰ মই তেখেতৰ মাজত এলাহ, কপটতা আৰু হিংসা প্ৰবৃত্তি দেখা নাই। তেখেতৰ আত্মবিশ্বাস বৰ প্ৰবল। আৰু একে বিশ্বাসেৰে গোটেই পৃথিৱীখনকে চাব খোজে। কেতিয়াবা অৱশ্যে দুই-তিনিখন সভা একেলগে পৰিলে খং উঠে। জ্ঞানপীঠ বঁটা পোৱাৰ পিছত এই পৰিস্থিতিৰ প্ৰায়েই উদ্ভৱ হয়। কিন্তু বাইজৰ মাজৰ পৰা আহ্বান আহিলে মানুহজনৰ ৰূপ সলনি হৈ যায়। মোৰহে ঘৰত ভয় লাগে, জানোচা কাৰোবাক টান কথা শুনায়। কিন্তু নকয় হেনো; কি ঘৰুৱা কি বাহিৰা সকলোতে তেখেতৰ বাক সংযম দেখিছো।

পঢ়াৰ অভ্যাস তেখেতৰ সৰুৰেপৰা। এই অভ্যাস তেখেতৰ নিচালৈ পৰিণত হয় পিছত। ভাতৰ পাতত কেতিয়াবা ৰবি ঠাকুৰৰ কবিতাৰ আবৃত্তি চলে। হাত শুকাই কৰকৰি যাবে। পঢ়াৰ নিচালৈ উদ্ভৱ হোৱা এবাৰ মুখৰোচক কথা তেখেতৰ নবৌৱেকে মোক কইনা অৱস্থাতে কোৱা মনত আছে। এবাৰ শ্ৰীযুত ভট্টাচাৰ্য গুৱাহাটীৰ পৰা ঢেঁকীয়াখোৱা গাঁৱলৈ গৈছিল। নবৌৱেকে দুবছৰীয়া ভতিজাক (বৰ্তমান ডেকা) ৰখীয়া দি ভাতৰ পাতত বহিল। ইফালে ল'ৰাই ৰখীয়া এৰি ঠুনুক-ঠানাক খোজেৰে ওচৰৰ মানুহ এঘৰ পালেগৈ। নবৌৱেকে ওলাই আহি ল'ৰা নেদেখি অবাক! ল'ৰা ৰখীয়াই কিন্তু কিতাপৰ পৰা মুৰেই নেদাঙিলে। পিছত পাকঘৰত হাঁহিৰ বোল শুনিহে মুৰ তুলি চালে।

চেনিকুঠীত এবাৰ মেছত থাকোঁতে লগত পুলিন শৰ্মা আৰু ভায়েক গিৰীন ভট্টাচাৰ্যও আছিল। এখন টেবুল তিনিজন ছাত্ৰ। এখেতে সদায় টেবুলৰ

কাষত থকা বিচনাত লেৰ বাই পৰে। এনেকৈ পঢ়ি থাকোঁতে এবাৰ সন্ধিয়াৰ এন্ধাৰে কোঠাটো চাটি ধৰিলে। পুলিন শৰ্মাই সোমাই আহি দেখিলে ঘৰত কোনো নাই। অথচ দুৱাৰ খিৰিকি সকলো খোলা। তেওঁ সোমাই আহি লেমটো জ্বলাই দেখিলে ভট্টাচাৰ্যই লবালবিকৈ কিতাপৰ পাত লুটিয়াইছে। পুলিনৰ বুজিবলৈ বাকী নেথাকিল যে ভট্টাচাৰ্যই পোহৰৰ বাবে বাট চাই আছিল। কথাবোৰ কৈ পুলিনে হুহুৱায়।

কাপোৰ-কানি পিন্ধাৰ ক্ষেত্ৰত পৰিপাটি নহয়। খোৱা-বোৱাৰ ক্ষেত্ৰত অৱশ্যে স্বাস্থ্য সম্পৰ্কে সজাগ। অপৰিষ্কাৰ আৰু অস্বাস্থ্যকৰ পৰিবেশ মুঠেই ভাল নেপায়। নিজৰ পিন্ধা-উৰাতকৈ আনৰ কথাহে বেছিকৈ ভাবে। এবাৰ তেখেতৰ ভায়েক শিৱীনে ঠাণ্ডাত এখন এড়ি চাদৰ ককায়েকক দিছিল। কিছু দিনৰ পিছত দেখে যে সেই এড়িখন তেখেতে আন এজনক দি দিলে। পেটে পেটে খং উঠিলেও একো নকলে হেনো। এখেতৰ এই উদাৰ স্বভাৱৰ বাবে মই কেতিয়াবা বিপদত নপৰাকৈ থকা নাই। কাৰোবাৰ লগত কথা পাতিবৰ মন গ'লে ঘৰলৈ ভাত খাবলৈকে মাতি আনে। আৰু ঘৰত কবলৈ পাহৰিলে কি অৱস্থা হ'ব পাৰে বাৰু ?

এবাৰ খিলঙৰ মুকুন্দ শৰ্মাক ভাত খাবলৈ মাতি আনিলে অথচ ক'বলৈ পাহৰিলে। যথা সময়ত অতিথি আহিল। চাহ-লুচিৰে আপ্যায়িত কৰি কথা পাতি আছো !! বাৰ বজাত যেতিয়া "আমালৈ ভাত বাঢ়া" বুলি কৈছে, তেতিয়াহে গম পাইছো ; সেই মুহূৰ্ত্তত অপৰিকল্পিত ভাতসাজ খুৱাই যে কিমান লাজ পালো তাক নক'লেও হ'ব। সেইদিনা আমাৰ ঘৰত কাতিমহীয়া কাঙাল। চিপচিপীয়া বৰষুণৰ বতৰ। তেখেতে কিন্তু কথাটো সহজভাৱে ললে। তেতিয়াৰপৰা সজাগ হ'লো। কেতিয়া, কাক কি কয়। এই নোকোৰা স্বভাৱটো সমালোচনা কৰিলে কয়, "যি পাকে তাকে দিবা। মই দুখীয়া বুলি জানে সকলোৱে। মানুহ খাবলৈ নাহে, কথা পাতিবলৈহে আহে। আমি গৃহিণী সকলো দৰিদ্ৰতাক জনাবলৈ টান পাওঁ। এখেতে কিন্তু বাহিৰে ভিতৰে এক হৈ থাকিবলৈ বিচাৰে।"

দুয়োৰে মেল-মিটিং থাকিলও কেতিয়াবা দেখিকৈ গম পাওঁ। ফলত বাতিৰ ভিতৰতে কাপোৰ ধুই শুকুৱাই সাজু কৰাৰ উদাহৰণ আছে। অভিযোগ কৰিলে অৱশ্যে নিৰ্বিকাৰভাৱে মানি লয়।

এবাৰ ভট্টাচাৰ্যক ঘৰ বখীয়া দি আমি দুৰ্গা পূজাৰ অষ্টমীলৈ গ'লো। আহোঁতে পলম হ'ল। আহি দেখিলো, প্ৰেছাৰত ভাত বঢ়াই পায়স কৰি থৈছে।

আৰু মচুৰ দাইল বান্ধি পাকঘৰত যিমান টেঙা আছিল সকলো দি থৈছে (ৰবাব টেঙা, ঠেকেৰা, নেমু ইত্যাদি) তেখেতে যে সাহিত্যত নতুন গৱেষণা চলোৱাৰ দৰে আঞ্জাতো চলালে তাক নক'লেও হ'ব।

বিলাসী সামগ্ৰী তেখেতে মুঠেই ভাল নেপায়। খোৱা-পিন্ধাৰ অত্যাৱশ্যকীয় বস্তুৰ বাহিৰে অতিমাত্ৰা বেয়া পায়। তেনে বস্তু ব্যৱহাৰত তেখেতৰ অন্তৰ্দ্বন্দ্ব চলে। এবাৰ তেখেতৰ হাতত থকা সোণৰ আঙঠিটো (কন্যাদানৰ সময়ত দিয়া) মোক ওভোতাই দিব খুজিছিল দেউতাক ঘূৰাই দিবলৈ। মই কলোঁ, "দান দিওঁতাই দান ঘূৰাই নলয়। সেয়ে হ'লে মোকো ঘূৰাই দিব লাগিব।" আৰু লগতে ক'লো, সোণ ধাতুৱে দেহত কৰা প্ৰভাৱৰ কথা। কথাবোৰে তেখেতৰ মনত কি প্ৰতিক্ৰিয়া কৰিলে ধৰিব নোৱাৰিলো। আঙঠিটো কিন্তু পুনৰ গ্ৰহণ কৰিলে। যিকি নহওক পাৰিবাৰিক জীৱনত সমস্যাবহুল পৃথিৱীখনত সৰু-সুৰা ঘটনা থাকিবই। এখেতৰ কিন্তু সৰুকালৰেপৰা আৰম্ভ কৰা নিৰ্মল আৰু নিৰলস সাহিত্য সাধনা একেৰাহে চলি আছে। পৰিস্থিতিয়ে ব্যতিক্ৰম কৰিব পৰা নাই। এসময়ত কেইবাটাও চৰকাৰী প্ৰতিষ্ঠানৰপৰা তেখেতলৈ চাকৰি যচা হৈছিল বুলি জানো। কিন্তু সাহিত্য সৃষ্টিৰ বাবে একো গ্ৰহণ নকৰিলে। এসময়ত সক্ৰিয় ৰাজনীতিত আছিল যদিও বৰ্তমান সাহিত্যৰ দায়বদ্ধতা বঢ়াৰ লগে লগে নৈতিক সমৰ্থনহে আগবঢোৱা দেখোঁ।

যিকোনো পৰিস্থিতিতে তেখেতৰ সমদৃষ্টি। মনলৈ দুখ আহিলে বিচলিত নহয়। আনন্দ লাগিলেও আত্মহাৰা নহয়। ১৯৬১ চনত সাহিত্য একাডেমীৰ বঁটা পাওঁতেও ঘৰুৱা ৰংৰহৈচত যোগ দিয়া নাছিল। ১৯৭৯ চনত ভাৰতৰ শ্ৰেষ্ঠতম সাহিত্য বঁটা পাওঁতেও তেখেত আনন্দত উল্লসিত হৈ পৰা নাই, বাহ্যিক আনন্দ প্ৰকাশ কৰা নাই। প্ৰাপ্য বুলি হয়তো গ্ৰহণ কৰিছে। জ্ঞানপীঠ বঁটা ঘোষণাৰ লগে লগে আমাৰ ঘৰখন উৎসৱমুখৰ হৈ পৰিল। ভট্টাচাৰ্য সান্ধ্য ভ্ৰমণৰ পিছত ঘৰ সোমাইছে মাত্ৰ। আনন্দত অধীৰা হৈ আমাৰ জীয়ৰী জুৰিয়ে বাতৰিটো দিলে। সৰু জী শ্ৰীমতী কমাই আনন্দত বৰজনাকক অভিনন্দন জনালে, কিন্তু এখেতে একো উত্তৰ নিদি বিছনাত পৰি পুনৰ কিতাপৰ পাত লুটিয়াবলৈ ধৰিলে। সমস্যাৰ উদ্বিগ্নতা, আনন্দৰ বাহ্যিকতা তেখেতৰ ভিতৰত দেখা নাই।

সদৌ শেষত পাৰিবাৰিক কথা সামৰি ইয়াকে জনাওঁ যে জ্ঞানপীঠ বঁটা পোৱাৰ পিছত যি সকল ব্যক্তিয়ে ভট্টাচাৰ্যলৈ অভিনন্দন জনাই লিখোঁতে

সহধৰ্মিণী বুলি মোৰ সহযোগিতাৰ কথাও লিখিছিল—সেই সকললৈ মোৰ আন্তৰিক ধন্যবাদ জনাই এযাৰ কথা আগ বঢ়াই মোৰ লিখনি সামৰিলো :

স্বামীৰ সাহিত্যসৃষ্টিত মই অৰিহণা যোগাব পাৰিছো বুলি মই নেভাবো, সেয়া তেখেতৰ একাগ্ৰতা, নিৰ্মলতা, সমাজ তথা দেশ-প্ৰেম লগতে ভগৱানৰ ইচ্ছা। মই মাত্ৰ ইমানকে ক'ব পাৰোঁ যে নাৰী যদি পুৰুষৰ শক্তি হয়, সেই শক্তি অটুট ৰাখিবলৈ যত্ন কৰিম।

# ভট্টাচাৰ্যৰ কবিতা : উক্তি আৰু উপলব্ধি

অধ্যাপক শ্ৰীনলিনীধৰ ভট্টাচাৰ্য

কবিতাত উক্তি আৰু উপলব্ধিৰ পৰিবৰ্তন আৱশ্যম্ভাৱী ; ইয়াৰ কাৰণ সময়, কালধৰ্ম। বীৰেন্দ্ৰকুমাৰ ভট্টাচাৰ্যৰ কবিতাৰ জন্মলগ্নত দেশ-বিদেশৰ মাটি নানা গুৰুত্বপূৰ্ণ ঘটনাৰে অস্থিৰ আছিল। অসমৰ মাটিতো দ্বিতীয় মহাযুদ্ধৰ অমানবীয় স্পৰ্শ লাগিছিল। বিয়াল্লিছৰ বিপ্লৱ, আজাদ হিন্দ ফৌজৰ আগমন, নৌ-বিদ্ৰোহৰ দৰে ঐতিহাসিক ঘটনাৱলীয়ে সমাজ-সচেতন সকলো শিল্পীৰ মনোজগতত আলোড়ন তুলিছিল। এই সময়তে অসমৰ সাংস্কৃতিক বাতাবৰণ পাশ্চাত্যৰ নানা চিন্তা আৰু দৰ্শনৰ তৰংগৰ আঘাতত আলোড়িত হৈছিল। কাব্য-চিন্তাৰ আধুনিক দিকদৰ্শক বোডলেয়াৰৰপৰা আৰম্ভ কৰি এলিয়টলৈকে, দৰ্শনত ডাৰুইন-ফ্ৰয়েডৰপৰা মাৰ্ক্সলৈকে এই সকলোৰে প্ৰভাৱত তৰুণসকলৰ সন্মুখত নতুন দিগন্তৰ উন্মোচন হৈছিল। এই কালছোৱাতে হেম বৰুৱাৰ নেতৃত্বত পূৰ্বৰ ৰোমাণ্টিক কাব্যময়তা আৰু ভাৱ-বিলাসৰ পৰা মুক্তি বিচাৰি সচেতনভাৱে এদল কবিয়ে নতুন কাব্যাদৰ্শ আৰু কাব্যভাষাৰ চৰ্চা আৰম্ভ কৰি দিলে। 'জয়ন্তী' আৰু পিছলৈ 'পছোৱা' এই দুখন আলোচনীয়ে প্ৰাথমিক পৰ্বৰ কাম সমাধা কৰাৰ পিছত সেই সময়ৰ কবিতাই এটা সংহত ৰূপ ল'লে 'ৰামধেনু'ৰ পাতত, যাৰ সম্পাদনাত আছিল বীৰেন্দ্ৰকুমাৰ ভট্টাচাৰ্য। তেওঁৰ কাব্য-জীৱন আৰম্ভ হয় এই কালছোৱাতে। তেওঁৰ আত্ম-সচেতনতা বা ব্যক্তিস্বৰূপত মিহলি হৈছিল সমাজ-চিন্তাৰ অনুভূতি। অভিজ্ঞতা-লব্ধ এই অনুভূতিয়েই তেওঁৰ বিভিন্ন সাহিত্য-কৃতিৰ সম্বল। তেওঁৰ কবি-কৰ্মও সেইবাবে যাইকৈ সামাজিক, স্বাশ্ৰয়ী নহয়।

কবিতা বা প্ৰকাশৰ অন্যান্য মাধ্যমসমূহৰ সৃষ্টি-প্ৰক্ৰিয়াত ধ্যান আৰু কৰ্মৰ দ্বন্দ্ব আছে। ইংৰাজ কবি কীট্‌ছ্‌ কবিতা-ৰচনাতে আবদ্ধ থাকি সমাজৰ হিতাৰ্থে একো কৰিব নোৱাৰাৰ বাবে বিষণ্ণ হৈ পৰিছিল। অমংগলবোধ

যেতিয়াই তীব্ৰ হৈছিল, তেতিয়াই ৰবীন্দ্ৰনাথে সত্তাত লুকাই থকা কৰ্মী-পুৰুষক কৰ্মক্ষেত্ৰলৈ আহ্বান জনাইছিল। তেওঁ কৈছিল :

কবি তবে উঠে এস,—যদি থাকে প্ৰাণ
তবে তাই লহ সাথে, তবে তাই কৰো আজি দান।
বড়ো দুঃখ বড়ো ব্যথা,—সম্মুখেতে কষ্টৰ সংসাৰ
বড়োই দৰিদ্ৰ, শূন্য বড়ো ক্ষুদ্ৰ, বদ্ধ অন্ধকাৰ।

ইয়াৰ অৰ্থ এইটো নহয় যে, কবি মাত্ৰেই কৰ্মী হব লাগিব; কিন্তু কবিৰো এটা সামাজিক সত্তা আছে। তেওঁ অভিজ্ঞতা আহৰণত সেই সত্তাক সদা জাগ্ৰত কৰি ৰাখিবলৈ যত্ন কৰা উচিত। প্ৰকৃত কৰ্মীৰ অৱশ্যে কলা-কৃষ্টিৰ সমস্যা নাই, সেইবাবে তেওঁ পোনপতীয়াভাৱে সামাজিক, ৰাজনৈতিক আৰু অৰ্থ-নৈতিক কাৰ্যসূচীত জড়িত হৈ পৰাটো স্বাভাবিক আৰু প্ৰয়োজনীয়ও। কবিৰ ক্ষেত্ৰত এনে সম্ভৱ নহ'লেও, জন-জীৱনৰ লগত সংযুক্তি তেওঁৰ পক্ষেও অপৰিহাৰ্য। এই সংযুক্তিয়েই কবিক দিয়ে কবিতাৰ উপকৰণ; সেইবাবে সাহিত্যৰ অনুভূতি বিশুদ্ধ নহয়, সি বিষয়-নিৰ্ভৰ বা অভিজ্ঞতালব্ধ। সৃষ্টিৰ মুহূৰ্তত কিন্তু কবি অকলশৰীয়া; অকলশৰীয়া হলেও কবিৰ সৃষ্টিত অভিজ্ঞতা সম্বন্ধে পৰিচ্ছন্ন বিজ্ঞানসম্মত চেতনা আৰু সাহিত্যিক কল্পনাৰ শুভসৃষ্টিৰ সমন্বয় ঘটে। সমাজ-সচেতন কবিয়ে ধনবাদৰ উচ্ছেদ আৰু সমাজবাদী সমাজ প্ৰতিষ্ঠাৰ প্ৰয়োজন অস্বীকাৰ কৰিব নোৱাৰে; ইয়াৰ বাবে সাহিত্য সক্ৰিয় হোৱাত বাধা নাই। বহুতে ভাবিব পাৰে সাহিত্যৰ চৰম সাৰ্থকতা ইয়াত নাই; আছে সত্য আৰু সুন্দৰৰ প্ৰতিষ্ঠাতহে। কিন্তু, সত্য, শিৱ, সুন্দৰ— এই শব্দবোৰ বিমূৰ্ত নহয়; সমাজবাদী সমাজ-প্ৰতিষ্ঠাৰ লক্ষ্যতো আধ্যাত্মিক প্ৰমূল্য নথকা নহয়; যুদ্ধ বা শোষণৰ বিৰুদ্ধে সি প্ৰতিবাদৰ কণ্ঠ উচ্চাৰিত হয়, অথবা বিপ্লৱোত্তৰ কালত ব্যক্তিচৈতন্যৰ ব্যাপ্তি আৰু গভীৰতা প্ৰতিষ্ঠাৰ যি পৰিৱেশ ৰচিত হয়, সিয়েই সুন্দৰৰ আৰু মংগলৰ পথ মুকলি কৰে। সেই-বাবে এনে সাহিত্যৰ মূলত আছে মানব-ৰস। এই মানব-ৰসৰ উদ্গাতাসকলৰ বহুতেই ৰাজনৈতিক দলৰ আঙুলি-নিৰ্দেশ মানিবলৈ টান পায়, আৰু মানি নোৱাৰাটো সহজো নহয়। আনহাতে জনমুখী সাহিত্যৰ বাবে যি বাচ্যাৰ্থৰ বিপৰ্যয়মুক্ত সবল ব্যঞ্জনাৰ প্ৰয়োজন তাক যাতে নাগৰিক বৈদগ্ধ্যই নিৰ্মূল কৰি নেপেলায় তাৰ বাবে সমাজ সচেতন সাহিত্যিক সদায় যত্নশীল।

আনহাতে, আমাৰ সমুখত বোড্‌লেয়াৰৰ অৰ্বাচীন পথো আছে। এই

পথ কিন্তু আত্ম-নিমজ্জনৰ পথ। এনে আত্মমুখিতা, বস্তুবিমুখতা, জীৱনবিতৃষ্ণা, শূন্যবাদ কোনো কোনোৰ বাবে আধুনিকতাৰ পৰিচায়ক হ'ব পাৰে, এনে চিন্তাৰ পৰা উৎকৃষ্ট সৌন্দৰ্য মূল্যবো সৃষ্টি হ'ব পাৰে, কিন্তু সমাজৰ প্ৰয়োজনত, সমাজৰ বিকাশ-সাধনত তাৰ অৰিহণা নেথাকিব। শিল্পৰ সামাজিক প্ৰয়োজনীয়তা আছে বাবেই চিত্ৰ, ভাস্কৰ্য, কবিতা, গল্পৰ ইমান বিপুল আয়োজন; আমাৰ দেশত শিক্ষিতেই হওক বা অল্প শিক্ষিতেই হওক, বিৰাট সংখ্যক সাধাৰণ মানুহ সাহিত্য সম্পৰ্কে অতিশয় উদাসীন। এই অৱস্থাই আমাক চিন্তিত কৰি তোলা উচিত। সাধাৰণক দূৰলৈ ঠেলি মুষ্টিমেয় দুই-এজনৰ 'চৌখীন মজদুৰী' কি কামত আহিব? সেইবাবেই সাহিত্যৰ ভেটি সাজিব লাগিব সাধাৰণ মানুহৰ জীৱনত। শিল্প-সাহিত্য সেইদেখি জীৱনভিত্তিক; লেখকৰ সামাজিক সত্তাটোৱেই আৰ্টৰ সাধ্যমত পকাশ পায়। শেষ পৰ্যায়ৰ ৰবীন্দ্ৰনাথৰ মাজত আমি ইয়াৰ সংকেত পাওঁ। কেৱল বাঁহী বজায়েই কাল কটোৱাৰ দুখ তেওঁ উপলব্ধি কৰিছিল। ধূলিত পৰি যোৱা শংখক তুলি ল'বলৈ তেওঁ সাজু হৈছিল। বৰ্তমান সম্বন্ধে হতাশা লৈ, অতীতৰ মোহজাল বিস্তাৰ কৰি আমাক মুগ্ধ কৰিবৰ খোজা এলিয়টো আমাৰ পথ-প্ৰদৰ্শক হোৱা টান। বাস্তৱৰ দৈন্য সম্বন্ধে সজাগ হৈও তেওঁ আশ্ৰয় গ্ৰহণ কৰিলে ধৰ্মীয় আধ্যাত্মিকতাত। মৃত সম্পত্তিৰ উত্তৰাধিকাৰী হ'বলৈ কোনে ইচ্ছা কৰিব? পাশ্চাত্যৰ কাব্য-আন্দোলনবোৰৰ ভিতৰত চিত্ৰকল্পবাদী অথবা প্ৰতীকবাদী আন্দোলনেও এসময়ত বিশ্বৰ কাব্যমোদীৰ মনোযোগ আকৰ্ষণ কৰিছিল। চিত্ৰকল্পবাদী অথবা প্ৰতীকবাদী কবিতা আংগিক-সিদ্ধ হ'লেও সি বিশুদ্ধ সৌন্দৰ্য স্পৃহাৰহে ইংগিত দিয়ে। তাত বাস্তৱ সত্য অস্বীকৃত, কল্পনা আত্মকেন্দ্ৰিক। এনে হোৱাৰ কাৰণ নিশ্চয় আছে। ধনবাদী সমাজ কদ্ধগতি আৰু প্ৰতিক্ৰিয়াশীল হৈ পৰাত তাৰ অন্তৰ্নিহিত সংকটে তাক চাৰিওফালৰ পৰা আক্ৰমণ কৰিছে। আত্মৰক্ষাৰ বাবে সি উগ্ৰমূৰ্তি ধৰি মৃত্যুৰ বীজ ছটিয়াই দিছে। এই পৰিস্থিতিত কবিৰ বিভ্ৰান্ত মনে অন্তৰ্লোকৰ পিনে গতি কৰাটো একো অস্বাভাবিক নহয়; কিন্তু মনকলেও হ'ব যে এনে মনোবৃত্তিত পলায়নী চৰিত্ৰহে ফুটি উঠে। আত্ম-সমালোচনা, ইতিহাসবোধ আৰু সচেতনতা থাকিলে এই বিভ্ৰান্তিৰপৰা কবিয়ে নিজক মুক্ত কৰিব পাৰে। সমাজবিমুখী কবি সুধীন্দ্ৰনাথৰ অন্তৰেও এদিন নিজ-স্বভাবৰ বিৰুদ্ধেই বিদ্ৰোহ কৰি চিঞৰি উঠিছিল :

তাই অসহ্য লাগে ও আত্মৰতি
অন্ধ হ'লে কি প্ৰলয় বন্ধ থাকে ?

'পুৱণি দৈন্য পুৰি' মহাজীৱনৰ গান গাব খোজা কবি বীৰেন্দ্ৰকুমাৰৰ কবিতাত এনে আত্মৰতি নাই। ইয়াৰ কাৰণ আছে। দ্বিতীয় বিশ্বযুদ্ধ কালীন আৰু তাৰ পৰবৰ্তী অসমৰ বিক্ষুব্ধ সামাজিক, ৰাজনৈতিক আৰু অৰ্থনৈতিক পৰিস্থিতি, প্ৰায় একে মনোভাবাপন্ন বন্ধুমহলৰ ( অমূল্য বৰুৱা, হেম বৰুৱা, ভবানন্দ দত্ত আদি ) সান্নিধ্যই বীৰেন্দ্ৰকুমাৰৰ সমাজ-সচেতন মানসিকতাক গঢ় দিছিল। তদুপৰি সেই সময়ৰ ডেকা বুদ্ধিজীৱীৰ মাজত মাৰ্ক্সবাদী বিশ্ববীক্ষাৰো আলোচনা আৰম্ভ হৈছিল। সাম্যবাদী চেতনাই তেওঁৰ ক্ষুব্ধ মননশীলতাক অনুপ্ৰাণিত কৰিছিল আৰু সম্ভৱতঃ এইবাবেই কাব্য-এষণা আৰু সমাজ-চিন্তা এই দুই বিপৰীতৰ সমন্বয় সাধনৰ চেষ্টা কৰিছিল। প্ৰথম স্তৰত তেওঁৰ ডায়েলেক্টিক দৃষ্টি আৰু ইতিহাসৰ অৰ্থনীতিমূলক ব্যাখ্যাৰ প্ৰতি অনুৰাগ অনুভৱ কৰিব পাৰি :

কালিলই নোহে যদি মানুহৰ মেল পৃথিৱীত
বঞ্চিত পীড়িতৰ জয়,
নেযায় নেযায় মৰি নৰ-নাৰী শিশুৰ ক্ৰন্দন
মানুহৰ শত পৰাজয়।

এই বিশ্বাসৰ ভেটিতে তেওঁ 'আশাৰ পোহৰ' দেখিছে :

মই মধ্যবিত্ত
ক্ষত-বিক্ষত চিত্ত, অভাৱৰ মোৰ তাড়নাত
তথাপিতো সমুখত দেখিছোঁ মাথোন
এই ৰণতেই জ্বলা আশাৰ পোহৰ
অভাৱৰ অচিৰে মৰণ।

( মোৰ মুক্তি নাই )

এই উত্তৰণৰ চেতনা নিশ্চয় শ্ৰদ্ধেয় ; তেওঁৰ 'বৰ ভূঁইকপ' বিপ্লৱী চেতনাৰ প্ৰতীক। এনে অনুভৱ দুঃসাহসী নিশ্চয় ; কিন্তু এনে এটা দৃষ্টিভংগীৰ বাহিৰে আমাৰ পৰিচিত সমাজখনত সুন্দৰৰ প্ৰতিষ্ঠাৰ অন্য উপায় নাই। বীৰেন্দ্ৰকুমাৰৰ জনপ্ৰিয় কবিতা 'বিষ্ণু ৰাভা এতিয়া কিমান ৰাতি'ত আশাৰ পোহৰৰ বাবে, নতুন পদধ্বনিৰ বাবে উৎকণ্ঠা ব্যঞ্জিত হৈছে। শিল্পী আৰু কৰ্মী বিষ্ণু ৰাভাৰ

প্ৰতি থকা অসীম শ্ৰদ্ধাৰ ফলশ্ৰুতি এই কবিতা। অকল সেয়েই নহয়, সাম্যবাদী চেতনাৰ প্ৰতিও কবিৰ গভীৰ আস্থা ইয়াত প্ৰকাশ পাইছে :

ডাচ কেপিটেল এঘাৰ পৃষ্ঠা বাকী,
মাজ নিশা কোন ত্ৰিনয়নে পঢ়ে
পোহৰ! পোহৰ!! উদয়াচলত ৰবি। (বিষ্ণু ৰাভা)

ইয়াত কবিৰ ধ্যানী সত্তা আৰু সামাজিক সত্তা অভিজ্ঞতা-লব্ধ অনুভূতিৰ মাজত সমন্বিত ৰূপত ধৰা দিছে। কবিতাটোৰ সাৰ্থকতাও তাতেই। ধনবাদৰ ক্ষয়িষ্ণু অথচ আগ্ৰাসী মূৰ্তিক কবিয়ে নিজ অভিজ্ঞতাৰ মাজত প্ৰত্যক্ষ কৰিছে। 'যাত্ৰাৰ শেষ হ'লে' নামৰ কবিতাত তাকেই সংহত ৰূপত প্ৰকাশ কৰিছে :

দ্বিপদী বাঘৰ লোভী চিকাৰী চকুৰ হিংসা সেউজত জ্বলে
সিহঁতৰ ৰক্তক্ষুধা অপূৰণ,—অপূৰণ ৰ'লে
কোনে ক'ব পৃথিবীক শান্তি দিব পোহনীয়া কপৌহালিয়ে।

আজিৰ পৃথিবী যুদ্ধ কণ্টকিত; কতো শান্তি নাই। এনে যন্ত্ৰণাৰ মূলত আছে ফেচিবাদ বা বিশ্ব পুঁজিবাদ। তাৰ ৰক্তক্ষুধা অপূৰণ থাকে মানে শান্তিৰ কপৌহালি উৰিব নোৱাৰে। কবিতাটোত 'বাঘ-ডুবা' সাগৰৰ কল্পনা আছে। এই সাগৰ সম্ভৱতঃ জনতাৰ সাগৰ; শান্তিৰ উৎসও তাতেই। কবিয়ে কেৱল নিজৰ দেশক লৈয়ে ব্যস্ত নহয়, তেওঁৰ চিন্তাৰ পৰিধিত ছায়াচ্ছন্ন আফ্ৰিকাও আছে। আফ্ৰিকা নামৰ কবিতাত তেওঁ কৈছে :

মই জানো সেই সূৰ্যপ্ৰিয় কৃষ্ণভূমি
শীঘ্ৰে হ'ব লুণ্ঠনবিহীনা
মানুহৰ কুৰুক্ষেত্ৰ হ'ব শেষ মুক্তি-ৰণেৰে উত্তপ্ত।

ইয়াত অনুভৱৰ আন্তৰ্জাতিক বিস্তাৰ আছে। লুণ্ঠিত আফ্ৰিকাৰ হৈ ইউৰোপীয় ধনবাদ লৈ কবিয়ে সতৰ্ক-বাণী উচ্চাৰণ কৰিছে :

শুচি যোৱা দাম্ভিক ইউৰোপ
এই কৃষ্ণভূমি ত্যাগ কৰা
যাৰ ধূলিকণাটিৰো গৰাকী নহয় তোমালোক।

এই আন্তৰ্জাতিক চেতনা 'প্ৰেম' নামৰ কবিতাতো পাওঁ। "পেৰিচৰ ঐশ্বৰ্যৰ আঁৰত লুকাই দাৰিদ্ৰ্য থাকে আলজেৰিয়াৰ কুৱকৰ"—আদি উক্তিত শোষণ-জৰ্জৰ বিশ্ব-মানৱৰ প্ৰতি কবিৰ সহানুভূতি আৰু সংবেদনশীল মনৰ পৰিচয় জিলিকি আছে। লুণ্ঠিত পীড়িত মানৱতাৰ প্ৰতি এই দৰদ আৰু মমতা তেওঁৰ

জীৱনতো যেনেকৈ সত্য, কবিতাতো তেনেকৈ সত্য। 'নাগিনীৰ চিঠি' নামৰ কবিতাত আছে নগাভূমিত সামৰিক বাহিনীয়ে কৰা নিৰ্মম অত্যাচাৰৰ ইংগিত; তাৰ দলঙৰ খুটা ভগা, চৌপাশে গুলীৰ বিজুলী, শেলৰ গোজৰ। ইয়াত তেওঁ নিপীড়নৰ, অপ্ৰয়োজনীয় ৰক্তপাতৰ বিৰোধিতা কৰিছে:

পোহৰ আনিবা
অৰুণ পোহৰ
প্ৰথম সূৰ্যৰ
অৰুণ পোহৰ
তোমাৰ চকুৰ
অৰুণ পোহৰ
আদামৰ
আৰু সেৱাগ্ৰামৰ।

ইয়াত কবিয়ে বিচাৰিছে পোহৰ, পথম সূৰ্য, পুৱাৰ সূৰ্য—ই হ'ল নতুন শুভ-চেতনাৰ প্ৰতীক। তোমাৰ চকুৰ পোহৰ হ'ল প্ৰীতি। আদামৰ পোহৰে হয়তো মানবীয়তাৰ ইংগিত দিব পাৰে। সৰ্বশেষত উল্লেখ কৰিছে সেৱাগ্ৰামৰ, —যি আমাক অহিংসাৰ প্ৰবক্তা গান্ধীজীলৈ মনত পেলাই দিয়ে। ১৯৪৬ চনৰ কলিকতাৰ হিন্দু-মুছলমানৰ সংঘৰ্ষৰ অমানবীয়তা আৰু নগাভূমিত ভাৰতীয় সামৰিক বাহিনীৰ দমন-পীড়নৰ চাক্ষুষ অভিজ্ঞতা থকা কবিয়ে হিংসাৰ ভীষণ মূৰ্তিৰ প্ৰতি ঘৃণাৰ ভাব পোষণ কৰাটো একো অস্বাভাৱিক নহয়, আনহাতে বিয়াল্লিছৰ আন্দোলনত অংশ গ্ৰহণৰ স্মৃতি, লোহিয়া জয়প্ৰকাশৰ লগত বন্ধুত্ব, গান্ধীজীৰ প্ৰতি শ্ৰদ্ধাই তেওঁৰ ৰাজনৈতিক চিন্তাত গান্ধীজীৰ সমন্বয়মুখী মানবতাৰ প্ৰভাব পেলালে। ইয়াৰ ফলশ্ৰুতি হ'ল, তেওঁৰ মনত দুই ভিন্ন আদৰ্শৰ ঠেলাঠেলি। নাগিনীৰ চিঠিৰ প্ৰীতি, মানবতা, হিংসাৰ প্ৰতি ঘৃণাই তেওঁৰ উদাৰনৈতিক দৃষ্টিভংগীৰ পৰিচয় দিয়ে, প্ৰেম-প্ৰীতি কেৱল নাৰীৰ নিবিড় সম্পৰ্কতে ৰুদ্ধ নহয়, সি বিস্তৃত হ'ব পাৰে আলজেৰিয়াৰ অভিশপ্ত কৃষকলৈও—

প্ৰেম নোহে অৱৰুদ্ধ
তাৰ গতি বিশ্বৰ সৰ্বত্ৰ। (প্ৰেম)

এই প্ৰেমৰ মন্ত্ৰ জীৱনৰ দৈন্য আৰু অভিশাপ দূৰ কৰাৰ মন্ত্ৰ, জীৱনত অভিশাপেই কেৱল সত্য নহয়, তাৰ দূৰীকৰণো সত্য। অভিশাপ দূৰ কৰিবলৈ হ'লে কবিয়ে নিপীড়িত বিশ্বৰ অশ্ৰুৰণনেৰে আপোন হৃদয় পূৰ্ণ কৰিব লাগিব।

বীৰেন্দ্ৰকুমাৰৰ কবিতাত এনে আন্তৰ্জাতিক আবহ সুৰ অনুভৱ কৰিব পাৰি। 'চমৰ খণ্ড'ৰ মাটিত ভৰি দিও তেওঁ তাৰ ঐশ্বৰ্যমণ্ডিত ইতিহাস স্মৰণ কৰিছে; তাৰ কৰবত শুনিছে কিহবাৰ উচুপনি। মানুহক ভালপোৱাৰ এই আগ্ৰহ থাকিলেও কবি চৌপাশৰ অভিশপ্ত জীৱন সম্বন্ধে সজাগ; ইয়াত সকলো মানুহেই প্ৰশংসাৰ্হ নহয়। জীৱনৰ এই নৰকত পুতনা, চানুৰ, কংসৰ অভাব নাই; কবিয়ে এই সকলক ভাল পাব নোৱাৰে। 'নৰকৰ চিঠি' নামৰ কবিতাত তেওঁ কৈছে, প্ৰকৃত কৃষ্ণক এতিয়া ব্ৰজাংগনাই আৱদ্ধ কৰি ৰাখিব নোৱাৰে। জীৱনৰ পোতাশালত কৃষ্ণ বন্দী হ'ব নোখোজে, বিলাসৰ বগা চন্দ্ৰাৱলী ৰাতি, শেঁতা মৰমৰ স্বৰ্গ তেওঁৰ কাম্য নহয়। তেওঁ ওলাইছে ৰণলৈ :

মই যাম শত পুতনাক মাৰি,
চানুৰ কংসৰ হৃদয় বিদাৰি,
মৃত্যুৰ কীৰিটি ভৰিৰে গছকি।

এই যুদ্ধ যাত্ৰাত ব্ৰজাংগনাও হ'ব সহচৰী। ধনবাদী সমাজত প্ৰেম বিকৰুৱা আৰু শেঁতা। অৰ্ধাকাশ স্বৰূপ নাৰীক মুক্ত কৰাৰ কল্পনাত আজিৰ বাস্তৱৰ বিৰুদ্ধে প্ৰতিবাদৰেই ইংগিত আছে। আজিৰ বাস্তৱ কি? ইয়াত পাৰিজাত পোৱা টান। বিচাৰি গলেই 'ঈৰ্ষা আৰু ৰক্তৰ সমৰ।' এই স্বাৰ্থকলুষিত বাতাবৰণ কবিৰ অসহ্য, কিন্তু ইয়াৰ নিৰাকৰণ? কবিয়ে কেতিয়াবা সংগ্ৰামী দৃষ্টি গ্ৰহণ কৰিছে আৰু কেতিয়াবা বিবেকবান প্ৰেমৰ সহায়ত এই অন্ধকাৰ পোতাশাল ভাঙিবলৈ উদ্যত হৈছে। 'নৰকৰ চিঠিৰ প্ৰতিবাদী কণ্ঠ' দুৱাৰ মুকলি কৰাত প্ৰেমৰ শংখলৈ পৰিবৰ্তিত হৈছে :

হত্যা যাৰ বৃত্তি সেই বণিকটাবোৰক নিৰ্বাসিত কৰা
নিৰ্বাসিত কৰা।
তাৰ স্থান পূৰ্ণ হ'ক কোনো এক মহান সুৰেৰে
পূৰ্ণ হ'ক মৰমেৰে
পোহৰেৰে
অমৃতেৰে
পূৰ্ণ হ'ক, পূৰ্ণ হ'ক, পূৰ্ণ হ'ক।

ৰক্তৰ সমৰ আৰু তাৰ নৃশংসতাক সাম্ৰাজ্যবাদী পৰিবেশত নিৰ্বাসন দিব পাৰিনে? এই বণিকটাবোৰক নিৰ্বাসিত কৰা সহজ নহয়। মানুহ বাঘ নহয়

সঁচা, কিন্তু বণিকটাবোৰক স্বাৰ্থ ক্ষুধা পুৰ নহয় মানে সিহঁতে বাধ্যৰ দৰেই হিংস্ৰ হৈ পৰে। সিহঁতে বিবেকক পুৰি খায় আৰু অমানবীয় আচৰণ কৰে। যাৰ জীৱন দুখেৰে গঢ়া, তেওঁলোকৰ প্ৰতি সিহঁত উদাৰ হ'ব, বা তেওঁলোকৰ বাবে সকলো ত্যাগ কৰিব এনে আশা অবাস্তৱ। গতিকে বণিকটীয়াৰ অন্তৰত প্ৰেমৰ প্ৰতিষ্ঠা পৰামৰ্শ, উপদেশ নাইবা উদগণিবে সম্ভৱ নহয়। সমাজৰ অন্যায়কাৰী এই অশুভ শক্তিসমূহৰ উৰ্দ্ধ লৈ গৈ ইতিহাসক অৱজ্ঞা কৰি পৃথিৱীৰ জটিল সমস্যা সমাধান কৰা টান। এনেকৈ চিন্তা কৰাৰ অধিকাৰ কবিৰ হয়তো আছে, কিন্তু ইয়াৰ পৰিণতি হয় নৈৰাশ্যত। ভাৰতীয় পৰম্পৰাই অৱশ্যে সমন্বয়ৰ কথাহে কয়। ক্ষুদ্ৰ আৰু বিৰাট বিপৰীত ধৰ্মী হৈও আলিংগনাবদ্ধ হ'ব পাৰে; উপনিষদত 'দ্বা সুপৰ্ণা সযুজা · ' শ্লোকটোৰ তাৎপৰ্যও সেয়ে। কিন্তু পুৰণিকালৰ এই আপ্তবাক্যবোৰ নিৰ্বিচাৰে গ্ৰহণ কৰাটো টান। পচি যোৱা সমাজখনক সুস্থ কৰাৰ উপায় উলিয়াব লাগিব, অন্যায়-অত্যাচাৰৰ বিৰুদ্ধে কলম ধৰিব লাগিব—ক্ষয়ংকৰী বিশ্বযুদ্ধ আসন্ন হ'লে তাক বাধা দিবলৈ চেষ্টা কৰিব লাগিব—সমস্যা যিমানেই জটিল নওহক, মানুহৰ ইচ্ছাশক্তিয়ে তাৰ সন্মুখীন হবলৈ আগ বাঢ়িবই। ক'তো পথ নাই, ধনী-দুখীয়া, শোষক-শোষিত নিৰ্বিশেষে সকলোৰে বিবেকৰ প্ৰতি আহ্বান জনোৱাটোৱেই কৰ্তব্য—এই ধাৰণাই আমাক লক্ষ্যস্থানলৈ যোৱাত সহায় নকৰে। পথ আছে, কিন্তু সেই পথ দুৰ্গম আৰু ক্ষুৰধাৰ। সেইবাবে এই যাত্ৰাত প্ৰেমৰ বিদৰে মূল্য আছে, ক্ৰোধৰো সেইদৰে উপযোগিতা আছে। বিশ্বৰ পীড়িতৰ আহ্বান দুৰ্ণিবাৰ, সেই আহ্বান কেৱল কৰ্মীয়েহে শুনে এনে নহয়, স্ৰষ্টায়ো শুনে। শিল্পী স্ৰষ্টাই নহয় দ্ৰষ্টাও। বিবৰ্তনৰ পথ বিপদ-সংকুল হ'লেও তেওঁ অতিক্ৰমৰ চিন্তা কৰিব লাগিব। এই শুভদৃষ্টিৰ উপলব্ধিতেই কবিতাৰ মূল্য, ধ্বনিগত শ্ৰুতিমাধুৰ্যত নহয়। পৰম্পৰাগত শ্ৰেয়োনীতি আয়ও কৰিব পৰা কোনো ব্যক্তি হয়তো ওলাব পাৰে, কিন্তু সংঘবদ্ধ জনতাই সদায় এই শ্ৰেয়োনীতিৰ পতাকা বহন নকৰে। তেওঁলৈকে বজ্ৰমুষ্টিৰো প্ৰদৰ্শন কৰিব পাৰে। আমাৰ কবিৰো অৱশ্যে শ্ৰেয়োনীতিৰ সম্পৰ্কে সংশয় আছে। 'শংকৰদেৱ' নামৰ কবিতাত তেওঁ কৈছে :

নিৰ্য্যাস ব'ল অমূৰ্ত্ত কৰুণা সিও যে অধৰা।

ৱৰ্ডছ্ৱৰ্থ, টলষ্টয়, ৰবীন্দ্ৰনাথ আদিয়ে আৰ্টৰ মূল্য যে নৈতিক তাক দেখুৱাবলৈ যত্ন কৰিছিল; কিন্তু ব্যক্তিগত নৈতিকতাৰ ভেটি সামাজিক অব্যৱস্থাত পংগু হৈ পৰিল। কলাৰ নৈতিক মূল্য আজিও আছে, অৱশ্যে তাৰ স্বৰূপ ব্যক্তিগত নহয়,

সামাজিক। শংকৰদেৱৰ 'অমূৰ্ত্ত কৰুণা' আজি অথবা; আধুনিক যুগতো মহাত্মাৰ দৰে মানুহ ব্যৰ্থ হ'ল।

তলৰ পংক্তিটোত কবিৰ আশংকা স্পষ্ট হৈছে :

মহাত্মাই নেপালে ; পাম জানো কবিতাৰে
বহাগী বকুল মোকলাম নিয়ৰেৰে ?

কবিৰ কাব্যবহিত কেন্দ্ৰীয় আবেগত থকা বহাগী বকুল ফুলোৱাৰ হেঁপাহ শ্ৰদ্ধেয়, কিন্তু কেৱল নিয়ৰেৰে সেই আকাংক্ষা পূৰণ কৰিব নোৱাৰি, তাৰ বাবে ফিৰিঙ-তিৰো প্ৰয়োজন হ'ব পাৰে। কবিয়ে আধুনিক জগতত বহুত বস্তু হেকৰাইছে, হেকৰাইছে ঈশ্বৰক, হেকৰাইছে মহাকাব্যৰ বিশালতাক। আনহাতে দেখিছে বিজ্ঞানৰ জয়যাত্ৰা, অথচ তাৰেই অপব্যৱহাৰত পৃথিবী ৰণমত্ত হৈ উঠিছে। তথাপি তেওঁ বোডলেয়াৰৰ দৰে চিঞৰি উঠা নাই—This country bores, O Death ! Let us set sail !" জীৱনৰ এনে প্ৰত্যাখ্যান আমাৰ কবিৰ বাবে সম্ভৱ নহয়, কিয়নো মানুহৰ ওপৰত, পৃথিবীৰ ওপৰত তেওঁৰ বিশ্বাস আছে। কিন্তু মানুহৰ জোখৰ চোলা শংকৰদেৱেও নেপালে, কবিয়েও পোৱা নাই। মানুহ অসন্তুষ্ট, চকুত বিদ্ৰোহ-বহ্নি। এই পৰিস্থিতিত কেৱল কৰুণাই যথেষ্ট নহয়, সেইবাবে কবিয়ে সপোনৰ চোলা সীবলৈ যত্ন কৰিছে।

কবি প্ৰাচীন জ্ঞানৰ পৰা মুক্ত হৈছে সচা, কিন্তু তেওঁ এই সপোনৰ চোলা সীব কিহেৰে ? মানব-মন-নিৰপেক্ষ ইহ জাগতিক অস্তিত্ব সম্বন্ধে এটি আধ্যাত্মি-কতাৰ কথা তেওঁ ভাবিছে নে কি ? সামাজিক জড়তাই সকলো পাপৰ উৎস ; ধৰ্ম আৰু ভাষাৰ যি কলংকিত ব্যৱধানে আমাৰ স্থবিৰতা সুদীৰ্ঘ কৰি তুলিছে কবিয়ে তাক মানিব খোজা নাই। 'আত্মজ্ঞান' নামৰ কবিতাত তেওঁ কৈছে :

মই হিন্দু মুছলমান খৃষ্টান নহয়
অসমীয়া বঙালী মাৰাঠী একোকে নহয়
মই যে মানুহ যাৰ
পৰিচয় পাৰ্থিব মুক্তিত আৰু মহাকাশ বিস্ময়ত...

মানুহৰ এই মুক্তি আনিব বিজ্ঞানে, বৈজ্ঞানিক দৃষ্টিয়ে। কিন্তু বিজ্ঞানৰ মন্দিৰতো আজি কুবেৰৰ সিংহাসন পকা। গতিকে কবিয়ে মুক্তিৰ উপায় পাইছে শ্ৰম-জল-সিক্ত জীৱনৰ উদ্বোধনত। 'ঘৰত কিনো নাই' কবিতাত তেওঁ কৈছে :

কটাকানিৰে দেহ সজাই
ব'দ বৰষুণ কৰি উলাই

আমাৰ গোঁসায়ে ঘাম পেলাই
আলি-ভলী উলিয়ায়
প্ৰাণে প্ৰাণে শলিতা জ্বলায়…

সামাজিক স্তৰলাৰ নিম্নস্তৰত থাকি শতিকাৰ বোজা বহন কৰা এই মানুহবোৰৰ প্ৰতি কবিৰ সহানুভূতি অবিসংবাদিত : তেওঁৰ জনতা কেতিয়াবা হৰিণাৰ দৰে দৰে শান্ত, কেতিয়াবা কালীনাগৰ দৰে দংশনোদ্যত :

আমি যে হৰিণা হৈ মৰোঁ
পুনু কালীনাগ হৈ খোটোঁ।

কালীনাগ ৰূপে ৰণচালি ধৰি তেওঁৰ জনতাই দৃঢ়স্বৰে ঘোষণা কৰে : 'কালিলই পৃথিবীৰ অধিপতি হ'ম।" বলিকটীয়াবোৰৰ নিপীড়নত অস্থিৰ হৈও জনতা দেশ-বিদেশৰ উত্থান-পতন, জটিলতা-জীৰ্ণতা আৰু শান্তিৰ সম্প্ৰীতি-সাক্ষী :

আমি হলোঁ বলিশাল শত সাম্ৰাজ্যৰ
আমি পিতৃ গান্ধী-লেনিন-লিংকনৰ
আমি মাতৃ কুশলকোঁৱৰ হামিদৰ
আমি ধাত্ৰী লুম্বিনী জোনৰ
আমি সাক্ষী বহুত সীতাৰ লাঞ্ছনাৰ
বেকেট-শাম্বুক। নাম ল'ম কাৰ ?

ঐতিহাসিক ভাবে সচেতন এনে নিপীড়িত জনতাই নতুন পামলৈ যাত্ৰা কৰাৰ কল্পনাও আছে তেওঁৰ 'সেই পামখনি' নামৰ কবিতাত। তাত মানুহৰ মুক্তি অপূৰ্ব। একুৰি নাঙলে তাত নিতে সোণফল তোলে ; সকলোটি সমভোগী। সেই পামলৈ যাত্ৰা কৰাৰ মুহূৰ্তত বহুতৰে মন দ্বিধা কম্পিত ; কিন্তু জনতা সাহসী। এই যাত্ৰাত উচ্চবিত্ত মধ্যবিত্তই অভিনয় কৰে। তেওঁলোক দিনকণা অদূৰত মৰিশালিৰ ধোঁৱা দেখিও নেদেখে। কবিয়ে অনুভৱ কৰিছে, তেওঁলোকে কেতিয়াবা দেশপ্ৰেমিকৰ দৰে কথা কয়, কিন্তু কাম নকৰে। এই অৱস্থাত কবিয়ে ভাবিছে :

প্ৰশ্ন হয়, কিয় এইবোৰে পৃথিবীক আশা দিলে
ভাও দিলে বীৰত্বৰ। যদি সংগোপনে
সিইতৰ কামনা আছিল বঞ্চনাৰ গ্লানি
তাৰ বৈ ক্ষণিকৰ ক্ষুদ্ৰ আনন্দত যুৰ দিয়া

( অৰ্ঘ্য )

ক্ষণিকৰ ক্ষুদ্ৰ আনন্দত" বুৰ দিয়া সকল জনতাৰ পৰা বিচ্ছিন্ন আৰু প্ৰবঞ্চক, কিন্তু জনতাৰ ওপৰতো তেওঁৰ আস্থা গভীৰ :

সিহঁতৰ কুসুমিত হৃদয়ত নিশ্চিত আসন আছে
আমাৰ কাৰণে—যাৰ কৰুণাৰ চিহ্নিত মাৰ্গৰ
পদক্ষেপ দ্ৰুত হ'ব দ্ৰুত হ'ব
মানুহৰ স্বৰ্গৰাজ্য প্ৰতিষ্ঠাৰ গতি। (অৰ্ঘ্য)

কবিয়ে স্বীকাৰ কৰিছ পথ দুটা। এটা সদৰ পথ, আনটো অৰণ্য পথ। এটা সুগম, আনটো দুৰ্গম। সদৰ পথেদি গ'লে পায়গৈ জীৱনৰ মৰিশালি, য'ত আশাৰ সমাধি ঘটে। এই পথত জনতা নাই; কিন্তু "অটব্য অৰণ্য পথ ব্যাঘ্ৰ-ভয়ে ভৰা, তথাপি সিপাৰে আছে অমৃত দায়িনী সাগৰ। লগত জনতাৰ সাৰথি হৰিণা। এই কল্পনাত পুঁজিবাদী আৰু দুঃস্থ জনতাৰ পথৰ চিত্ৰ অংকন কৰা হৈছে—দুঃস্থ জনতাৰ পথ বিপদ-সংকুল, বাঘ-ৰূপী শোষকৰ ভয় আছে তাত। সিপাৰৰ অমৃতদায়িনী সাগৰৰ অংগীকাৰ লৈ জনতা আগবাঢ়ে, কিন্তু 'হৰিণা'ৰ উল্লেখে জনতাৰ কৰুণাময় মূৰ্তিৰ হে ব্যঞ্জনা কৰিছে। হৃদয়ৰ এনে ওদাৰ্যেৰে ব্যাঘ্ৰ ভয় দূৰ কৰিব পৰা যাব নে? গান্ধীজীৰ মতে এই অহিংসা ৰূপতো সাহস আছে। ইয়াত 'বিষ্ণুৰাভা'ৰ 'ইটাৰ দেৱালত আঁকা ডাচ কেপিটলৰ সপোন' অনুপস্থিত। কবিৰ মানসিকতাত আদৰ্শগত দ্বন্দ্ব আছে বুলি ইয়াৰ পৰা ধাৰণা কৰিব পাৰি। এই দ্বন্দ্ব থাকিলেও তেওঁৰ আশা-আকাংক্ষাত মানুহৰ স্বৰ্গৰাজ্য প্ৰতিষ্ঠাৰ আলোকপাত তেও আন্তৰিকতাৰে কামনা কৰিছে:

মোৰ নম্ৰ
কামনাৰ যত ভুল, কৰ্ম-দ্বিধা, দুৰ্বলতা
মোৰ যত হৃদয়ৰ আশা সেই
প্ৰতিষ্ঠাৰ আলোকেৰে হওক পবিত্ৰ। (অৰ্ঘ্য)

শোষক ধনবাদীসকলৰ প্ৰস্তুতি-পৰ্বৰ ব্যক্তি-মুক্তিৰ উল্লাস এতিয়া নিতান্ত 'পালিচ কৰা জীৰ্ণতা'ত পৰিণত হৈছে। হলেও সিহঁতে খোপনি এৰিব নোখোজে। স্বৰ্গ-ৰাজ্য প্ৰতিষ্ঠা হোৱাৰ পিছতো সিহঁতে মূৰ দাঙি উঠিবলৈ চেষ্টা কৰিবই। সিহঁতৰ কলুষিত স্বাৰ্থৰ বাবেই পৃথিৱী হিংসাত উন্মত্ত। ইও এক ঐতিহাসিক ব্যাধি; কল্যাণময় মানৱিক শুভবুদ্ধিৰে এই ব্যাধিৰ জইন মাৰিব

পৰা যাব নে ? এই প্ৰশ্ন কবিৰ মনলৈ নহাকৈ থকা নাই। কিন্তু কবিয়ে কেতিয়াবা ভাবে, শান্তিপূৰ্ণ উপায়েৰে, ক্ষমাৰে, প্ৰেমেৰে নৱজন্মৰ সম্ভৱ হ'ব :

মৰুভূৰ সেই ক্ৰুচৰ দানেৰে
সকলো দেশক
সকলো কালক
সকলো ভাষাক
সকলো হিয়াক
নৱজন্মৰ আকুল আকাংক্ষা দিয়া। ( ক্ৰুচৰ বন্ধুলৈ )

কবিৰ এই মানৱতাবাদী সুন্দৰ আকাংক্ষাৰ বিৰুদ্ধে ক'ব লগীয়া একো নাই ; কিন্তু 'ৰণাহত ৰক্তেৰে ৰঙা' ভীষণ পৃথিৱীয়ে স্বেচ্ছাই 'প্ৰসন্ন মূৰ্তি ধাৰণ কৰিব বুলি আশা কৰিব নোৱাৰি। ঘটনাৰ মেৰপাকত পৰি নিৰস্তক প্ৰেমে 'জেট বোমাৰুৰ প্ৰপেলাৰ' বন্ধ কৰাত ব্যৰ্থ হোৱাটো প্ৰায় সুনিশ্চিত। 'ক্ৰুচৰ বন্ধুলৈ' কবিতাত কবিৰ উদাৰ বহল মনৰ পৰিচয় হয়তো আছে ; কিন্তু যাৰ স্বাৰ্থত সাধাৰণ মানুহ কামানৰ খাদ্য হয়, শোষণৰ বলি হয়, সেই সকলৰ অন্তৰত 'নৱজন্মৰ আকুল আকাংক্ষাই' সহজে শিপা নেমেলে। আনহাতে কবিৰ শ্ৰদ্ধাৰ থলী জনতাক বাস্তৱ সমস্যাই যুগে যুগে প্ৰতিবোধৰ শক্তি দিছে আৰু নৱজন্মৰ স্বপ্নৰ অধিকাৰী কৰি তুলিছে। দমন পীড়নে জনতাক সাময়িকভাৱে নীৰৱ কৰিব পাৰে, কিন্তু প্ৰতিবোধকাৰী শক্তিৰ প্ৰবাহ চলি থাকে। কবিয়ে এই সত্য উপলব্ধি কৰিছে, কিয়নো তেওঁৰ মানুহৰ স্বৰ্গৰাজ্যৰ অধিপতি জনতাই। উত্তৰণৰ শান্তিপূৰ্ণ উপায় সম্পৰ্কে কবিৰ যি অভিমত সি যদি কাৰ্যকৰী হয়, তেন্তে ভাল কথাই হ'ব। অপ্ৰয়োজনীয় হিংসা, কোনেও নিবিচাৰে ; কিন্তু দাম্ভিক স্বাৰ্থান্ধ সকলৰ অন্যায়ৰ বিৰুদ্ধে দংশনোদ্যত কালীনাগৰ ক্ৰোধ প্ৰয়োজনীয়। 'নদী' নামৰ কবিতাত তেওঁ পৃথিৱীক মৈত্ৰেয়ী আৰু কাত্যায়নী ৰূপত ভগাইছে। উপনিষদৰ এই দুটা চৰিত্ৰই এহাতে বৈৰাগ্য আৰু আনহাতে কাঞ্চনমোহৰ ইংগিত দিয়ে। কবিৰ মতে কাত্যায়নী মূল্যবোধ মানুহৰৰ বস্তু, ইতিহাস ৰচনাত ভাগ লবলৈ হ'লে পৃথিৱী হ'ব লাগিব মৈত্ৰেয়ীৰ দৰে নিঃস্ব। কল্যাণবোধেই পৰম সত্য ; এই সত্যৰ গৰাকী হ'ল ইতিহাস—যি গতিশীল, উদাসীন আৰু কেতিয়াবা ভয়ংকৰো। নিৰ্মোহ, নিৰ্লোভ পৃথিৱীকহে আশ্ৰয় দিব ইতিহাসে ধাত্ৰীৰ দৰে আৰু তেতিয়াহে পৰম সত্য প্ৰতিষ্ঠিত হ'ব। এই উপলব্ধি ৰমণীয় ; কিন্তু সামগ্ৰিকভাৱে চিত্তৰ উৎকৰ্ষতা জনাত ই সহায় কৰিব নে নকৰে সন্দেহ। এখন

নিৰ্লোভ পৃথিবী যদিও ইতিহাসৰ লক্ষ্য, তথাপি এনে এখন স্বৰ্গ প্ৰতিষ্ঠাৰ বাটত যিবোৰ বাস্তৱ প্ৰতিবন্ধক আছে সেইবোৰ কেৱল আশা কৰিলেই আঁতৰি নেযায়। জ্যোতিপ্ৰসাদৰ 'অন্তৰ-সংস্কৃতি'ৰ দৰ্শনতো বাস্তৱ বোধৰ মাত্ৰা কম' যদিও তাৰ উদ্দেশ্য আছিল সৎ। মনুষ্যত্বনাশী দুষ্কৃতিয়ে তাৰ বিশাল হাত মেলি আমাক তাৰ মৰণস্পৰ্শ দিব খুজিছে—এই সময়ত আইন নহ'লেও অন্যায়-কাৰীৰ বিৰুদ্ধে প্ৰতিবাদৰ কণ্ঠ উচ্চাৰণ কৰা কৰ্তব্য। দ্বিধা-দ্বন্দ্ব থাকিলেও বীৰেন্দ্ৰকুমাৰৰ কবিতাত এই অংগীকাৰ অস্বীকৃত নহয়।

বীৰেন্দ্ৰকুমাৰৰ কবিতাত অধ্যাত জনতা শ্ৰদ্ধাৰ বস্তু। 'নামহীন' নামৰ কবিতাত তেওঁ যি চিত্তৰ সন্ন্যাসৰ কথা কৈছে, তাক জাগ্ৰত কৰি ৰাখিবৰ বাবে তেওঁ জনতাৰ সংস্পৰ্শ বিচাৰিছে। তেওঁ কৈছে ঃ

তাক লগধৰা কথা নামহীন জনতা
বিপুল বক্ষত, অথবা প্ৰাণৰ গভীৰত।

জনতাৰ বিপুল বক্ষত সোমাই তেওঁ নিজৰ সত্তা জীয়াই ৰাখিব। জনতাৰ সংস্পৰ্শৰ বাবেই তেওঁ নীচ জীবিকা, প্ৰবঞ্চক বন্ধু, নিৰ্জন অধ্যয়ন, নিৰলস কলা-সাধনা এৰিবলৈ সাজু হৈছে, এই কেইটা অৰ্থপূৰ্ণ কথা। নীচ জীবিকা ত্যাগ কৰি অৰ্থলোভ দমন কৰিছে, জনতাক প্ৰবঞ্চনা কৰা বন্ধুৰ সংগ ত্যাগ কৰিছে; নিৰ্জন অধ্যয়ন বা নিৰালয় কলা-সাধনাৰ বিলাসৰ পৰা নিজক বিৰত কৰিছে। গড্ডলিকা প্ৰবাহত উটি নগৈ অথবা প্ৰাতিস্বিকতাৰ মোহত আপ্লুত নহৈ জনতাৰ সুখ-দুখৰ ভাগ লোৱাৰ আকাংক্ষা নিশ্চয় প্ৰশংসনীয়। ৰুদ্ৰ অথবা শান্ত উভয় ৰূপতে তেওঁ জনতাক বন্দনা কৰিছে যদিও শান্ত অথচ সাহসী জনতাৰ প্ৰতি তেওঁৰ পক্ষপাতিত্ব বেছি। সি যি কি নহওক, বীৰেন্দ্ৰ কুমাৰৰ কবিতাত প্ৰস্ফুটিত এই জনতা-প্ৰীতি অগ্ৰগামী সকলৰ পথৰ সমল নোহোৱাকৈ নেথাকে। তেওঁ কেতিয়াবা অনুভৱ কৰে, তেওঁৰ কবিতাত অন্তৰতম শব্দই যেন এতিয়াও ধৰা দিয়া নাই। সেই শব্দক তেওঁ এতিয়াও জগাব পৰা নাই। তেওঁৰ অন্তৰত যেন বোবা হৈ আছে কালিদাস, নীৰৱে শুই আছে চক্ৰেটিছ। প্ৰকৃত জ্ঞানৰ দীপ্তিৰে উজ্জ্বল সহজ সবল শুদ্ধাচাৰী সংস্কৃতিৰ সাধনা তেওঁৰ ক্ষেত্ৰত এতিয়াও অসম্পূৰ্ণ ঃ

ধাৰ কৰা শব্দেৰে জীৱন বেহাই
মই ক্ৰীতদাস

মন্ত্ৰৰ শব্দৰে বিগ্ৰহ পুজি
মই ব্যৱসায়ী। (অন্তৰতম)

ইয়াত হয়তো প্ৰকাশৰ কৃত্ৰিমতাৰ কথাকে কোৱা হৈছে॥ এহাতে নাগৰিক বৈদগ্ধ্য আৰু আনহাতে জন-জীৱনৰ লগত খাপ খোৱা সহজ ব্যঞ্জনাৰ দীপ্তি—এই দুটাৰ মাজত প্ৰথমটো কৃত্ৰিম, আৰু দ্বিতীয়টো জীৱনভিত্তিক। কবি সম্ভৱতঃ এই দ্বিতীয় বিধৰ বাবেই সচেষ্ট। যদি সেয়ে হয়, সি প্ৰশংসনীয় কথা।

যি কবিৰ চেতনাত নিহিত থাকে সমাজ-চিন্তা, মানসিক বোধ সেই কবিৰ কবিতাৰ মূল্য তাৰ উপলব্ধিত, উক্তিত নহয়। কবিতাত আকাৰে-ইংগিতে কোৱাৰ যি বিশিষ্ট্য আছে, তাৰপৰা কবি আঁতৰ হ'ব নোৱাৰে? কিন্তু ইংগিতময়তা থাকিলেও মালাৰ্মে বা ভালেৰি কথিত অৰ্থ ভাৱমুক্ত প্ৰতীকবাদ অথবা কবিতাই পৰম আৰু চৰম সত্য এনে আমোঘ সূত্ৰ এই ধৰণৰ কবিতাত শিৰোধাৰ্য নহয়। কোনোৱে হয়তো ক'ব পাৰে, এইবোৰ কবিতাত উপকৰণৰ মূল্যহে প্ৰধান, সাংস্কৃতিক মূল্য শূন্য, আচলতে কিন্তু এনেবোৰ কবিতাত সাহিত্যবুদ্ধি আৰু বিজ্ঞানবুদ্ধিৰ সমন্বয় ঘটে। কল্পনাৰ শুভদৃষ্টি আৰু অভিজ্ঞতা-লব্ধ সত্যৰ মিলনতহে উপলব্ধি ব্যঞ্জনা সম্ভৱ হৈ উঠে। বীৰেন্দ্ৰকুমাৰৰ কবিতাৰ মূল্য আছে এই উপলব্ধিৰ ব্যঞ্জনাতহে। তেওঁৰ কবিতাত অতিভাষণ অথবা ইংগিতবাহুল্য আছে, 'তবু,' 'আমালোক' আদি শব্দৰ শ্ৰুতিকটু ব্যৱহাৰো আছে; তথাপি সাধাৰণ ভাৱে তেওঁৰ কবিতাৰ ভাষা সহজ ব্যঞ্জনাময়; নাগৰিক বৈদগ্ধ্যৰ পৰা মুক্ত। "আমি হৰিণা হৈ মৰোঁ। পুনু কালীনাগ হৈ খোঁটো"; ন-ধান, যেন থাকী পৰিহিত গৰিলা জুম উন্মত; বহাগী বকুল মোকলাম নিয়ৰেৰে?, অন্ধ ঘৰত বন্ধ গীত—তেওঁৰ কবিতাৰ এনেবোৰ অৰ্থব্যঞ্জক উপমাই পাঠকক চিন্তা কৰিবলৈ শিকায। তেওঁৰ কবিতাৰ মূল প্ৰেৰণা যে বহিৰ্জগত এই কথা স্পষ্ট। পৃথিবীৰ ছয় ৰাগৰ দ্ৰুত-বিলম্বিত লয় শুনাৰ প্ৰতিশ্ৰুতিয়েই কবিৰ ধাউতি। ধ্যানী আৰু কৰ্মীসত্তাৰ দ্বন্দ্বত উত্তীৰ্ণ হ'লে তেওঁৰ সংগ্ৰামী দৃষ্টি লয় আৰু এই দ্বন্দ্বই আচ্ছন্ন কৰাৰ সময়ত তেওঁ শ্ৰেণীগত সামাজীকৰণৰো পথ গ্ৰহণ কৰে আৰু প্ৰতিজন ব্যক্তিৰ অনন্য বিবেকবোধৰ মাজত ৰূপান্তৰৰ সূত্ৰ ওলাব পাৰে বুলি ভাবিব খোজে। এই সৃষ্টিৰ পৰাই তেওঁ ক্ৰুচৰ দানত নৱজন্মৰ দীপালী সম্ভৱ হ'ব বুলি ভাবিছে। কিন্তু বিবৰ্তনৰ আন্তৰিক আৰু অধ্যৱসায়ী প্ৰয়াস বিফল কৰাৰ ধনবাদী ষড়যন্ত্ৰ চলি থকা মুহূৰ্তত মৃত্যুৰ মূল্যৰ, দুখৰ দীপ্তিৰে মহত্ত্ব অৰ্জন কৰা নৈতিক বীৰৰ 'পৰিচয়জ্যোতি' ম্লান

হৈ পৰাৰে সম্ভাৱনা বেছি। ক্ৰুচৰ বন্ধুৰ প্ৰেম আদি দেখোন তেঞে তুমৰলি। মানুহৰ নাৰকীয় কীৰ্তি, সভ্যতাৰ ক্ষতচিহ্ন আৰু সময়ৰ বিপন্নতাবোধ তেওঁৰ কবিতাত ফুটি ওলাইছে, যন্ত্ৰণাৰ ইতিহাসৰ সুদীৰ্ঘ ছাঁ অতিক্ৰম কৰি 'স্বৰ্গৰাজ্য' (শোষণ মুক্ত আৰু সমভোগী সমাজ) প্ৰতিষ্ঠা কৰাৰ দুৰ্গম পথ সম্বন্ধে তেওঁ সজাগ, কিন্তু উপায় সম্বন্ধে তেওঁৰ চিন্তাত দ্বন্দ্ব প্ৰকট। গান্ধী-মাৰ্ক্সৰ সমন্বয়ৰ প্ৰচেষ্টাই সম্ভৱতঃ তেওঁৰ ৰাজনৈতিক চিন্তাৰ আধাৰ, আৰু এনে দ্বন্দ্বও তাৰেই প্ৰতিফলন মাত্ৰ। ভাৰতবৰ্ষৰ দৰে বহু দলীয় সমাজত উত্তৰণৰ বাবে শান্তিপূৰ্ণ সংগ্ৰামৰ প্ৰয়োজনীয়তা একেবাৰে নুই কৰিব নোৱাৰি যদিও, গান্ধীবাদী চিন্তা আৰু মাৰ্ক্সীয় বিশ্বদৃষ্টিৰ মাজত থকা পাৰ্থক্য সহজে আঁতৰোৱা টান। তথাপিও আমি অনুভৱ কৰিছোঁ, বীৰেন্দ্ৰকুমাৰৰ কবিতা জীৱন আৰু জগতৰ কদৰ্যতাৰ বিৰুদ্ধে মূৰ্ত প্ৰতিবাদ, জনতাৰ ওপৰত তেওঁৰ গভীৰ আস্থা উত্তৰসূৰীৰ বাবে অনুকৰণৰ বস্তু। তেওঁৰ দ্বিধা-দ্বন্দ্ব দুৰ্বলতা নোহোৱা নহয়, তেওঁৰ ইতিহাস-বোধ নিৰ্ভুল বুলি কোৱা টান—সেইবোৰ একাষৰীয়াকৈ থৈ তেওঁৰ ইতিবাচক উপলব্ধিখিনিক আমি আমাৰ পাথেয় হিচাপে নিশ্চয় গ্ৰহণ কৰিব পাৰোঁ।

# ভট্টাচাৰ্যৰ উপন্যাস

অধ্যাপক শ্ৰীযোগেশ দাস

বীৰেন্দ্ৰকুমাৰ ভট্টাচাৰ্যৰ 'ইয়াৰুইঙ্গম' (১৯৬০) উপন্যাসখনে ১৯৬১ চনৰ সাহিত্য অকাডেমী পুৰস্কাৰ আৰু 'মৃত্যুঞ্জয়'-এ (১৯৭০) ১৯৭৯ চনৰ ভাৰতীয় জ্ঞানপীঠ বঁটা লাভ কৰে। এই দুটা স্বীকৃতিয়ে বীৰেন ভট্টাচাৰ্যৰ উপন্যাস সাহিত্যৰ গুৰুত্ব সূচাইছে। আলোচনীৰ পাতত তেওঁৰ যি সাহিত্যিক পৰিচয় ফুটি উঠিছিল সি আছিল সমাজ-সচেতন, চলিত সামাজিক ব্যৱস্থাৰ সংস্কাৰকামী কবি আৰু গল্প-লিখক ৰূপেহে। ১৯৫৫ চনতহে তেওঁৰ প্ৰথমখন উপন্যাস 'ৰাজপথে ৰিঙিয়ায়' প্ৰকাশ পায়। এই উপন্যাসখনত ১৯৪৭ চনৰ ১৫ আগষ্টৰ দিনা ভাৰতে লাভ কৰা স্বাধীনতা অসাৰ বুলি আৰু শোষণমুক্ত সমাজবাদী দেশ এখন প্ৰতিষ্ঠা কৰাত গুৰুত্ব দি বিপ্লৱী নায়ক মোহনৰ এটা দিনৰ কাৰ্য-কলাপ বৰ্ণনা কৰা হৈছে। এই দুটা ঘটনা—তেওঁৰ দুখন উপন্যাসে স্বীকৃতি লাভ কৰা আৰু পোন প্ৰথম উপন্যাসখনতে চলিত সমাজ-ব্যৱস্থাৰ আমূল পৰিবৰ্তন কৰিব খোজা—আমি উল্লেখযোগ্য বুলি ভাবোঁ। ৰাল্‌ফ্ ফক্স্-এ কৈছে যে আধুনিক উপন্যাসে ব্যাপক জনজীৱন ফুটাই তোলাৰ ক্ষেত্ৰত প্ৰাচীন এপিক্ বা মহাকাব্যৰ স্থান লৈছে। স্বাধীনতাই আমাৰ দেশক গণতান্ত্ৰিক তথা গণৰাজ্যিক ৰূপ প্ৰদান কৰিলে। এতিয়া গণ-জীৱনক যিমান পাৰি ব্যাপকভাৱে সাহিত্য-কলাত ফুটাই তোলাৰ প্ৰয়োজন হ'ল, আৰু সম্ভৱতঃ ভট্টাচাৰ্যই গল্প-কবিতাৰ, অন্ততঃ গল্পৰ অপ্ৰশস্ত পৰিসৰৰ সলনি উপন্যাসৰ প্ৰশস্ত পৰিসৰলৈ ওলাই আহিবলৈ ভাল পালে। দ্বিতীয়তে, প্ৰথম উপন্যাস লিখিয়েই তেওঁ চলিত ব্যৱস্থাক, 'এষ্টাব্লিছমেণ্ট'ক যি সমালোচনা কৰিবলৈ ল'লে সেই সমালোচনাৰ ভঙ্গী তেওঁৰ বাকী প্ৰায় সকলো উপন্যাসতে গৃহীত হৈ অহা দেখা যায়।

বীৰেন ভট্টাচাৰ্যৰ এইবিলাক উপন্যাস এতিয়ালৈকে প্ৰকাশিত হৈছে: 'ৰাজপথে ৰিঙিয়ায়' (১৯৫৫), 'আই' (১৯৬১), 'ইয়াৰুইঙ্গম' (১৯৬১), 'শতঘ্নী' (১৯৬৫); 'প্ৰতিপদ' (১৯৭০), 'মৃত্যুঞ্জয়' (১৯৭০), 'চিনাকি সুঁতি' (১৯৭১),

'কবৰ আৰু ফুল' ( ১৯৭২ ), 'বল্লৰী' ( ১৯৭৩ ), 'ডাইনী' ( ১৯৭৬ ), 'ৰঙা মেঘ' ( ১৯৭৬ ), 'মুনিচুনিৰ পোহৰ' ( ১৯৭৯ ), 'কালৰ হুমুনিয়া' ( ১৯৮২ )। আলোচনীৰ পাতত প্ৰকাশিত আৰু দুই-এখন উপন্যাস থাকিব পাৰে, আৰু এই আলোচনা প্ৰকাশ হৈ উঠৈমানেও ভট্টাচাৰ্যৰ দুই-এখন উপন্যাস প্ৰকাশিত হ'ব পাৰে। তথাপি এই তেৰখন উপন্যাসে তেওঁৰ উপন্যাস সাহিত্যৰ এটি থূলমূল পৰিচয় দাঙি ধৰাত যথেষ্ট সহায় কৰিব।

আমি প্ৰথমে উল্লেখ কৰা বৈশিষ্ট্য দুটা কম-বেছি পৰিমাণে এইবিলাক উপন্যাসত ফুটি উঠিছে। যেনে—'আই' উপন্যাসত ভাঙনমুখী অসমীয়া গাঁৱৰ ছবি ফুটাই তোলা হৈছে, আৰু সুদখোৰ মহাজনৰ উৎপীড়নৰ বলি মাটিহীন খেতিয়ক শ্ৰেণীৰ দুৰ্দশা তথা তাৰ প্ৰতিকাৰ কামনা প্ৰকাশ কৰা হৈছে। 'ইয়াৰুইঙ্গম'ত টাংখুল অঞ্চলৰ যুদ্ধ-বিধ্বস্ত নগা গাঁৱৰ নতুন যুগৰ পাতনি মেলা অৱস্থাত নগা ৰাইজৰ দ্বিধা-দ্বন্দ্ব ফুটাই তোলা হৈছে, আৰু নিৰ্জলা প্ৰাকৃতিক পৰিবেশত প্ৰকৃতি-সন্তান নগাসকলৰ দৈনন্দিন জীৱনৰ প্ৰতিচ্ছবি ফুটাই তোলা হৈছে। 'প্ৰতিপদ'ত তেল-নগৰী ডিগবৈত প্ৰাক্-স্বাধীনতা কালত হৈ যোৱা বিখ্যাত শ্ৰমিক আন্দোলনটো প্ৰতিচিত্ৰিত কৰা হৈছে আৰু সাধাৰণ শ্ৰমজীৱী লোকৰ হক দাবী প্ৰতিপন্ন কৰাৰ লগে লগে বিভিন্ন শ্ৰেণী, বিভিন্ন ভাষী, বিভিন্ন ধৰ্মী লোকৰ বিচিত্ৰ আচৰণ, গৰ্ব-অহঙ্কাৰ, সেৱা-শোষণ, স্বাৰ্থপৰতা-মহত্ত্ব ইত্যাদি চাৰিত্ৰিক বিশেষত্ব দাঙি ধৰা হৈছে। ডিগবৈৰ পটভূমিতে লিখা 'বল্লৰী' উপন্যাসত ঔদ্যোগিক বিপ্লৱে আনি দিয়া আধুনিক জীৱনৰ পৰিবৰ্তন, যি পৰিবৰ্তনৰ ফলস্বৰূপে জীৱন নামৰ সত্তাটোৰ অৰ্থ হেৰাই যোৱাৰ অৱস্থা হোৱা, যিটো আজিৰ ছাঁ-জুই খেদি ফুৰা অনেকৰ কাৰণেই আত্ম-দ্বন্দ্বৰ গুৰি—ইয়াৰে এটি সম্যক দৃষ্টান্ত দাঙি ধৰা হৈছে। 'কবৰ আৰু ফুল'ত ১৯৭০ চনত পূব পাকিস্তানত হৈ যোৱা সামৰিক সন্ত্ৰাসবাদৰ বিৰুদ্ধে বাংলাদেশী ৰাইজৰ মুক্তি যুদ্ধৰ এটি আভাস দিবলৈ চেষ্টা কৰা হৈছে—যি চেষ্টাৰ মাজেদি ফুটি উঠিছে বাংলাদেশৰ গ্ৰাম্য জীৱনৰ সুন্দৰ ছবি, আৰু ফুটি উঠিছে পীড়িত মানৱৰ অবিৰত মুক্তি সংগ্ৰামৰ আকাঙ্ক্ষা। আটাইবোৰ উপন্যাসৰ বিষয়বস্তুৰ আভাস নিদিলেও বোধহয় উক্ত ইঙ্গিতসমূহৰ পৰাই প্ৰতীয়মান হ'ব যে বীৰেন ভট্টাচাৰ্যৰ উপন্যাসৰাজিত ব্যাপক জন-জীৱনক পোহৰলৈ অনাৰ চেষ্টা বিদ্যমান আৰু প্ৰত্যেকখন উপন্যাসৰ কাহিনীতে চলিত ব্যৱস্থাৰ দোষ-ত্ৰুটীৰ সূক্ষ্ম সমালোচনা আছে তথা ভাৰপৰা মানুহক উদ্ধাৰ কৰি এক শোষণহীন, বৈষম্যহীন, সুশৃঙ্খলভৰ সমাজ-ব্যৱস্থা প্ৰতিষ্ঠাৰ আকাঙ্ক্ষা আছে।

বীৰেন ভট্টাচাৰ্যৰ উপন্যাসৰ বিষয়-বস্তুবিলাকলৈ লক্ষ্য কৰিলে দেখা যায় যে তেওঁ প্ৰায়েই আমাৰ সমসাময়িক কিছুমান গভীৰভাৱে তাৎপৰ্যপূৰ্ণ ঘটনাৰ সামাজিক, বা সমাজতান্ত্ৰিক ব্যাখ্যা দিবলৈ চেষ্টা কৰিছে। ওপৰত ইয়াৰ অলপ-অচৰপ ইঙ্গিত দিয়া হৈছে। ভাৰতৰ স্বাধীনতা লাভ অকল আমাৰ কাৰণেই এটা ডাঙৰ ঘটনা নহয়, বৰং দ্বিতীয় বিশ্বযুদ্ধৰ পৰিণাম আৰু সাম্ৰাজ্যবাদৰ অৱসান সূচনা কৰি দলিত জাতিসমূহৰ মুক্তিৰ পথ উন্মোচন কৰা কাৰণে ই বিশ্ব ৰাজনীতিৰেই এটা ঐতিহাসিক পৰিবৰ্তন। তথাপি দৰিদ্ৰ ভাৰতবাসীৰ কাৰণে ই এক নতুন পৰীক্ষা, এক নতুন পাতনিস্বৰূপ। সামন্ত যুগৰ সমাধি ৰচি, সৰ্ব-সাধাৰণৰ ৰাজ প্ৰতিষ্ঠা কৰিবলৈ ওলোৱা মহানন্দৰ মুহূৰ্ত ভাৰতৰ স্বাধীনতা—হওক খণ্ডিত ভাৰত, নহওক গান্ধীজীৰ স্বপ্নৰ বাস্তৱ ৰূপায়ণ। এই এটা দিনৰ কিছুমান ঘটনাৰে পৰিপূৰ্ণ 'ৰাজপথে ৰিঙিয়ায়'। এই যে আকাঙ্ক্ষামতে দেশৰ স্বাধীনতা নহ'ল, ইয়াৰে ঘটনা লৈ ক'ব পাৰি যে আন বহুতো স্বপ্নই আমাৰ স্বাধীনতা লাভত স্বপ্ন হৈয়ে ৰ'ল। ভট্টাচাৰ্যৰ নায়ক মোহনে এজন ৰাজনৈতিক কৰ্মীৰূপে অনুভৱ কৰিছে যে খাটি খোৱা শ্ৰেণীৰ অৰ্থ-সামাজিক মুক্তি এই দিনটোৱে সূচনা কৰা নাই। সেয়ে ৰাজপথে ৰাজপথে—নগৰ, গাঁও, বাগিচা সকলোতে—পুনৰ আন্দোলনৰ ধ্বনি উঠিছে। ১৯৪৭ চনৰ পৰৱৰ্তী বছৰবিলাকত আমি সাধাৰণ মানুহৰ দুৰ্দশা কমক চাৰি ক্ৰমাৎ বেছি হৈ যোৱা দেখিবলৈ পালোঁ। লিখকে এটা দশকৰ অভিজ্ঞতাৰে যি ছবি অঙ্কন কৰিলে সি বাস্তৱত বেছি পৰিণত হৈ আহিবলৈ ধৰিলে। মোহনৰ সংগ্ৰাম আজিও চলি আছে।

এই একেটা বিষয়বস্তুৰ লগত জড়িত ঘটনাৱলীৰ পটভূমিত ভট্টাচাৰ্যই আৰু দুখন উপন্যাস লিখে—যি দুখন বৃহৎ আকাৰৰ উপন্যাসে লিখকক ঔপন্যাসিক ৰূপে প্ৰতিষ্ঠা দিয়ে। 'ইয়াৰুইঙ্গম' আৰু 'মৃত্যুঞ্জয়'ৰ লগতে এই তিনিওখন উপন্যাসত ভাৰতবাসীৰ মানসিক দিগন্তত বিকশাই তোলা নতুন জীৱনৰ আশা-আকাঙ্ক্ষা ৰূপায়িত কৰা হৈছে। ইয়াৰুইঙ্গম শব্দটোৰ অৰ্থই হৈছে ৰাইজৰ শাসন। দ্বিতীয় মহাসমৰৰ নিষ্ঠুৰ আঁচোৰ আৰু পৰিমাণৰ প্ৰতিচ্ছবি অসমীয়া সাহিত্যত দুৰ্ভাগ্যজনকভাৱে কম। এইখন উপন্যাস তাৰে এটা উল্লেখযোগ্য ব্যতিক্ৰম। লিখকে নিজে টাংখুল ভূমিত এবছৰমান শিক্ষকতা কৰি নগাসকলৰ বৰ্ণাঢ্য জীৱনযাত্ৰাক সূক্ষ্মভাৱে অধ্যয়ন কৰিছিল। জাপানী সৈন্যৰ হাতত কহিমা পৰ্যন্ত ভাৰতৰ মাটিপৰাৰ কথা সকলোৱে জানে। কিন্তু কহিমাৰপৰাই আক্ৰমণকাৰী চক্ৰশক্তি ঘূচি যাবলৈ বাধ্য হৈছিল। যুদ্ধৰ এই শেষ স্তৰৰপৰাই উপন্যাসৰ

কাহিনী আৰম্ভ হৈছে। নগা গাঁও, নগা দেহ, নগা মন ক্ষত-বিক্ষত কৰি যৈ যোৱাৰ মাজৰপৰা নতুন জীৱনৰ পাতনি হ'ব। আজন্ম যোদ্ধা নগা জাতিৰ স্বাধীনতা বিচাৰিছে প্ৰাক্তন সৈনিক ভিডেশ্বেলীয়ে—যি জাপো ফিজোৰ প্ৰতিভূ। তাৰ বিপৰীতে যীশুৰ প্ৰেম আৰু মহাত্মা গান্ধীৰ অহিংসাৰ আদৰ্শত নতুন নগা জীৱনৰ ৰূপ দিব খোজে শিক্ষিত ডেকা ৰিশাং-এ—যি বহল ভাৰতবৰ্ষৰ লগত এক হৈ যোৱাটো কামনা কৰে। লিখকৰ সহানুভূতি ৰিশাঙৰ ফালে, যদিও স্বাধীনচিতীয়া নগা চৰিত্ৰৰ মহত্ব তেওঁ স্বীকাৰ কৰে। এই দ্বন্দ্ব আজিলৈকে চলি আছে। শান্তি বা পৰিণাম আজিও ওলোৱা নাই। সাধাৰণ ভাৰতীয় জীৱন-ধাৰাৰপৰা এক প্ৰকাৰ বিচ্ছিন্ন হৈয়ে অহা এই পাৰ্বত্য, তথাকথিত অনগ্ৰসৰ জীৱন ধাৰাৰ এনে মুখামুখি অৱস্থা নিশ্চয় বৰ ডাঙৰ তাৎপৰ্যপূৰ্ণ ঘটনা।

'মৃত্যুঞ্জয়' ১৯৪২ চনৰ আগষ্ট বিপ্লৱৰ পটভূমি লৈ লিখিত। মহাযুদ্ধৰ সোঁমাজতে হোৱা এই সশস্ত্ৰ বিদ্ৰোহত ভাৰতবৰ্ষৰ অন্যান্য ঠাইৰ লগতে অসমতো অনেক লোমহৰ্ষক ঘটনা হৈছিল। কনকলতা বৰুৱা, ভোগেশ্বৰী ফুকননী, তিলক ডেকা আদিয়ে পুলিচৰ গুলীত পাণ হেৰুৱাইছিল। শঙ্কৰ বৰুৱা, জ্যোতিপ্ৰসাদ আগৰৱালা, অৰুণা আচফ আলি আদিয়ে গোপনে ফুৰা-চকা কৰি আন্দোলন পৰিচালনা কৰিছিল। সৰভোগৰ মিলিটেৰী কেম্প জ্বলাই দিয়া হৈছিল। সৰুপথাৰৰ ওচৰত ৰেলগাড়ী বগৰোৱাৰ অভিযোগত কুশল কোঁৱৰক ফাঁচী দিয়া হৈছিল। পাইকাৰী জৰিমনা জাৰি কৰা হৈছিল। কিমান স্বাধীনতা যুঁজাৰু অজ্ঞাতে নিহত হৈছিল, কিমান ঘৃণীয়া হৈছিল, কিমান পুলিচৰ হাৰাশাস্তিৰ বলি হৈছিল, তাৰ সঠিক হিচাপ কোনেও দিব নোৱাৰে। নগাঁও জিলাৰ মায়ং অঞ্চলৰ এটা সৰু দলৰ কেইজনমান লোকে ডুমাৰী পাহাৰৰ মাজেদি যোৱা ৰেললাইনৰ ওপৰৰ এখন মিলিটেৰী গাড়ী বগৰোৱা ঘটনাক কেন্দ্ৰ কৰি বীৰেন ভট্টাচাৰ্যই 'মৃত্যুঞ্জয়' উপন্যাসখন লিখিছে। দলটোৰ নেতা মহদা গোসাঁই আৰু শিক্ষিত ডেকা ৰূপনাৰায়ণৰ বাহিৰে বাকী সকলো চৰিত্ৰ সাধাৰণ গাঁৱলীয়া মানুহ। লিখকে কিছুমান বাস্তৱ ব্যক্তিৰ আধাৰত এইবিলাক চৰিত্ৰ নিৰ্মাণ কৰিছে—কেবাজনো মানুহ উপন্যাসখনে জ্ঞানপীঠ বঁটা লাভ কৰা দিনলৈকে জীৱিত আছে। প্ৰভুভক্ত পুলিচৰ অত্যাচাৰৰ বিপৰীতে মহৎ অন্তৰৰ অধিকাৰী এই মুঠি সাধাৰণ মানুহৰ ত্যাগ, সামান্য দুটামান বন্দুকেৰেই নানান দ্বিধা-দ্বন্দ্ব সত্বেও অন্তৰৰ একুৰা আদৰ্শৰ জুইৰ পোহৰত তেওঁলোকে ৰেল বগৰাই যি ধৰণে আত্মজাহ দিলে তাৰেই পুঙ্খানুপুঙ্খ বৰ্ণনা ইয়াত দিয়া হৈছে। তেওঁলোকৰ

মহান ত্যাগ আৰু অসীম কষ্ট স্বীকাৰৰ কাৰণেই যে দেশৰ স্বাধীনতা চমু চাপি আহিল সেই বিষয়ে কোনো সন্দেহ নাই। সেয়ে স্বাধীনতাৰ কাৰণে মৃত্যু বৰণ কৰা সকলো বীৰেই মৃত্যুঞ্জয়।

উদ্যোগ-নগৰী ডিগবৈত পৰাধীন যুগত যি বিৰাট বনুৱা ধৰ্মঘট হৈছিল তাকে লৈ 'প্ৰতিপদ' উপন্যাসৰ ঘটনাৱলী বিন্যাস কৰা হৈছে। কংগ্ৰেছৰ আন্দোলনৰ কাষে কাষে চলোৱা এই শ্ৰমিক বিক্ষোভ স্বাধীনতাৰ পূৰ্ববৰ্তী কালৰ এটা বৰ ডাঙৰ ঘটনা। তাৰ লগত ঘনিষ্ঠভাৱে জড়িত ভালেমান লোক হয়তো আজিও জীৱিত—অন্ততঃ আমি দুই-এজনক লগ পাইছিলোঁ। তেনে বাস্তৱ চৰিত্ৰই বীৰেন ভট্টাচাৰ্যক চৰিত্ৰ সৃষ্টিত নিশ্চয় সহায় কৰিছে। কিন্তু কাহিনীটোৰ মূল বক্তব্য হৈছে শ্ৰমিক আৰু কৰ্মচাৰীসকলৰ সামূহিক ক্ষোভ প্ৰকাশতে। এফালে অসম অইল কোম্পানীৰ ইংৰাজ বিষয়াসকলৰ অনমনীয় মনোভাৱ, খিলাংত অধিষ্ঠিত ইংৰাজ চৰকাৰৰ সহায় লৈ সকলো নিয়ম-নীতি-মানৱীয়তা পৰিহাৰ কৰি শোষণ পীড়ন কৰিব খোজা মনোবৃত্তি আৰু আনফালে কৰ্মীসকলৰ ন্যায় প্ৰাৰ্থনা, সংগঠনৰ যোগেদি তৈয়াৰ কৰা সংগ্ৰাম, সেই সংগ্ৰামৰ ফলত সৃষ্টি হোৱা মানৱীয়তা আধাৰিত ঐক্য চেতনা—এই দুই শক্তিৰ দ্বন্দ্বই হৈছে কাহিনীৰ বক্তব্য। এই সংগ্ৰামে ডিগবৈৰ তেতিয়াৰ সাধাৰণ মানুহখিনিক এক নতুন পোহৰ দিছিল, তেওঁলোকৰ মাজৰ শ্ৰেষ্ঠ সম্পদখিনিক বাহিৰ উলিয়াই আনিছিল, এ'ত যি নীচতা শঠতা লুকাই আছিল তাৰ কঠোৰ অগ্নি-পৰীক্ষা হৈছিল। এই ধৰ্মঘটৰ ফলত কৰ্মীসকলৰ যি যাতনা হৈছিল তাৰ তুলনা বিৰল। এনে এব বিশৃঙ্খলাপূৰ্ণ অশান্ত পৰিবেশৰ মাজতো উচ্চ আদৰ্শ, দয়া-মমতা, জীৱনৰ স্বৰূপ উপলব্ধি, যৌৱনৰ স্বভাৱৰ প্ৰেম ইত্যাদিৰ ভালেমান সৰু সৰু চিত্ৰৰ দ্বাৰা কাহিনীটোক উপভোগ্য কৰি তোলা হৈছে।

পৰাধীন যুগৰে আন এখনি উপন্যাস হৈছে 'কালৰ হুমুনিয়া'। ভট্টাচাৰ্যৰ শেহতীয়া এই উপন্যাসখনত উজনি অসমৰ ইংৰাজ-নিয়ন্ত্ৰিত চাহ বাগিচা এখনত প্ৰথম স্তৰৰ কংগ্ৰেছ আন্দোলনৰ সময়ৰ মালিকপক্ষৰ শোষণ আৰু কোনো প্ৰত্যক্ষ ৰাজনৈতিক সংগঠন ব্যতিৰেকেই শ্ৰমিক শ্ৰেণীৰ স্বাভাৱিক প্ৰতিৰোধৰ ঘটনা কিছুমান দাঙি ধৰা হৈছে। নায়িকা ৰুক্মিণী আছিল চক্ৰাই বাগিচাৰ মিস্ত্ৰী চাহেবৰ ধৰ্ষণৰ ফলত হোৱা সীতাৰ সন্তান—বাগানে যাক নিজৰ সন্তান ৰূপে গ্ৰহণ আৰু পালন কৰিছিল। তাইৰ প্ৰেমিক ৰাকা

আছিল অৰ্জুনৰ ল'ৰা, যি অৰ্জুনে বাগানৰ সৈতে বনুৱা নেতা ৰূপে গ্ৰেপ্তাৰ হৈ পুলিচৰ মাৰ খাই মৃত্যু বৰণ কৰিছিল। ৰুক্মিণীকো আন এজন মিস্ত্ৰী চাহাবে বলাৎকাৰ কৰিব খুজিছিল—যিহৰ কাৰণে বনুৱাসকল জঁকি উঠিছিল। এনেকৈয়ে মালিকপক্ষৰ অত্যাচাৰত অতিষ্ঠ হৈ উঠি নানান লাঞ্ছনা সত্বেও বনুৱাসকলে প্ৰতিৰোধৰ সংগ্ৰাম গঢ়ি তুলিছিল।

'শতঘ্নী' চীনৰ ভাৰত আক্ৰমণৰ পটভূমিত লিখিত কাহিনী। ১৯৬২ চনৰ আকস্মিক নগ্ন আক্ৰমণে ভাৰতৰ সবল বিশ্বাস আৰু আত্ম-সন্তুষ্টি দুয়োটাৰে ধৰণী লবাই দিছিল। অসম-অৰুণাচলৰ পৰা কাশ্মীৰ-লাডাখলৈকে প্ৰবল ভূমিকম্পৰ সৃষ্টি কৰা এই ঘটনা বিশ্ব-প্ৰবাহৰে এটা সম্পূৰ্ণ নতুন ভয়াবহ সুঁতি। অৱশ্যে আক্ৰমণৰ দৈহিক কুপ্ৰভাৱ প্ৰত্যক্ষভাৱে ইয়াত দেখুওৱা নাই; মাত্ৰ চীনা পক্ষৰ লগত এটা অসমীয়া পৰিয়ালৰ আত্মীয়া সম্পৰ্ক বা সংস্পৰ্শ ঘটাৰ ফলত যি বিপৰ্যয়ৰ সৃষ্টি হয় তাকেহে দেখুওৱা হৈছে। ঘৰথনৰ এজনী ছোৱালীয়ে এজন চীনা ব্যৱসায়ীক বিয়া কৰাইছিল আৰু চীনাজন চীনদেশৰ চোৰাংচোৱা বুলি পুলিচৰ হাতত পৰিছিল; আকৌ সেই ঘৰৰে এজন ল'ৰা সৈনিক ৰূপে যুদ্ধলৈ গৈ চীনা সৈন্যৰ হাতত বন্দী হৈছিল—ফলত তেওঁ বিয়া কৰাব লগা ছোৱালীজনীক ককায়েকলৈ বিয়া কৰাই অনা হৈছিল। চীনা সৈন্য হিমালয় পাৰ হৈ নহা হ'লে বৰ আশাৰে গঢ় দিয়া পঞ্চশীল আৰু 'হিন্দী চীনা ভাই ভাই'ৰ আদৰ্শ ধ্বংস হৈ নগ'লহেঁতেন—উক্ত ঘৰথনলৈ বিপৰ্যয়ো নামি নাহিলহেঁতেন। চীনৰ কুখ্যাত ভাৰত আক্ৰমণৰ বিখ্যাত ঘটনাৰ এটি প্ৰতিবিম্ব এনেকৈয়ে অসমীয়া সাহিত্যত ফুটাই তোলা হৈছে।

'কবৰ আৰু ফুল' বাংলাদেশৰ মুক্তি-যুদ্ধৰ কৰুণ ইতিহাসৰ এটি স্বাক্ষৰ। বহলভাৱে চাবলৈ গ'লে এইটো ঘটনাও ভাৰত উপমহাদেশৰ আধুনিক কালৰ নৱ-জাগৰণৰে অবিচ্ছিন্ন সংযোগসূত্ৰ। ১৯৪৭ চনত সাম্প্ৰদায়িক ভিত্তিত দেশ বিভাজিত হৈ ভাৰত আৰু পাকিস্থান হৈছিল। ১৯৭০ চনত সেই সাম্প্ৰদায়িকতা ভ্ৰান্ত প্ৰমাণিত হৈ সুদূৰৱৰ্তী পূৰ্ব পাকিস্থান ভাষা আৰু জাতিৰ ভিত্তিত স্বাধীন বাংলাদেশ হ'ল। পূৰ্ব পাকিস্থানৰ নেতা শেখ মুজিবুৰ ৰহমানে ৰাষ্ট্ৰীয় সংসদত দলীয় সংখ্যাগৰিষ্ঠতা লাভ কৰা সত্বেও পশ্চিম পাকিস্থানৰ শোষণ-কাৰী চক্ৰৰ হৈ প্ৰেছিডেণ্ট জেনেৰেল য়াহায়া খানে সৈন্যবাহিনীক অত্যাচাৰ কৰিবলৈ লগাই দি মুজিবুৰ ৰহমান তথা বঙালী জাতিক ধ্বংস কৰি পেলাবলৈ ওলাইছিল। অসংখ্য গাঁও জ্বলি গ'ল। অসংখ্য নিৰীহ বঙালী মুছলমান

মৰিল। অসংখ্য বঙ্গ-ললনা ধৰ্ষিতা হ'ল। ভাৰতৰ সহায় লৈ বঙালীসকলে মৰণ পণ কৰি যুঁজ দিলে আৰু স্বাধীন বাংলাদেশ লাভ কৰিলে। বীৰেন ভট্টাচাৰ্যই এই ঐতিহাসিক ঘটনা আৰু কালজয়ী সংগ্ৰামৰ আভাস এটা যথেষ্ট 'নঠা আৰু সম্যক ঐতিহাসিক দৃষ্টিৰে 'কবৰ আৰু ফুল' উপন্যাসত ফুটাই তুলিছে। অৱশ্যে ইয়াত লিখকৰ প্ৰত্যক্ষ অভিজ্ঞতা নাই। গাৰোপাহাৰৰ সীমান্তলৈকে, মুক্তি যুঁজাৰু আৰু শৰণাৰ্থীৰ এই পাৰৰ শিবিৰলৈকে মাত্ৰ যোৱাৰ ইঙ্গিত আছে। তাতে লগ পোৱা মেহেৰুন্নিছা নামৰ এজনী বঙালী ছোৱালীৰ অভিজ্ঞতা বৰ্ণনা কৰাৰ যোগেদি বক্তব্য প্ৰকাশ কৰা হৈছে: মেহেৰুন্নিছাই মাক, ঘৰ, আপোনজন সকলোকে হেৰুৱাই এক কঠোৰতাৰে দেশক মুক্ত কৰাৰ ব্ৰত গ্ৰহণ কৰিছিল। লিখকে এক অসাধাৰণ কল্পনা শক্তিৰ সহায়ত পাক মিলিটেৰীৰ অত্যাচাৰ, বঙালী ডেকা গাভৰুৰ প্ৰতিৰোধ, পূৰ্ববঙ্গৰ জীৱনযাত্ৰা তথা তাৰ প্ৰাকৃতিক শোভাৰ এটি সুন্দৰ আভাস দাঙি ধৰিবলৈ সক্ষম হৈছে। এই মুক্তি সংগ্ৰামৰ প্ৰতি ভাৰতৰ অকুণ্ঠ সহায়-সমৰ্থনো যথেষ্টভাৱে ফুটি উঠিছে।

বীৰেন ভট্টাচাৰ্যৰ বাকীবিলাক উপন্যাসৰ বিষয়বস্তু অৱশ্যে তেনেকুৱা কোনো ডাঙৰ ঘটনাৰ সৈতে জড়িত নহয়। তথাপি বাকীবিলাক উপন্যাসৰ কাহিনীভাগো সৃষ্টি হৈছে আমাৰ যুগৰ সামাজিকভাৱে তাৎপৰ্যপূৰ্ণ ঘটনাৱলীৰ পৰা। পুৰণা সমাজ আজি ভাঙনমুখী, কিছুমান সচেতন ন্যায়নিষ্ঠ লোকে সেই ভাঙনৰ মাজৰ পৰাই নতুন সুশৃঙ্খলতৰ সমাজ ব্যৱস্থাৰ গঢ় দিব খোজে, পীড়িত বা অৱহেলিত শ্ৰেণীবিলাকেও যুগৰ লগত নিজকে খাপ খুৱাই ন্যায় আৰু সমতাৰ ভেটিত নিজকে প্ৰতিষ্ঠা কৰিবলৈ ইচ্ছা কৰে। পাশ্চাত্যৰ ফৰাচী বিপ্লৱে আৰু তাৰ পৰৱৰ্তী ৰুছ বিপ্লৱে অন্যায় শোষণ প্ৰতিৰোধৰ যি পথ মুকলি কৰি দিলে তাৰ প্ৰভাৱত বিশ্বৰ দেশে দেশে উক্ত সমতা প্ৰতিষ্ঠাৰ প্ৰৱণতা বিয়পি পৰিল। কুৰি শতিকাৰ মাজভাগত এছিয়া আৰু আফ্ৰিকা মহাদেশত দলিত জাতিবিলাকৰ জাগৰণ আৰু বিদ্ৰোহ তাৰেই এক স্বাভাৱিক পৰিণতি মাথোন। মানৱতাবোধৰ দ্বাৰা উদ্বুদ্ধ সচেতন ব্যক্তিসকলৰ সহানুভূতিশীল সাহাযাৰ বলত দলিত শ্ৰেণীবিলাকে মূৰ দাঙি উঠে। এনে অৱস্থাত বহুতো পুৰণি প্ৰথাৰ ওপৰত কুঠাৰাঘাত পৰাই স্বাভাৱিক, অনেক পুৰণি নীতি-নিয়ম পৰিহাৰ হৈ যোৱাই স্বাভাৱিক। ভাৰততো তেনে হৈছে, অসমতো নোহোৱাকৈ থকা নাই। বীৰেন ভট্টাচাৰ্যৰ ডাঙৰ ঘটনাৰ লগত সংযুক্ত নোহোৱা বাকীবিলাক উপন্যাসত ইয়াৰ নিদৰ্শন ফুটি উঠিছে। তলত থূলমূলকৈ আমি এই বৈশিষ্ট্য পৰীক্ষা কৰি চাওঁ।

ওপৰত 'আই' উপন্যাসৰ কথা কওঁতে এই কথাৰ এটা আভাস দাঙি ধৰাই হৈছে। ডঃ সত্যেন্দ্রনাথ শৰ্মাই মন্তব্য কৰিছে যে এই উপন্যাসখন "উৎকট সমাজবাদী আদৰ্শৰ দ্বাৰা দূষিত হোৱা নাই।" বোধহয় সেই কাৰণেই ইয়াত ভাঙনমুখী অসমীয়া গাঁৱৰ চিত্ৰ বৰ সুন্দৰভাৱে কিছুমান বাস্তৱ চৰিত্ৰৰ ৰূপায়ণৰ জৰিয়তে প্ৰকাশিত হৈছে। পুৰণা সমাজবন্ধন ঢিলা হৈ পৰা অৱস্থাত এগৰাকী মহিমাময়ী ব্ৰাহ্মণীৰ সৈতে গাঁও এখনৰ খেতিয়কসকলৰ সম্পৰ্কৰ অৱনতি ঘটা দেখুৱাইছে। নতুন চাম ল'ৰা-ছোৱালী বন্ধনছিন্ন হ'ব খুজিছে। ডেকা ৰজতে 'অজাতি'ৰ ছোৱালী বিয়া কৰাইছে আৰু সুদখোৰ, অসৎ ব্যৱসায়ী ইন্দ্ৰেশ্বৰ মহাজনক হত্যা কৰিছে। খেতিয়কৰ ল'ৰা কেন্দুকালায়ে যোৰহাটত ৰিক্সা চলাইছেগৈ। ৰজতৰ ভৈণীয়েকে উকীলৰ ঘৰত চাকৰণী সোমাইছেগৈ। এনেকুৱা বিশৃঙ্খল গাঁৱৰ উদাহৰণ আজি দেশৰ সৰ্বত্ৰ। 'মুনিচুনিৰ পোহৰ'তো ভাঙনমুখী গাঁৱৰ চিত্ৰই আছে। ইয়াৰ ঘটনাৰাজি হওঁতে 'ইমাৰ্জেন্সী'ৰ সময়ৰ, কিন্তু জৰুৰীকালীন অৱস্থাৰ প্ৰত্যক্ষ পৰিস্থিতি ইয়াত ফুটাই তোলা নাই, মাত্ৰ সেই সময়ৰ গইনা লৈ ভাঙনত ভালকৈ পক ধৰা যোৰহাটৰ ওচৰৰ (খুব সম্ভৱ লিখকৰ নিজা) গাঁও এখনৰ আৰ্থ সামাজিক জীৱনহে ফুটাই তোলা হৈছে। গুৱাহাটীত প্ৰবাসী হৈ থকা ইতিহাসৰ অধ্যাপক মীনধৰ নিজৰ গাঁৱলৈ আহিছে বৰ খুৰীয়েকৰ শ্ৰাদ্ধ কৰিবলৈ। নিজৰ পুতেকৰ খবৰেই নাই। মীনধৰৰো শ্ৰাদ্ধ-ব্ৰাহ্মত তেনেকৈ বিশ্বাস নাই। বিধৱা সৰু খুৰীষেকে নতুন পুৰুষৰ এনে মতি-গতি দেখি পুৰোহিত গজেন শৰ্মাক সেনে-তেনে শৰাধটো পাৰ কৰি দিবলৈ কৈছে। লিখকৰ ভাষাত "ঔৰ্ধদেহিক কৰ্ম আৰু অন্যান্য ব্ৰাহ্মণ্য সংস্কাৰত মীনধৰৰ বিন্দু মাত্ৰও আস্থা নাছিল। গজেন শৰ্মাই এই কথা জানিছিল বাবেই মনত ঘোৰ অশান্তি অনুভৱ কৰি আছিল।" সৰু খুৰীয়েকৰ মুখৰ কথা, "তাৰ মতেই কৰিব লাগিব গজেন। এনেই নগৰীয়া দেহা লঘোণ সহ্য নহয়। তাতে ইইতৰ ধৰ্ম-কৰ্মৰ প্ৰতি মতি কম। গাঁওখনততো দেখিছাই, নিয়ম-কাৰণ নমনাৰ সংখ্যাই সৰহ।" প্ৰাচীন-পন্থী ব্ৰাহ্মণ সমাজৰ এই ভাঙনমুখিতা ইয়াৰ জৰিয়তেই প্ৰকট হৈছে। লগে লগে নতুন নতুন প্ৰবাহো বলিবলৈ ধৰিছে। পতিতা সুনন্দা আৰু তেওঁৰ জীয়েক সেউতীক সৰু খুৰীয়েকে আশ্ৰয় দিছিল— 'আই'ৰ মূল চৰিত্ৰ বাছাৰ মাকৰ দৰেই তেওঁ মহানুভৱ। সেউতীক শ্ৰাদ্ধলৈ মতা কাৰণে জ্ঞাতি-কুটুম আহিব খোজা নাছিল। সৰু খুৰীয়েকে বুধি কৰি সেউতীক কৃষক সংঘৰ কামলৈ পঠাই দিলে, আৰু তাকে কৰি শৰাধটো ৰক্ষা

কৰিলে। কিন্তু তেনেকৈ তাইক পঠাই দিয়া কাৰণে সক খুৰীৰ সমন্ধীয়া ভায়েক লগতে সহায় কৰি থকা, সমাজৰ কামত লগা যোগেন জলপান খাবলৈ নাছিল। মাটিহীনৰ হৈ কাম কৰা কৃষক-সংঘ মাটিগিৰী শ্ৰেণীৰ লগত সংগ্ৰামৰত হৈছে। মীনধৰৰ স্ত্ৰী অলকাই গাঁও এৰি, স্বামীক এৰি ৰাজনীতিত নামি এম-এল-এ হ'বলৈ চেষ্টা কৰিছে। মীনধৰে শেষত নতুনকৈ সমাজ গঠন কৰাৰ মানসে গাঁও সেৱা কৰিবলৈ সংকল্প লৈছে। 'আই'ৰ সময়তকৈ (১৯৬১) জকৰী অৱস্থাৰ সময়ত (১৯৭৫) বীৰেন ভট্টাচাৰ্যই দেখা গাঁৱৰ সমাজখনৰ ভাঙন অধিক হৈছে। সেয়ে ইয়াত পৰস্পৰ-বিৰোধী শক্তিসমূহৰ সংঘাত বেছি তীৰ্যক হৈ উঠিছে। লগে লগে নতুন শৃঙ্খলাৰ ভেটিং সেৱাৰ জৰিয়তে এখন ন সমাজ ৰচনাৰ চেতনাও প্ৰকাশ পাইছে।

'ৰঙা মেঘ'ত কৈৱৰ্ত সম্প্ৰদায়ৰ পটভূমি লৈ সচেতনভাৱে সামাজিক পৰিবৰ্তন দেখুৱাবলৈ চেষ্টা কৰা হৈছে। 'ৰঙা মেঘ, কথাষাৰেৰে বৈপ্লৱিক পৰিবৰ্তনৰ প্ৰয়োজনৰ কথাকে বোধহয় বুজাব খোজা হৈছে। প্ৰিয়ৰাম সৎ, কৰ্মঠ, ধৰ্মভীৰু মাছমৰীয়া। মহাজনৰ হৈ মাছ মাৰে, যি মহাজন কূট স্বভাৱৰ। চৌধুৰী তেওঁলোকৰ নেতা, এম-এল এ। আনন্দ সেই সম্প্ৰদায়ৰে শিক্ষিত ডেকা, যি সততাৰে চৌধুৰীৰ প্ৰতিদ্বন্দ্বিতা কৰিবলৈ ওলাইছে। অধ্যয়নশীল আনন্দই মাও চে টুঙৰ উদ্ধৃতি দি তৰ্ক কৰে। চৌধুৰীয়ে বাস্তৱলৈ লক্ষ্য কৰি স্বীকাৰ কৰে যে তেওঁৰ দলে ইমান দিনে যি পন্থাৰে ৰাজনীতি কৰি আহিছে তাৰ দ্বাৰা উক্ত সম্প্ৰদায়ৰ দৰিদ্ৰ মানুহখিনিৰ কেতিয়াও উন্নতি নহয়। তেওঁলোকৰ মাজৰ পৰা ওলাই অহা আনন্দৰ নিচিনা ডেকাৰ পৰাহে সেইটো সম্ভৱ। মহাজনৰ শঠতা, স্বাৰ্থৰ খাটিৰত তেওঁৰ লৈতে সনাতন দেউৰ সঙ্গ গ্ৰহণ, জাত-বিচাৰত ভাঙন ইত্যাদি বিষয়ো কাহিনীৰ মাজত অৱতাৰণা কৰা হৈছে।

'ধন্নৰী'ৰ পটভূমি ডিগবৈ ষ'ত গাঁৱৰ জীয়ৰী অলিয়ে তথাকথিত আধুনিক জীৱনৰ অনৈতিক পৰিবেশত নিজকে হেৰুৱাই পেলোৱা দেখুওৱা হৈছে। পুৰণা পৰিবেশত ডাঙৰ-দীঘল হৈও অলিয়ে পশ্চিমীয়া আদৱ-কায়দাত অৰ্থহীন বিলাসিতাক সাৱটি লোৱা স্বামী নলিনৰ প্ৰভাৱত এটা ঠেক-ছিগা অৱস্থাত পৰে, সেনগুপ্তৰ দৰে এজন কথাসৰ্বস্ব তৰল প্ৰেমিকৰ লৈতে প্লেটনিক প্ৰেমত লিপ্ত হয়। নলিনৰ নিজৰো পৰস্ত্ৰীৰ লৈতে লেটিপেটি। শেষত ভুল বুজাবুজি হৈ অলিয়ে আত্মহত্যা কৰে, আৰু তেতিয়া নলিনেও কিছু পোহৰ দেখিবলৈ পায়। এইখন উপন্যাসতো জমিদাৰী-সদৃশ মাটিগিৰীৰ শোষণ, ধনিক শ্ৰেণীৰ

নৈতিক স্খলন, গাঁৱৰ সমাজৰ ভাঙন আদি সমান্তৰালভাৱে দেখুৱাইছে। 'ডাইনী'ৰ পটভূমিও গাঁও; কিন্তু গাঁৱৰ সমস্যা ইয়াৰ মূল বক্তব্য নহয়, মূল বক্তব্য সহজাত মানৱীয় প্ৰবৃত্তিৰ আৱিষ্কাৰহে: মালতীয়ে মুক্ত প্ৰেমৰ নামত সহকৰ্মী অধ্যাপক অপূৰ্ব চলিহাক এৰি নতুন প্ৰেমিক জীৱন কলিতাক বিয়া কৰাবলৈ স্থিৰ কৰিলে; নিৰ্বাচনৰ কামত এখন গাঁৱলৈ গৈ অপূৰ্বই মুক্তমনা গাভৰু পদ্মমীক আৱিষ্কাৰ কৰি মন দিলে—নিজৰ মৰীচিকা খেদাৰ ভুল বুজিব পাৰি মালতী দৌৰি গৈছিল যদিও বহুত পলম হৈ হ'ল। 'চিনাকি সুঁতি'তো কাম, প্ৰেম আৰু বিবাহৰ মাজত সংঘাত দাঙি ধৰিবলৈ চেষ্টা কৰা হৈছে: স্বপতি অনাথে সুন্দৰী অৰ্পণাক কেৱল কামনাৰ চকুৰে চায়; অৰ্পণাই কিন্তু বিবাহিত জীৱন দাসগুপ্তৰ মাজত পাইছে আদৰ্শ প্ৰেমৰ সন্ধান, যি প্ৰেমত ঘৰ-সংসাৰ নাই, কামনাও নাই; পামেলাক লাগে অনাথৰ সৈতে বিয়াৰ জৰিয়তে স্বামীৰ ওপৰত সম্পূৰ্ণ অধিকাৰ। অনাথ-পামেলাৰ বিয়া হ'ল, জীৱনে পুনৰ বিয়া নিবিচাৰে কাৰণে অৰ্পণাৰ সন্তান-কামনা স্বপ্ন হৈয়ে থাকিল; শেষত অৰ্পণাই সন্ন্যাসিনী হৈ মিষ্টিকৰ ধৰণে প্ৰেমিক আৰু ঈশ্বৰক এক কৰি পাবলৈ চেষ্টা কৰিলে।

দেখা যায় যে এইবিলাক উপন্যাসৰ কাহিনী আগৰ কিথনৰ দৰে একোটা উল্লেখযোগ্য ঘটনাৰ লগত জড়িত নহয়। হয়তো সমাজ বিৱৰ্তনৰ একোটা সন্ধিক্ষণৰ লগত জড়িত: পুৰণা সমাজৰ বান্ধনি শিথিল হৈ পৰিছে, নতুন সমাজ ৰচনাৰ প্ৰচেষ্টা চলিছে, তাৰ ফলত সংঘাত হৈছে, ধন আৰু প্ৰতিপত্তিৰ আঁৰ লৈ কিছুমানে অবৈধ সন্তান সৃষ্টি কৰি এৰি দিছে আৰু সেই সন্তানে ক'তো ঠাই নেপাই বিদ্ৰোহ কৰিছে, ধৰ্মকৰ্ম হ্ৰাস পাইছে, ঈশ্বৰ বিশ্বাস কমি আহিছে, তেনে বিশ্বাসৰ অভাৱত আৰু নতুন বিশ্বাসো নোহোৱাত মানুহৰ জীৱন খানবান হৈছে, সামাজিক-অৰ্থনৈতিক ভিত্তিত যি নতুন ব্যৱস্থা অৱশ্যম্ভাৱী হৈ উঠিছে তাৰ ইংগিত পোৱা গৈছে! এইবিলাক সামাজিক গুৰুত্বৰ সৈতে পিছৰ কেইখন উপন্যাসৰ কাহিনীসমূহ গ্ৰথিত হৈছে। মহাযুদ্ধ, স্বাধীনতা লাভ, বিয়াল্লিছৰ বিপ্লৱ, কোনো শ্ৰমিক আন্দোলন, বাংলা-দেশৰ মুক্তি যুদ্ধ এনে ধৰণৰ ডাঙৰ ঘটনা নেথাকিলেও উক্ত সামাজিক তাৎপৰ্য-বিলাক সাধাৰণ ঘটনা নহয়। আমাৰ সমসাময়িক জীৱনৰ সৈতে সেইবিলাকৰ প্ৰত্যক্ষ সম্পৰ্ক আছে।

কিন্তু প্ৰেম বিষয়টোক বিশেষভাৱে বিবেচনা কৰিলে আমি 'ৰাজবী', 'ডাইনী' আৰু 'চিনাকি সুঁতি' এই তিনিখন উপন্যাসক এটা বেলেগ শ্ৰেণীত ধৰিব পাৰোঁ।

('ৰাজবী'ৰ গ্ৰাম্য সমাজৰ মাটি সমস্যাটোক বাদ দি ধৰিলে, যিটো কাহিনীৰ আচল বিষয়ো নহয়)। অৱশ্যে প্ৰেম বীৰেন ভট্টাচাৰ্যৰ প্ৰায় কেইটা কাহিনীতে আছে। কিন্তু উক্ত উপন্যাস কেইখনৰ বাহিৰে বাকীবিলাকত তেওঁ প্ৰেম বিষয়টোক বিশেষ প্ৰাধান্য দিয়া নাই, মাত্ৰ একোটা সংকটপূৰ্ণ সময়ত, সমাজ বিৱৰ্তনৰ অংশ স্বৰূপেহে তাক পৰীক্ষা কৰি চোৱা হৈছে। ইয়াৰ বিপৰীতে 'ৰাজবী', 'ডাইনী' আৰু 'চিনাকি সুঁতি'ত লিখকে যেন প্ৰেমৰ এটা প্ৰকৃত সংজ্ঞা নিৰ্ণয়ৰ চেষ্টা কৰিছে। 'ৰাজবী'ত অলি আৰু নলিন চৰৱাই উদ্যোগ-কেন্দ্ৰ 'চাবৈৰ ইঙ্গ-ভাৰতীয় পৰিবেশৰ এক প্ৰকাৰ স্থিতিহীন অৱস্থাত যৌন ব্যভিচাৰৰ মাজত প্ৰেমৰ সন্ধান কৰিছে: অলিয়ে তাকে বিচাৰিছে সেনগুপ্তৰ সৈতে ৰক্ষা কৰা পেটানক সম্পৰ্কৰ মাজত নলিন চৰৱাই মিছেচ বাটেৰ সৈতে কৰা স্বেচ্ছাচাৰত। তেওঁলোক দুয়ো উপলব্ধি কৰিছে তেওঁলোকৰ ভুল, হেৰুৱাইছে অলিৰ গাঁৱলীয়া মাকৰ দৰে প্ৰাচীন-পন্থী এখন ঘৰৰ শান্তি। 'ডাইনী'তো প্ৰায় একে ধৰণে প্ৰেমৰ অনুসন্ধান কৰা হৈছে: মালতীয়ে মুক্ত প্ৰেমৰ বাণীত লগাই পণ্ডিত আৰু তোৰামোদকে প্ৰেম বুলি ভুল কৰি অপূৰ্ব চলিহাক এৰি জীৱন কালত গ্ৰহণ কৰিব খুজিছিল, কোনো দিনে মালতীৰ প্ৰেম নিবেদনক বেছি গুৰুত্ব নিদিয়া অপূৰ্বই নিৰ্বিকাৰভাৱে সেই পৰিস্থিতি মানি লৈছিল, আৰু এখন গাৱলৈ গৈ স্বাভাৱিক মাধুৰীৰে জীৱনক গঢ় দিয়া গাৱৰ গাভৰু পদুমীৰ বলিষ্ঠ ভঙ্গীৰ মাজত প্ৰকৃত প্ৰেমৰ স্বাদ বিচাৰি পাই নিজকে বিলাই দিবলৈ ভাল পালে। মালতীয়ে নিজৰ ভুল বুজিব পাৰি অপূৰ্বক আকৌ পাবলৈ দোৰ আহি ব্যৰ্থ হোৱাৰ মাজত প্ৰকৃত প্ৰেমৰ সন্ধান ওলাই পাৰিছে। কিন্তু 'চিনাকি সুঁতি'ৰ কাহিনীতহে বীৰেন ভট্টাচাৰ্যৰ প্ৰেমৰ ধাৰণাৰ শ্ৰেষ্ঠ নিদৰ্শন ফুটি উঠিছে: অনাথৰ প্ৰেম কামনা-সৰ্বস্ব, কামজ, সুন্দৰী অপৰ্ণা আৰু বিবাহিত জীৱন দাশগুপ্তৰ প্ৰেমৰ মাজত অমূৰ্ত কাম থাকিলেও (যিটো সন্তান কামনাৰ মাজেদি প্ৰকট হৈছে, যদিও বিয়া কৰাব নোৱাৰা কাৰণে সিটো সম্ভৱ হৈ নুঠিল) সেই প্ৰেম দেহাতীত এক আদৰ্শৰ সম্পদ হৈয়ে ৰ'ল, শেষত বিয়া সম্ভৱপৰ হৈ নুঠাত জীৱন নিজা পত্নীৰ কাষলৈ ঘূৰি গ'ল আৰু অপৰ্ণাই তেওঁৰ প্ৰেমক ভগৱৎ প্ৰেমলৈ উন্নীত কৰি সন্ন্যাসিনী ব্ৰত গ্ৰহণ কৰিলে। অনাথে পামেলাক বিয়া কৰাই এখন সাধাৰণ সংসাৰৰ মাজত নিজৰ প্ৰেমক হেৰুৱাই পেলালে। অৰ্পণাৰ প্ৰেমৰ যোগেদি কাম, বিবাহ, সন্তান কামনা, আত্মাৰ আকৰ্ষণক কঠোৰভাৱে পৰীক্ষা কৰি চোৱা হৈছে, আৰু শেষত সাধাৰণ মানুহৰ পক্ষে যে আত্মিক আকৰ্ষণক বাস্তৱায়িত কৰা

সম্ভৱ নহয় তাকে আধ্যাত্মিক প্ৰেম লাভৰ চেষ্টাৰ যোগেদি স্বীকাৰ কৰা হৈছে। ই বোধ হয় চিৰদিন আদৰ্শৰ বস্তুৰেই হৈ থাকিব। 'ইয়াৰইঙ্গম'ৰ চাৰেংলাৰ দৰে, 'মৃত্যুঞ্জয়'ৰ ডিমিৰ দৰে, 'মুনিচুনিৰ পোহৰ'ৰ আইধানৰ দৰে ই কেৱল দেহাতীত উপলব্ধি হৈয়ে বৈ যাব। চাৰেংলাই নায়ক বিশ্বাঙক ভাল পাইছিল, কিন্তু জাপানী সৈনিক এজনৰ ৰক্ষিতা হৈ ভ্ৰষ্টা হোৱাত তাই প্ৰথম যৌৱনৰ প্ৰেম চিৰকাল সতেজ হৈ থকা সত্ত্বেও খুটিংলালৈ ঠাই এৰি দিব লগাত পৰিছে; চাৰেংলাই কোনো দিনে বিশ্বাঙৰ প্ৰতি পুহি ৰখা প্ৰেমক ঘৰ-সংসাৰ আৰু সন্তানৰ মাজেদি প্ৰকট কৰিব নোৱাৰিলে। কুমলীয়া গাভৰু ডিমিয়ে ধনপুৰৰ প্ৰেমৰ কথা জানিছিল, কিন্তু তাইৰ বিয়া হ'ল ঘৰৰ ব্যৱস্থা মতে অন্য এজনৰ লগত; তাই ধ্বংসাত্মক বিপ্লৱী ধনপুৰক পিছলৈ লগ পাই থাকে আৰু দৈহিকতা ব্যতিৰেকেই মুকলি মনেৰে আকাৰে-ইঙ্গিতে পোহনীয়া প্ৰেম প্ৰকাশ কৰি যায়, আৰু দেশৰ কাৰণে প্ৰাণ আহুতি দিয়া ধনপুৰৰ মৰা মুখত কান্দি কান্দি চুমা খায়ঃ অপূৰণ প্ৰেমেই দীৰ্ঘস্থায়ী হয়, কথাষাৰ সঁচা। আইধান বিক্তা, মীনধৰো বিক্ত। আইধান বিধৱা; মীনধৰক পত্নী অলকাই ভোগ আৰু ক্ষমতাৰ লালসাৰ কাৰণে এৰিছে। একালত আইধান-মীনধৰৰ বিয়াৰ প্ৰস্তাৱ হৈছিল, কিন্তু ৰাহি-জোৰা নহাত বিয়া নহ'ল। চাহ খেতিয়ক নবীন থাউগুৰ জীয়ৰী আইধানে সঙ্গীত চৰ্চাৰ যোগেদি এখন নতুন জগত সৃষ্টি কৰি ল'ব খুজিছে; মীনধৰে চহৰৰ কৃত্ৰিম জীৱন পৰিহাৰ কৰি গাঁৱলৈ আহিছে গান্ধীবাদী পন্থাৰে সেৱা কৰি গাঁৱত নতুন সমাজ ৰচনা কৰিবলৈ। এতিয়া বিক্ত অৱস্থাত আইধান আৰু মীনধৰে উপলব্ধি কৰিলে পৰস্পৰৰ প্ৰতি অমূৰ্ত, অদেহী প্ৰেমঃ ভোগ আৰু লালসাৰ কুপৰিণামৰ মাজত, স্বাৰ্থপৰতা আৰু উৎপীড়নৰ ভীতিগ্ৰস্ততাৰ মাজত দুয়ো অনুভৱ কৰিছে প্ৰাণৰ নিৰ্মল আকৰ্ষণ। এই প্ৰেমক মূৰ্তিমান কৰি তোলা বোধ হয় সম্ভৱ নহয়। সেই কাৰণেই অৰ্পণাৰ প্ৰেম আধ্যাত্মিকতালৈ উন্নীত হৈছে, মীৰাবাঈৰ প্ৰেমৰ দৰে, হয়তো ৰাধা আৰু ৰুক্মিণীৰ প্ৰেমৰ দৰে।

একোটা ডাঙৰ ঘটনাৰ কলাত্মক ৰূপদান অথবা তেনে ঘটনাৰ সামাজিক তাৎপৰ্য বিশ্লেষণ আৰু আমাৰ যুগত আমাৰ সমাজৰ পৰিবৰ্তনৰ ৰূপ তথা তাৰ সমাজতাত্ত্বিক ব্যাখ্যা বীৰেন ভট্টাচাৰ্যৰ উপন্যাসবিলাকৰ বিদবে প্ৰধান লক্ষ্য, সেইদৰে চৰিত্ৰ-সৃষ্টি বা চৰিত্ৰচিত্ৰণ সেইবিলাকৰ এটা বিশেষ উল্লেখনীয় দিশ নহয়। ডঃ ভট্টাচাৰ্যক বিসকলে ওচৰৰ পৰা জানিব পাৰিছে তেওঁলোকে তেওঁৰ গহীন-গম্ভীৰ, নিৰ্বিকাৰ, সততে দেশৰ সমস্যা মূৰত লৈ ফুৰা মূৰ্তিটোৰ ভালদৰে

পৰিচয় পাইছে। মীনধৰ, অপূৰ্ব চলিহা, মহদা গোসাঁই, বিপ্লবী মোহন আদি কোনোটাও চৰিত্ৰৰ ওপৰত লিখকৰ ব্যক্তিত্বৰ ছাঁ পৰিছে বুলি ক'ব পাৰি। প্ৰায়বিলাক উল্লেখযোগ্য চৰিত্ৰকে লিখকে সমাজ বিৱৰ্তনৰ প্ৰক্ৰিয়া বিশেষ ফুটাই তোলাৰ আহিলা স্বৰূপে ব্যৱহাৰ কৰিছে। মানসিক সংঘাত আৰু তাৰ পৰিণামত হোৱা কাৰ্য-কলাপেই চৰিত্ৰচিত্ৰণৰ মুখ্য উপাদান। ওপৰত উল্লেখ কৰা চৰিত্ৰ কেইটাৰ মানসিক দ্বন্দ্ব নিশ্চয় আছে, কিন্তু সেইবিলাক দ্বন্দ্ব অনুপাতে সক্ৰিয় নহয়। মাত্ৰ মহদা গোসাঁইৰ কঠোৰ কৰ্তব্যনিষ্ঠাৰ মাজে মাজে পত্নীৰ স্মৃতি ৰোমন্থন আৰু স্বাভাৱিক আশংসা-বিশ্বাসৰ দ্বন্দ্বই কিছু ব্যতিক্ৰমৰ সৃষ্টি ক'ৰিছে। 'প্ৰতিপদ' উপন্যাসৰ গিয়াছুদ্দিন বলিষ্ঠ ব্যক্তি, আছিল হিন্দু, কিন্তু কোনো ধৰ্মীয় আনুষ্ঠানিকতা নোমানে কাৰণে মুছলমান হ'ল, জাহানাৰাক বিয়া কৰালে প্ৰেমৰ কাৰণে নহয়, কেৱল সন্তানৰ কাৰণে: চৰিত্ৰ ৰূপে গিয়াছুদ্দিনৰ এই উগ্ৰতা চিত্তচমৎকাৰী হ'ব পাৰে, চিত্তত স্থায়ী আলোড়ন কৰা বিধৰ নহয়। তেকা বিপ্লবী মোহনে নৱলব্ধ স্বাধীনতাৰ প্ৰকৃত ৰূপ প্ৰতিষ্ঠাত দেহে-কেহে লগা কাৰণে তেওঁক আমি শ্ৰদ্ধা কৰোঁ, কিন্তু ড° শৰ্মাৰ ভাষাত তেওঁ "একমুখী স্ৰেট চৰিত্ৰ"— যি ৰস সৃষ্টি নকৰে। অলি আৰু নালিনে ঠেকছিগা জীৱনৰ দ্বিধাহে প্ৰকট কৰিছে, সিবিলাকে আমাৰ মনত তেনেকৈ ৰেখাপাত কৰি যাব পৰা নাই—অলিৰ শোকাবহ পৰিণামে শেষত কিছু সহানুভূতিৰ উদ্ৰেক অৱশ্যে কৰিছে। বিশ্বাঙৰ আদৰ্শ আৰু কাৰ্য-কলাপৰ মাজেদি স্বাধীন ভাৰতৰ নতুন পথ দৰ্শনৰ ইঙ্গিত আছে নিশ্চয়, ভিডেশ্বেলী স্বতন্ত্ৰ নগা সত্তাৰ প্ৰতীক হব পাৰে, তথাপি পতিতা, অৱহেলিতা চাবেংলাৰ দৰে সিবিলাকে পাঠকৰ মনত স্থায়ী প্ৰভাৱ বিস্তাৰ কৰিব পৰা নাই। ভিডেশ্বেলীৰ ব্যক্তিত্ব বৰ্ণাঢ্য নিশ্চয়, কিন্তু মূল চৰিত্ৰ বিশ্বাঙৰ কাৰ্য-কলাপত অধিক গুৰুত্ব দিয়া কাৰণে ভিডেশ্বেলী দূৰে দূৰে বৈ যাবলৈ বাধ্য হৈছে। 'আই'ৰ মূল চৰিত্ৰ বাছাৰ মাক প্ৰভাৱশালী ৰমণী সন্দেহ নাই, ভাঙনমুখী গ্ৰাম্য সমাজত তেওঁৰ মহত্বও প্ৰকাশ পাইছে, কিন্তু ৰজত, মুমলী, কেন্দুকলাই প্ৰমুখ্যে গাঁৱৰ ল'ৰাইতৰ অধঃপতনৰ লগেদি উক্ত ভাঙনমুখিতা প্ৰদৰ্শনে ভালেখিনি গুৰুত্ব বাছাৰ মাকৰ পৰা কাঢ়ি লৈ গৈছে। অনাথ, জীৱন দাশগুপ্ত, অৰ্পণা আৰু পামেলা চৰিত্ৰ অধ্যয়ন হোৱাতকৈ এটা বিশেষ অনুসন্ধান—আৰ্হি প্ৰেমৰ—প্ৰকট কৰাৰ আহিলা স্বৰূপ হৈছে, একমাত্ৰ পামেলাইহে এজনী সাধাৰণ তিৰোতা মানুহৰ টাইপ চৰিত্ৰ ৰূপে কিছু আকৰ্ষণৰ সৃষ্টি কৰিছে। অৱশ্যে অনাথ, জীৱন আৰু অৰ্পণাই দেহ-মনৰ গভীৰ অন্বেষণৰ দ্বাৰা এক ধৰণৰ নান্দনিক আনন্দ সৃষ্টি

কৰিবলৈ সক্ষম হৈছে। মাত্র 'শতঘ্নী' উপন্যাসত এটা সংকট সৃষ্টিৰ দ্বাৰা কেবাটাও চৰিত্রৰ জটিল অন্তর্দ্বন্দ্ব প্রকাশিত হোৱা দেখা যায়: স্বামী বজ্ৰৰাম মজুমদাৰ জাতিত কছাৰী, স্ত্রী প্রমীলা ব্রাহ্মণ-বিধৱা; বৰপুত্র ৰজতলৈ ঠিক হৈ থকা ছোৱালী অমলাক বিয়া কৰাই অনা হ'ল সৰু ল'ৰা প্রশান্তলৈ। বজ্ৰৰাম আৰু প্রমীলাৰ সামাজিক অনুভূতিত ব্যৱধান বৈ গ'ল; অমলাক কেন্দ্ৰ কৰি ককায়েক-ভায়েকৰ মাজত মনোমালিন্য সৃষ্টি হ'ল যিটো তেনেই স্বাভাৱিক। অমলাই একে সময়তে দুজন পুৰুষক মনেৰে কেনেকৈ গ্ৰহণ কৰিব পাৰে সেইটো এটা বৰ জটিল মানসিক প্রশ্ন। লিখকে পোনপটীয়াকৈ নহ'লেও আকাৰে ইঙ্গিতেই এইবিলাক সংঘাত ফুটাই তুলিছে। এই মানসিক সংঘাতেই চৰিত্র-চিত্রণৰ মূল বৈশিষ্ট্য কাৰণে এই কেইটা চৰিত্রই সাহিত্য-পাঠকৰ মন চুই যাব পাৰিছে।

আনহাতে নায়ক-নায়িকা বা মূল চৰিত্ৰ নহয় এনে ভালেমান পার্শ্ব চৰিত্রই হ'লে বীৰেন ভট্টাচাৰ্যৰ কাহিনীবিলাকত আমোদ-আকর্ষণ সৃষ্টি কৰিব পাৰিছে, তেনে চৰিত্র লাগিলে টাইপেই হ'ক বা আ-টাইপেই হ'ক। 'আই'ৰ ভোলানাথ বাবা, ৰজত, বাপুকণ, কেন্দুকলাই, 'ৰাজপথে ৰিঙিয়ায়'ৰ ছামছেৰ, সুৰবালা, মদন শৰ্মা, ভোলাই কেৰাণী, 'ইয়াৰুইঙ্গম'ৰ চাবেংলা, ফানিটফাং, ভিডেশ্বেলী, জীৱন মাষ্টৰ, ইয়েংমাচ, ভাঠিঙখুই, খুটিংলা, 'মৃত্যুঞ্জয়'ৰ ডিমি, ধনপুৰ, আঘোণা, ভিচিৰাম, আহিনা কোঁৱৰ, মধু কেঁওট, ৰূপনাৰায়ণ, অনুপমা, 'প্ৰতিপদ'ৰ লছমী, পান্নু, জেবুন্নিচা, চণ্ডী, চেটাৰ্জী, নাচিৰুদ্দিন, নয়নতৰা, মিছেছ গ্রেমিং, 'ডাইনী'ৰ মালতী, পদ্মী, সমৰ, 'মুনিচুনিৰ পোহৰ'ৰ নন্দন, আইধান, সেউতী, সৰু খুৰী, যোগেন, মোহন ইত্যাদি বহুতো তেনে পাৰ্শ্ব চৰিত্ৰৰ নাম উল্লেখ কৰিব পাৰি। প্রত্যেকৰে বিশেষত্ব ইয়াত বর্ণনা কৰিব নোৱাৰিলেও সাধাৰণভাৱে কোৱাত বাধা নাই যে এইবিলাকৰ গভীৰ বেদনা, উচ্চ মহত্ত্ব, কঠোৰতা, নৈতিক অধঃপতন, বাগ্মিষ্ট আদর্শবাদিতা, মানসিক উন্মুক্ততা, হীন স্বাৰ্থপৰতা ইত্যাদি স্বাভাৱিক মানৱীয় দোষ-গুণ পাঠকৰ চকুত বাস্তৱ অভিজ্ঞতা-ৰূপে অনুভূত হৈছে। কেইটামান চৰিত্ৰ বিশেষ ৰূপে উল্লেখনীয় সিবিলাকক লিখকে বঞ্চনা, ত্যাগ, মহত্বেৰে অবিস্মৰণীয় কৰি তুলিছে। চাবেংলা, ডিমি, সেউতী, ধনপুৰ, ভোলানাথ বাবা, নাচিৰুদ্দিন, জেবুন্নিচা তেনে কেইটান চৰিত্ৰ। চাবেংলাৰ সকলো আছিল—ৰূপ-যৌৱন, গভীৰ প্ৰেম, আৰ্তক চৈঁচনি দিব পৰাৰ ত্যাগ; কিন্তু তাইৰ সকলো গ'ল—যুদ্ধকালীন পৰিস্থিতিয়ে তাইৰ প্ৰেমিক বিধাং, সামাজিক গ্ৰহণীয়তা, সদনাম সকলো চুৰমাৰ হৈ গ'ল; তথাপি

অন্তৰত তাই বিশ্বাসৰ চাবেংলাই হৈ থাকিল, মাত্ৰ মাতৃত্বৰ আকুতি তাই নতুনকৈ পালে। ডিমিক এটি মানবী মূৰ্তিতকৈ এটি লিৰিক সৃষ্টিৰ প্ৰেৰণা যেন লাগে: বিবাহ তাইৰ কাৰণে এটা সামাজিক নিয়ম, যি নিয়ম তাই ভঙ্গ কৰা নাই, কিন্তু ধনপুৰৰ প্ৰতি প্ৰথম যৌৱনৰ আকৰ্ষণকো তাই উলাই নকৰিলে, যেনেকৈ নকৰিলে ধনপুৰ সমাধৰে আদৰ্শবাদী বিদ্ৰোহী দলৰ প্ৰতি তাইৰ স্বাভাৱিক সহানুভূতি, সামাজিকভাৱে ধনপুৰ তাইৰ হ'ব নোৱাৰে, কিন্তু তাইৰ মনে ধনপুৰক নেৰিলে অন্তৰ মনে এৰিব নোৱাৰিলে। সেউতী আৰক্ত, নিষ্ঠুৰ সমাজৰ ঘৃণা তাই বুজে, সেই কাৰণে কৃষক সংঘৰ কল্যাণকামী আন্দোলনত আত্মনিয়োগ কৰে তাই যেতিয়া আবিষ্কাৰ কৰিলে তাইৰ পিতৃ এজন মুখাপুটা সম্ভ্ৰান্ত থাকি আছিল তেওঁৰ সেই মানুহ আৰু মানুহৰ সকলো ভাল বেয়া কামৰ প্ৰতিও আস্থা হেৰুৱাই পেলালে। ধনপুৰ অত্যন্ত বলিষ্ঠ, সি গুৰু গোসাঁই নেমানে, অৰ্থহীন নীতি-নিয়ম অবিশ্বাসী, সৎ কামত অদম্যভাৱে সাহসী, আদৰ্শৰ হাতে কামে গৰীৱৰ পক্ষপাতী, নত মহন্ত গোসাঁইৰ পশ্চাদঘাতী কামৰ বিৰোধেই আছিল প্ৰধান শক্তি, ৰেলৰ লাইন উফৰাবলৈ গৈ সিয়েই গুলী খাই প্ৰাণ দিলে। মৰণৰ আগতেই সি ডিমিক দেখি স্বাভাৱিক আকৰ্ষণৰ ফলত প্ৰেম নিবেদন কৰিছিল সেই প্ৰেম কোনো দিনে উৰ্বলি যোৱা নাছিল, অথচ আদৰ্শবাদী হিচাপে সি এজনী ধৰ্ষিতা ছোৱালীক উদ্ধাৰ কৰোঁ বুলি পত্নী-ৰূপে গ্ৰহণ কৰিবলৈ লৈছিল। ভোলানাথ বাবা ৰহস্যময়: আধ্যাত্মিক কাৰণত তেওঁ সংসাৰ ত্যাগী হ'লেও সংসাৰী মানুহক সহায় কৰাত তেওঁৰ কাৰ্পণ্য নাই, পত্নীক তেওঁ প্ৰকাৰান্তৰে স্মৰণ কৰাই দিলে যে তেওঁ জীৱিত, কিন্তু সন্ন্যাস তেওঁ পৰিত্যাগ নকৰে, তেওঁৰ এই আচৰণ পত্নীৰ নিচিনা সাধাৰণ মানুহৰ বোধগম্য নহয়। নাচকন্দিনক কোনোবা মোগল ৰাজপ্ৰাসাদৰ এচুকে লুকাই থকা মহৎ নগণ্য পুৰুষ যেন লাগে, যি ইংৰাজ তেল বিষয়াৰ খানচামা-ৰূপে উদ্যোগ যুগৰ বহুত ঔদ্ধত্য, বহুত নীচতা দেখি দেখি সিবোৰৰ অৰ্থহীনতা উপলব্ধি কৰি বয়সৰ লগে লগে মহত্ত্বৰ হৈহে গৈ থাকিল। জেবুন্নিচাও যেন সেই হাৰেমৰে অসূৰ্যম্পশ্যা এক সৌন্দৰ্য, যাৰ সৃষ্টি আছিল উদ্ধত তেল-বিষয়াৰ অসামাজিক কামনাৰ ফল, সেউতীৰ দৰেই তাই উপলব্ধি কৰিছিল তাইৰ স্থিতিহীনতা, যি অৱস্থাৰ হাহাধ্বনি এক নাচিকন্দিনৰ সমবেদনাৰ বাহিৰে উপশম কৰাৰ আন কোনো উপায় আমাৰ মাজত দেখা নেযায়।

আমাৰ ধাৰণা, ধনপুৰ চৰিত্ৰ বীৰেন ভট্টাচাৰ্যৰ নিজা আদৰ্শবাদৰ ভিত্তিত

কৰা বাস্তৱ ৰূপায়ণৰ কলাসুলভ প্ৰচেষ্টা। কেৱাজনো নায়কৰ যোগেদি তেওঁ সামাজিক অসমতাৰ বিৰোধিতা, অৰ্থহীন নীতি-নিয়মৰ সমালোচনা, আৱহমান অন্ধবিশ্বাসৰ ওপৰত কুঠাৰাঘাত কৰি অহা দেখা যায়। লিখক অধ্যয়নশীল সমাজবাদী ব্যক্তি। সাধাৰণ মানুহৰ মাজত অবিকল তেওঁৰ লেখীয়া ব্যক্তি পোৱা নেযায় সেয়ে 'সাধাৰণতা'ৰ মাজেদিয়ে তেওঁৰ আহি-আদৰ্শ ফুটাই তোলা হৈছে। সেয়ে বোধহয় একেজন ব্যক্তিয়েই বিভিন্ন চৰিত্ৰৰ মাজেদি আত্মপ্ৰকাশ কৰিছে। ওপৰত ধনপুৰৰ যে চাৰিত্ৰিক বৈশিষ্ট্য দাঙি ধৰা হৈছে সি ফানিটফাং, গিয়াছুদ্দিন, ৰজত, সমৰ ইত্যাদি চৰিত্ৰৰ মাজেদিও উদ্ভাসি উঠিছে। ইবিলাকৰ কাৰ্য-কলাপত প্ৰচলিত পদ্ধতিক আঘাত কৰাৰ বাসনা পৰিস্ফুট। সিহঁতৰ সমালোচনাত নতুন সৃষ্টিৰ ইচ্ছা বিদ্যমান, হয়তো কিছু-মানৰ আচৰণত কেৱল ধ্বংসই আছে, যি ধ্বংস বিদ্ৰোহৰে নামান্তৰ। সিহঁতৰ কাৰ্য-কলাপৰ কিমানখিনি কাম্য, কিমানাপিনি আৱশ্যকীয় নিৰ্ণয় কৰা টান। লিখকেও তাক নিৰ্ণয় কৰা নাই। বোধহয় বাস্তৱ চৰিত্ৰ ৰূপায়ণৰ মাজত তাক লুকাই থাকিবলৈ দিয়া হৈছে।

ওপৰৰ আলোচনাৰ পৰা দেখা যায় যে ডক্টৰ বীৰেন্দ্ৰকুমাৰ ভট্টাচাৰ্যই একমাত্ৰ অসমীয়া ঔপন্যাসিক যি আমাৰ যুগৰ উপযোগীকৈ সমাজ পৰিবৰ্তনত সচেতনতা প্ৰদৰ্শন কৰি বাস্তৱ অৱস্থাৰ ভিত্তিত কাহিনীৰ জাল তৰিছে, অথচ যি মানুহৰ মৌলিক প্ৰশ্নবিলাককো সম্পূৰ্ণ উলাই কৰা নাই।

# ভট্টাচাৰ্যৰ উপন্যাসত প্ৰকৃতি

অধ্যাপক শ্ৰীদুৰ্গেশ্বৰ শৰ্মা

লো ইয়াং প্ৰদেশৰ ৰাজকীয় গ্ৰন্থাগাৰৰ অধ্যক্ষ লাওৎচে চীন দেশৰ এজন বিখ্যাত দাৰ্শনিক পণ্ডিত আছিল। সেই প্ৰদেশৰ শাসনকৰ্তাসকল অত্যাচাৰী আৰু দুৰ্নীতিপৰায়ণ হোৱাত তেওঁৰ মনত ধিক্কাৰ উপজিল আৰু চাকৰি ইস্তফা দি আন দেশ অভিমুখে যাত্ৰা কৰিলে। দেশৰ মাটি এৰাৰ আগ মুহূৰ্তত দেশ মাতৃৰ কথা স্মৰণ কৰি তেওঁৰ অন্তৰ বিদ্ৰোহী হৈ পৰিল আৰু দেশৰ শেষ সীমান্তত বহি নিজৰ দাৰ্শনিক মতবাদ ব্যাখ্যা কৰি তেওঁ এখনি পাঁচশ শ্লোকৰ গ্ৰন্থ ৰচনা কৰিলে। এই গ্ৰন্থখনিৰ নাম আছিল 'তাওতেহ কিঙ্'। হিউৱেন চাং অসমলৈ অহাত কুমাৰ ভাস্কৰ বৰ্মাই চীন দেশৰ এই বিখ্যাত গ্ৰন্থ খুজিলে। হিউৱেন চাঙে সংস্কৃত ভাষা শিকি চীন দেশলৈ গৈ এই গ্ৰন্থখনিক সংস্কৃতলৈ অনুবাদ কৰি কুমাৰ ভাস্কৰ বৰ্মাক উপহাৰ দিছিল বুলি বুৰঞ্জীবিদসকলৰ ধাৰণা।

লাওৎচে প্ৰকৃতিক ব্যক্তি আৰু সমাজৰ আদৰ্শ হিচাপে গণ্য কৰিছিল। তেওঁৰ একান্ত বিশ্বাস আছিল প্ৰকৃতিৰ বিভূতিসমূহ ঈশ্বৰ আৰু ব্ৰহ্মাণ্ডৰ মূলনীতি আৰু ৰূপৰ বহিঃপ্ৰকাশ। প্ৰকৃতিৰ সৰলতা, পবিত্ৰতা আৰু পৰোপকাৰিতাৰ শিক্ষা মানুহে গ্ৰহণ কৰি জীৱনক মহিমান্বিত আৰু পূৰ্ণাঙ্গ কৰিব লাগে। প্ৰকৃতিৰ কোলাত নিজক মিলাই গৈ থকাই মানুহৰ লক্ষ্য হোৱা উচিত।[1]

ইংৰাজ ৰোমাণ্টিক কবিসকলে প্ৰকৃতিৰ মহত্বৰ ওপৰত গুৰুত্ব আৰোপ কৰিছিল। "ৱৰ্ডছ্‌ৱৰ্থৰ মনত প্ৰকৃতি স্বৰ্গীয় আভাৰে ৰঞ্জিত। তেওঁ প্ৰকৃতিৰ আত্মা ভেদ কৰিব জানিছিল। শ্বেলীৰ কাৰণে প্ৰকৃতি অক্ষয়। কিন্তু বাইৰণৰ দৃষ্টিত প্ৰকৃতি স্বাধীনতাৰ প্ৰতীক। আৰ্ণল্ডৰ কাৰণে প্ৰকৃতি জৰ্জৰিত হিয়াৰ শান্তিৰ জুৰণি।"[2]

---

১, কনফুচিয়াছ: শ্ৰীশৰৎচন্দ্ৰ গোস্বামী, পৃঃ ৯১

২, প্ৰবন্ধ-বিতান: শ্ৰীদুৰ্গেশ্বৰ শৰ্মা, পৃঃ ৭৮

সংস্কৃত আলংকাৰিকসকলে প্ৰকৃতিয়ে আলম্বন আৰু উদ্দীপনৰ ভূমিকা গ্ৰহণ কৰি এহাতে প্ৰকৃতি আৰু সাহিত্য আৰু আনহাতে মানুহ আৰু প্ৰকৃতিৰ সমন্বয় সাধন কৰে বুলি অভিহিত কৰিছে। প্ৰকৃতিৰ পৰা মানুহে অকল ভোগ্যবস্তুসমূহ আহৰণ কৰিয়েই ক্ষান্ত নাথাকে, সহানুভূতি, দয়া, ক্ষমা, সৰলতা, নিৰ্মলতা, পবিত্ৰতা, প্ৰেম, বিৰহ, বীৰত্ব, কৰ্ম-তৎপৰতা, আত্মৰক্ষা আৰু ক্ৰুৰতাৰ শিক্ষাও লাভ কৰে। সেই কাৰণে বোধহয় ইংৰাজ ৰোমাণ্টিক কবি ৱৰ্ডছ্‌ৱাৰ্থে এসময়ত কৈছিল যে প্ৰকৃতিক যেয়ে ভাল পায় সেই মহিয়সী শক্তিয়ে তেওঁক প্ৰৱঞ্চনা নকৰে। আন এঠাইত তেওঁ কৈছে বোলে প্ৰকৃতি মানুহৰ অনুৰক্ত সহচৰী, বিজ্ঞ, উপদেষ্টা আৰু বিশিষ্ট বান্ধৱী। ঈশ্বৰে মানুহক সৎপথেৰে পৰিচালিত কৰিবলৈ প্ৰকৃতিক দায়িত্ব দিছে। সেই দায়িত্ব পালনৰ কাৰণে প্ৰকৃতিৰ এখনি "পবিত্ৰ আঁচনি" আছে। কিন্তু মানুহ স্বাৰ্থান্ধ হোৱাৰ ফলত সেই আঁচনি অনুসাৰে চলিব নুখুজি সমগ্ৰ জীৱন দুঃখ-কাৰুণ্য আৰু বিফলতাৰ বন্যাত উটি ভাহি ফুৰিব লগীয়াত পৰে। এয়ে মনুষ্য জীৱনৰ পৰম দুৰ্ভাগ্য। অজ্ঞানতা বশতঃ এই বিষাদকে মূৰত তুলি এইখন মাটিৰ পৃথিৱীত মানুহে জীৱনৰ অমূল্য সম্পদৰ পৰা বঞ্চিত হয় আৰু চিৰসুন্দৰৰ অভিপ্ৰেত আকাঙ্ক্ষাৰ সতে মানুহৰ করুণ বিচ্ছেদ ঘটে। ই জীৱন আৰু জগতৰ কাৰণে পৰম বিষয়। এই বিচ্ছেদ উপলব্ধিৰহে সম্পদ মাত্ৰ, যুক্তি আৰু তৰ্কেৰে তাৰ মূল্য নিৰূপণ কৰা নাযায়।

উপন্যাস এবিধ আধুনিক মহাকাব্য। সংস্কৃত আলংকাৰিক দণ্ডী আৰু বিশ্বনাথ কবিৰাজে মহাকাব্যৰ লক্ষণৰ কথা উল্লেখ কৰোঁতে চন্দ্ৰ-সূৰ্যৰ উদয়, পৰ্বত সমুদ্ৰ, বন-উপবন আৰু ঋতুৰ বৰ্ণনাও কাব্যত নিশ্চিতভাৱে থাকিব লাগে বুলি কৈছে। প্ৰকৃতিৰ এই উপস্থাপনে কাব্যৰে অকল সৌন্দৰ্য বৃদ্ধি নকৰে, মানুহৰ অন্তৰ জগতখনো বতৰা দিয়ে।

বীৰেন ভট্টাচাৰ্যই অদ্যাবধি কুৰিখন সৰু-বৰ উপন্যাস ৰচনা কৰি অসমীয়া উপন্যাস সাহিত্যৰ সমৃদ্ধি সাধনত অংশীদাৰৰূপে নিজকে প্ৰতিষ্ঠিত কৰিছে। আধুনিক মহাকাব্য হিচাপে তেওঁৰ উপন্যাসসমূহতো তেওঁ বিভিন্ন দৃষ্টিকোণৰ পৰা প্ৰকৃতিক সংযোজন কৰিছে।

ভট্টাচাৰ্যৰ দৃষ্টিত প্ৰকৃতি সুন্দৰৰ অভিব্যক্তি। তেওঁ মানুহৰ হৃদয়ৰ বিকাশ আৰু অনুভূতিক ফুলৰ বিভিন্ন ৰূপ আৰু বিকাশৰ মাজেৰে প্ৰকাশ কৰিবলৈ

ষত্ন কৰিছে—"মোহনলালহঁতৰ বিশাল প্ৰাণ এতিয়াও কলি হৈয়ে আছে, ফুলা নাই।"[৩]

মানুহৰ জীৱনৰ আদৰ্শ আৰু ফুলৰ সৌন্দৰ্য এই কথাশাৰীত এক আৰু অভিন্ন হিচাপে কল্পনা কৰা হৈছে। সেইদৰে চিনাকি সুঁতিত কোৱা হৈছে —"সৰু ছোৱালীজনী যেন বৈ অহা এটা জুৰি। তাইৰ শুভ্ৰ শৈতা মুখমণ্ডলত পদুম কলি এটি ফুটি উঠিছে।" শাৰীৰিক সৌন্দৰ্য প্ৰাকৃতিক সৌন্দৰ্যৰ প্ৰভাৱত বেছি উজ্জ্বলভাৱে প্ৰকাশ লাভ কৰিছে। প্ৰাকৃতিক সৌন্দৰ্য মনুষ্য দেহৰ সৌন্দৰ্য বৃদ্ধিৰো অংশীদাৰ।

প্ৰকৃতি মানুহৰ জীৱন-নাটৰ নিৰপেক্ষ দৰ্শকমাত্ৰ নহয়, সেই নাটৰ প্ৰকৃতি হৈছে কৃতী সূত্ৰধাৰ। প্ৰকৃতি মানুহৰ আন্ধাৰ বাটৰ জোৰবন্তি, নিৰ্ভৰ-যোগ্য পথ-প্ৰদৰ্শক। 'মৃত্যুঞ্জয়' উপন্যাসত গোসাঁই, মাণিক, ৰূপায়ণ, ভিভিৰাম আৰু ধনপুৰহঁতে বেলৰ ফিছপ্লেট উঠাবলৈ পথাৰৰ মাজে মাজে গৈ আছিল। তেওঁলোকৰ মনত আশংকা, হৃদয়ত ক্ষোভ আৰু খোজত ভীতিবিহ্বল ৰূপ বিদ্যমান। জোনৰ জেউতিয়ে তেওঁলোকৰ মনটো সকলো শংকাৰ উৰ্ধ্বলৈ লৈ গৈছিল আৰু দৃঢ় সংকল্পচিত্তে তেওঁলোকে উদ্দেশ্য সাধনত অগ্ৰসৰ হৈছিল। প্ৰকৃতিৰ উদ্দীপন শক্তি ইয়াত প্ৰতিফলিত হৈছে।

"জোনটো একুৰা জোৰৰ দৰে আগে আগে গৈ আছিল। মাজে মাজে বাট ভেটা দিবলৈ গোট খোৱা বিচকিচীয়া ক'লা চুলিৰ দৰে ডাৱৰবোৰ অতিক্ৰম কৰি জোৰকুৰা আগলৈ গৈ আছিল।"[৪]

প্ৰকৃতি আৰু মানুহৰ সৌন্দৰ্য আৰু সহানুভূতিৰ সমন্বয় সাধনত বীৰেন ভট্ট এগৰাকী সুদক্ষ কাৰিকৰ। প্ৰকৃতিৰ সৌন্দৰ্য মানুহৰ অংগ-সৌষ্ঠৱৰ লগত তুলনা কৰি এহাতে মানবীয় সৌন্দৰ্য আৰু আনহাতে প্ৰাকৃতিক সৌন্দৰ্যৰ গৌৰৱ আৰু মৰ্যাদা বৃদ্ধি কৰা হৈছে। উদাহৰণ স্বৰূপে—

১) "হাবিত ধুনীয়া ধুনীয়া নাহৰ পুলি দেখিছিলো। ককাইদেউক তাৰে এটা লৈ থকা যেন লাগিছিল।"[৫]

২) "জোনটোক কেতিয়াবা গাঁৱলীয়া ছোৱালীৰ মুখ যেন লাগে, গুৱণি ষাৱণি নোহোৱা চহৰীয়া অতি আধুনিক মেম-চাহাবৰ আহিত উঠা ছোৱালী

৩. মুক্তি-তুলিব মোহৰ : আমাৰ প্ৰতিনিধি, ১৭শ বছৰ, ১১ম সংখ্যা
৪. মৃত্যুঞ্জয়, ১ম তাঙৰণ, পৃঃ ১৫০
৫. মৃত্যুঞ্জয়, ১ম তাঙৰণ, পৃঃ ১২

যেন লাগে। কেতিয়াবা আকৌ জিলাৰ বৰ চাহাবৰ লগত মাগ্লাঙৰ চিকাৰ কৰিবলৈ ওলোৱা যেম চাহাবজনীৰ মুখ যেন লাগে।"[৬] এনেবোৰ উপমা আৰু উক্তিয়ে তেওঁৰ উপন্যাসসমূহ অধিক মনোৰম আৰু হৃদয়গ্ৰাহী কৰাৰ উপৰিও সিবোৰ সুখপাঠ্য কৰি তুলিছে।

তেওঁ প্ৰকৃতিৰ আলম্বনত আধুনিক সাংস্কৃতিক ৰুচিবোধৰো চিত্ৰ সুন্দৰ ভাৱে অংকিত কৰিছে। বৈজ্ঞানিক পদ্ধতিৰে উৎপাদিত সামগ্ৰীৰ ৰূপ আৰু সৌন্দৰ্যকো তেওঁ প্ৰকৃতিৰ ৰূপ আৰু সৌন্দৰ্যৰ মাজেৰে প্ৰকাশ কৰি নিজৰ দক্ষতা প্ৰতিপন্ন কৰিছে। তেওঁ বৈজ্ঞানিক বিকাশ, মানৱীয় ৰুচিবোধ আৰু প্ৰাকৃতিক সৌন্দৰ্যক একেডাল সৰল ৰেখাত প্ৰতিষ্ঠিত কৰিছে—"নেটৰ জাল-খনে ক'লা ভোমোৰাৰ দৰে খোলাটোক বন্দি কৰি থৈছে।"[৭]

ঔপন্যাসিকে প্ৰকৃতি আৰু মানুহৰ শক্তিৰো তুলনা কৰি কোনো ক্ষেত্ৰত প্ৰকৃতি আৰু ক্ষেত্ৰ বিশেষে মানুহক অধিক শক্তিমন্ত বুলি দেখুওৱা হৈছে। "মই জানো কিবা তামোল পুলি? একে ধাপেই যে কাটিব পাৰিবি। মই জানো কিবা বলিৰ গাহৰি তই দিওঁ বুলিলেই বলি দিব পাৰিবি।"

আশ্ৰমত এদিন ডিমি উপস্থিত হোৱাত ভিভিয়ে সতৰ্কতাৰ কাৰণে মিতদা হাতত লোৱাত ডিমিয়ে খোলাখুলিভাৱে এই উক্তি কৰিছিল। এই কথাৰ মাজেৰে প্ৰকৃতিতকৈ মানুহৰ শক্তি আৰু মূল্য বেছি বুলি দেখুওৱা হৈছে।

'মৃত্যুঞ্জয়' উপন্যাসত ঔপন্যাসিকে প্ৰকৃতি সম্পৰ্কে কেতবোৰ মনোৰম মন্তব্যও কৰিছে। সিবোৰ প্ৰকৃতি সম্পৰ্কে তেওঁৰ নিজস্ব ধ্যান-ধাৰণাৰ মনোৰম প্ৰকাশ মাত্ৰ।

উপন্যাসিকে প্ৰকৃতিক অৱলম্বন কৰি মনৰ সংঘাত-সংশয় নিৰুপমভাৱে প্ৰকাশ কৰিছে। প্ৰকৃতিৰ স্পৰ্শত মনৰ আকাশত পুৰণি স্মৃতিও জাগৰিত হৈ হৃদয়ক ভাৱাক্ৰান্ত কৰিছে। কালিদাসৰ মেঘদূতে বিৰহী যক্ষক প্ৰিয়তমাৰ বাতৰি কোৱাৰ দৰে ভট্টৰ উপন্যাসত প্ৰকৃতিয়ে উপন্যাসৰ নায়কক তেওঁৰ পূৰ্বপুৰুষ আৰু প্ৰিয়তমাৰ বাতৰি দিছে। 'মৃত্যুঞ্জয়' উপন্যাসত গোসাঁয়ে ৰেল বগৰাবলৈ গৈছে। এটি আতংকৰ মুহূৰ্তত তেওঁৰ বাৰে বাৰে প্ৰিয়তমাৰ ছবি মনৰ এলবামত জিলিকি উঠিছে। কাৰণ, ঘৰত থকা তেওঁৰ প্ৰিয়তমা সেই সময়ত আছিল সন্তান-সম্ভৱা। প্ৰকৃতিৰ স্পৰ্শত তেওঁৰ মনৰ উদ্বিগ্নতা আৰু সংশয়ে বিস্তৃতি আৰু গভীৰতা লাভ

৬. মৃত্যুঞ্জয়, ১ম তাঙৰণ পৃঃ ১৬

৭. চিনাকি সুঁতি, পৃঃ ২

কৰিছিল। সেই কথা 'মৃত্যুঞ্জয়, উপন্যাসত বৰ নিৰুপমভাৱে চিত্ৰিত হৈছে : "অ' অচিন পখী! তই তোৰ সৰু সৰু চকু দুটাৰে পিৰিক পাৰাকৈ কি চাইছ? অ' মোৰ পাণৰ ধন, বুকুৰ মইনা, তই তেওঁক লগ পাই আহিছ নেকি? তেওঁ মোক খং কৰিছে নেকি? ক চোন ক। শহা পহুৱে কন্দা এতিয়াও শুনি আছ নেকি? তই বৰ নিঠুৰ। চামোন হৈ আছ কিয়? কিবা বেয়া খবৰ আছে নেকি? ধেৎ তই স্বহাৰিয়াই কি কৈছ এইবোৰ, নেমাত নেকি? মোৰ বৰ জাৰ লাগিছে। কাইটো উঠো উঠো কৰিছে। তোৰ আগত মই নেকাণ্ডো। কি ঠিক আছে, তই কি জানি উৰি গৈ তেওঁক মোৰ বেমাৰৰ কথা কৈ দিয়াগৈ। কিন্তু তোৰ পৰানো মই কি লুকুৱাই ৰাখিব পাৰো? একোকে নোৱাৰে। মোক তই সৰুৰেপৰা দেখিছ নেকি বাৰু? সৰুতে ঘৰ এৰি অনাই-বনাই ফুৰিছিলো, কিবা এটা ভূতে পাইছিল। দেশখন উদ্ধাৰ কৰিবলৈ সংকল্প ললো। কিন্তু এৰ টান কাম! তোৰ দৰে মুকলিমুৰীয়া হ'ব খুজিছিলো। সেই কাৰণে এই যজ্ঞ পাতিছো। তই চাগৈ বৰ বেয়া পাইছ নহয়নে? নাই, নাই, কিয় পাবি। তই মোৰ সুখে-দুখে সকলোতে লগৰীয়া; ক চোন ক, এবাৰ ক তই মোৰ দেউতাৰ গুৰিৰ পৰা আহিছ নেকি? মাৰ গুৰিৰ পৰা আহিছ নেকি? ক চোন ক সিপুৰীৰ পৰা তেওঁলোকে মাতি পঠিয়াইছে নেকি? ক চোন ক বৈতৰণী নৈখন কেনেকুৱা? আমাৰ কলংখনৰ দৰে নেকি? নে লুইতখনৰ দৰে।"

ফাগুনৰ ৰুক্ষতা, নীৰসতা, মৰমৰ শব্দ আৰু ধূলিৰ ধুমুহাই মানুহৰ মনত আতংক, বিস্ময়তা আৰু ভীতিবিহ্বলতা জাগ্ৰত কৰে—"ফাগুন সোমোৱাৰ লগে লগে ঢেকিয়াখোৱা গাঁৱৰ ওখ বাঁহনিডৰাই বতাহত বাগৰি বাগৰি এনেকৈ কিনাবলৈ ধৰিলে যেন ক'ৰবাত কোনোবা ঢুকালহে।"[৮]

'বল্লৰী' উপন্যাসত অবৈধ প্ৰেমিকৰ পৰা ৰক্ষা পৰাৰ অৰ্থে অলী মাকৰ ঘৰলৈ যাবলৈ ওলাইছে। তাই বৰ নিঃসহায়তা উপলব্ধি কৰাৰ উপৰিও এক অপূৰ্ব বিৰহ আৰু বেদনাই তাইৰ অন্তৰ দগ্ধ কৰিছিল। অলীৰ মনৰ সেই অৱস্থাৰ ব্যাপকতা আৰু গভীৰতা বৃদ্ধিত প্ৰকৃতিয়ে এক বিশিষ্ট ভূমিকা গ্ৰহণ কৰিছে। প্ৰকৃতিয়ে ইয়াত আলম্বনৰ কাম কৰিছে—"উদাস মনেৰে এজাক বগলী আকাশদি উৰি গৈছিল। বগলাৰ বাৰীৰ শেষ প্ৰান্তৰত পোন হৈ প্ৰহৰীৰ দৰে থিয় হৈ আছিল এজোপা নাহৰ।"[৯]

৮. আই, পৃষ্ঠা—১০
৯. বল্লৰী, পৃষ্ঠা—৯

প্ৰকৃতি মানুহৰ বিপদৰ বন্ধু। মানুহৰ আনন্দত প্ৰকৃতিয়ে পায় আনন্দ আৰু দুখত পায় দুখ। ৰজতে মুমলীক বিয়া কৰিব খুজিছিল; কিন্তু সেই বিয়াত সিহঁতৰ পৰিয়াল আৰু সমাজে হেঙাৰ বান্ধিলে। সিহঁতৰ বিয়া নহ'ল। গতিকে ৰজতৰ মনত আনন্দ নাই। ৰজতৰ জীৱনৰ এই কাৰুণ্যৰ প্ৰতি প্ৰকৃতিয়ে সহানুভূতি প্ৰদৰ্শন কৰিছে। ৰজতৰ দুখত আকাশে কান্দিছে। বতৰৰ মুখ গোমা কৰিছে। প্ৰকৃতি নিকজ্জল, নিঠৰ, নিবাক—"বতৰতো হাঁহি নাই। আকাশে কান্দিছে। মনইতৰ ঘৰখনেও কান্দিছে।"[১০]

প্ৰকৃতিৰ প্ৰভাৱত পুৰুষ আৰু নাৰীৰ মিলনৰ আকাঙ্ক্ষায়ো বিস্তৃতি লাভ কৰা লক্ষ্য কৰা যায়। চাৰেংলাক এৰি ইশ্বেৰৰা যুদ্ধলৈ যাবলৈ ওলাল। কিন্তু তাইৰ ইশ্বেৰৰাক যাব দিবলৈ মন যোৱা নাই। ইশ্বেৰৰাই বৰ কষ্টেৰে চাৰেংলাৰ বাহু-বন্ধনৰ পৰা নিজক মুক্ত কৰি যুদ্ধ ক্ষেত্ৰলৈ যাবলৈ ওলাইছে। তাৰ মনত যুদ্ধৰ শংকা, অন্তৰত যৌন ক্ষুধা—এই দুয়োটাৰ মাজত সি ধৰফৰ চটফটাই আছে। ইশ্বেৰৰাৰ হৃদয়ৰ এই দুয়োটা অনুভূতিয়ে প্ৰকৃতিৰ স্পৰ্শত বেছি ঘনীভূত ৰূপ ধাৰণ কৰিছে। ঔপন্যাসিকে এই ৰূপৰ চিত্ৰ বৰ মনোৰম আৰু হৃদয় আলোড়নকাৰী ভাৱে বৰ্ণনা ক'ৰিছে।

"ক'ৰবাত এটা হাইঠা চৰায়ে কণ দিলে। ঘৰৰ কোণত গাহৰি পোৱালি-টোৱে অসহ্য ভোকত নোক নোকাই উঠিল।"[১১]

জীৱনৰ প্ৰশান্তময় মুহূৰ্ত্তয়ো প্ৰকৃতিক বেছি ৰমণীয় আৰু বৰণীয় ৰূপ দান কৰিছে। সেই সময়ত যেনপ্ৰকৃতিয়ে এক অনবদ্য ৰূপত মুঞ্জৰি উঠে—"আটাই-বোৰেই শুই থকা পথাৰখনৰ ফালে চালে। নিশ্চিন্ত মনে এজনী ৰাজকুঁৱৰী যেন শুই আছে। সেই ৰাজকুঁৱৰীক জগাবলৈ ৰাজকোঁৱৰ যেন পোৱাহি নাই।"

মানুহে অকল প্ৰকৃতিৰ পৰাই গ্ৰহণ নকৰে, প্ৰকৃতিকো নিজৰ শক্তি অনুসাৰে মনৰ ভঁৰালৰ পৰা দান দিয়ে। প্ৰকৃতি আৰু মানুহৰ মাজত এই দিয়া-নিয়াৰ প্ৰক্ৰিয়া যুগ যুগ ধৰি চলি আছে। ই এটা নিৰৱচ্ছিন্ন প্ৰৱাহ। এই প্ৰক্ৰিয়াই মানুহ আৰু প্ৰকৃতিক এক আৰু অভিন্নভাৱে ৰাখিছে। এই প্ৰক্ৰিয়াৰ শেষ নাই। প্ৰকৃতিক উপেক্ষা কৰি মানুহ আৰু মানুহৰ সমাজ চলিব নোৱাৰে। চলিলেও সেই জীৱন আৰু সমাজে পূৰ্ণ বিকাশ লাভ কৰিব নোৱাৰে। বিপৰীত পক্ষে মানুহ আৰু সমাজক এৰিও প্ৰকৃতি থাকি

১০ আই, পৃষ্ঠা—১০

১১. ইয়াকজম, পৃ—৩

থাকিব পাৰিলেও প্ৰকৃতিৰ সৌন্দৰ্য ভালেখিনি হ্ৰাস পাব যে তাত অকণো সন্দেহ নাই। মানুহে যুগ যুগ ধৰি প্ৰকৃতিৰ জয়গান গাইছে, প্ৰকৃতিৰ সৌন্দৰ্য বৃদ্ধি কৰিছে আৰু প্ৰকৃতিৰ মহত্বসমূহ আবিষ্কাৰ কৰি জীৱজগত আৰু প্ৰাণী-জগতৰ মাজত প্ৰকৃতিৰ প্ৰয়োজনীয়তা আৰু গৌৰৱৰ স্বাক্ষৰ দান কৰিছে। আহাৰ নাথাকিলে যেনেদৰে পোহৰৰ গৌৰৱে বিকাশ আৰু বৃদ্ধি লাভ কৰিব নোৱাৰে, তেনেদৰে মানুহৰ সাহচৰ্য আৰু পৰশ ব্যতিৰেকে প্ৰকৃতিয়েও নিজৰ গৌৰৱ আৰু মহত্বৰ পূৰ্ণ বিকাশ সাধন কৰিব নোৱাৰে। মানুহ আৰু প্ৰকৃতি দুয়ো দুয়োৰে গৌৰৱ আৰু মহত্বৰ আৱিষ্কাৰৰ কাৰণে পৰস্পৰৰ ওপৰত নিৰ্ভৰশীল। দুয়োৰে এই সমন্বয় কেৱল এক বিস্ময়ৰ ইতিহাসেই নহয়, এক দীঘলীয়া ৰহস্যৰো বুৰঞ্জী। মানুহে নিজৰ যত্নেৰে যিমানেই প্ৰকৃতিৰ ৰহস্য ভেদ কৰিব পাৰিব, সিমানেই মানৱ সংস্কৃতিয়ে নতুন ৰূপত ঠন ধৰি উঠিব। প্ৰকৃতি মানুহৰ সৃষ্ট সাহিত্য-কলা-সংস্কৃতিৰ এক অবিচ্ছেদ্য অংগ। সেই অংগ বাদ দিলে মানৱ সংস্কৃতি আৰু সভ্যতা হ'ব বিকলাংগ।

# ভট্টাচাৰ্যৰ উপন্যাসত পাশ্চাত্য প্ৰভাৱ

ড° গোবিন্দ প্ৰসাদ শৰ্মা

সাহিত্যত প্ৰভাৱ বুলিলে প্ৰভাৱিত সাহিত্য অন্য কোনো সাহিত্যৰ সাধাৰণ অনুকৰণ যে নহয়, সেই কথা মোটামুটি আমি সকলোৱেই জানো। তথাপি আমাৰ কোনো লেখকৰ ওপৰত অন্য কোনো লেখকৰ প্ৰভাৱ পৰিলে বহু সময়ত আমাৰ বহুতো পাঠকে তাক অনুকৰণ বা সাধাৰণ ভাষাত নকল বুলি ধৰি লৈ হেয়জ্ঞান বা তাচ্ছিল্য কৰা দেখা যায়। প্ৰভাৱিত সাহিত্য অন্য কোনো সাহিত্যৰ অনুকৰণ হ'ব পাৰে; প্ৰভাৱিত সাহিত্যত অন্য কোনো সাহিত্যৰ ছাঁ পৰা দেখা যাব পাৰে, প্ৰভাৱিত সাহিত্যিকে প্ৰভাৱক সাহিত্যিকৰ পৰা বিভিন্ন কলা-কৌশল, উপাদান বা তথ ঋণ হিচাপে ল'ব পাৰে। কিন্তু এই আটাইবোৰ বা ইয়াৰে যি কোনো এটা প্ৰভাৱ বুলি স্বীকৃত হ'বলৈ হ'লে দ্বিতীয় সাহিত্যৰ লেখকগৰাকী প্ৰথম সাহিত্যৰ স্ৰষ্টাৰ দ্বাৰা অনুপ্ৰাণিত বা উদ্দীপ্ত হোৱাৰ লক্ষণ তেওঁৰ ৰচনাত ধৰা পৰিব লাগিব। প্ৰভাৱিত সাহিত্যত অনুপ্ৰেৰণা বা উদ্দীপনাৰ কথা নিহিত আছে বাবেই এই সাহিত্য প্ৰভাৱ-বিহীন মৌলিক সাহিত্যৰ দৰেই সুখকৰ; কিয়নো তেওঁৰ অনুপ্ৰেৰণা বা উদ্দীপনাই উদ্দীপক সাহিত্যৰ দৰেই মূল্যবান সাহিত্য সৃষ্টি কৰাত তেওঁক সহায় কৰিছে। এনে সাহিত্য উদ্দীপ্ত সাহিত্যিকৰ নিজস্ব প্ৰতিভাৰ স্বাক্ষৰেৰে সমুজ্জল। উদ্দীপনা ৰহিত, নিজস্ব প্ৰতিভাৰ স্বাক্ষৰবিহীন অন্য সাহিত্যিকৰ অনুকৰণত ৰচিত সাহিত্যহে নিকৃষ্ট মূল্যৰ আদৰৰ অযোগ্য সাহিত্য। প্ৰকৃত প্ৰতিভাধৰ সাহিত্যিকে অন্য সাহিত্যিকৰ পৰা কোনো উপাদান বা আংশিক ঋণ হিচাপে লৈও তাক নিজস্ব প্ৰতিভাৰ যাদুৰ কাঠিৰ স্পৰ্শৰ সহায়ত সম্পূৰ্ণ অন্য প্ৰকৃতিৰ পূৰ্বৰ সাহিত্যিকৰ ৰচনাতকৈ বহুতো উচ্চ মূল্যৰ সাহিত্যৰ সৃষ্টি কৰিব পাৰে। শ্বেক্‌ছ্‌পীয়েৰৰ নাটকসমূহেই ইয়াৰ প্ৰকৃষ্ট উদাহৰণ। এনে ঋণ একালে যেনেকৈ সাধুভাবজ্ঞাপক প্ৰভাৱ নহয়; আনকালে তেনেকৈ ই

নিকৃষ্ট মূল্যৰ অনুকৰণ বা ছাঁচ নহয়। কিবা কোনো সাহিত্য বা সাহিত্যিকৰ ওপৰত আন সাহিত্য বা সাহিত্যিকৰ প্ৰভাৱৰ কথা আলোচনা কৰোঁতে এইখিনি কথা মনত ৰাখিব লাগিব।

বীৰেন্দ্ৰকুমাৰ ভট্টাচাৰ্যৰ প্ৰথম উপন্যাস 'ৰাজপথে ৰিঙিয়ায়'ত[১] (১৯৫৫) বৰ্তমান শতিকাৰ প্ৰথম তিনিটা দশকত গা কৰা এটি পাশ্চাত্য আংগিকৰ অনুকৰণ ধৰা পৰে। এই পাশ্চাত্য আংগিক হ'ল চেতনা-স্ৰোত পদ্ধতিৰ আংগিক। 'ৰাজপথে ৰিঙিয়ায়' যদিও সৰ্বাচলতে চেতনা-স্ৰোত পদ্ধতিত লিখিত নহয়, তথাপি এই পদ্ধতিৰ দুটা সাধাৰণ লক্ষণ এইখন উপন্যাসত ধৰা পৰে। জেইম্‌চ্ জয়চ্ আৰু ভাৰ্জিনিয়া উল্‌ফৰ ক্ৰমে 'ইউলিচিজ্' (১৯২২) আৰু 'মিচিজ্ ডেলৱে' (১৯২৫) নামৰ এই পদ্ধতিত ৰচিত উপন্যাস দুখনৰ কাৰ্যকাল এটা দিনৰ মাথোন সীমাৰ মাজত আবদ্ধ। ভট্টাচাৰ্যৰ এই উপন্যাসৰ কাৰ্যকলাপো দিনটোৰ ভিতৰতে সীমাবদ্ধ। চেতনা-স্ৰোত পদ্ধতিৰ লগত মিল থকা এই উপন্যাসৰ আনটো লক্ষণ হ'ল উপন্যাসখনত ধৰা পৰা বাহ্যিক কাৰ্যৰ সমান ভাব-অনুভূতি আৰু চিন্তা-চেতনাৰ প্ৰাধান্য। এই দুই লক্ষণৰ উপস্থিতিৰ সত্বেও 'ৰাজপথে ৰিঙিয়ায়' চেতনা-স্ৰোত পদ্ধতিত লিখিত বুলি ক'ব নোৱাৰি, কিয়নো এই উপন্যাসত ধৰা পৰা সময়ৰ ধাৰণা পৰম্পৰাগত দাৰ্শনিক ধাৰণাৰ বশৱৰ্তী। ইটো ভাব আৰু সিটো ভাব, ইটো কাৰ্য আৰু সিটো কাৰ্যৰ মাজৰ ব্যৱধান ইয়াত পৰিষ্কাৰ—যেন সময় ইয়াত ইটো বিন্দুৰ পৰা সিটো বিন্দুলৈ জঁপিয়াইহে গতি কৰিছে। চেতনা-স্ৰোত পদ্ধতিৰ উপন্যাসৰ সময় আনহাতে বেৰ্গচ আৰু উইলিয়ম্ জেইমচৰ আধুনিক ধাৰণাক্ৰমে নিৰন্তৰ প্ৰৱহমান। ফলত এই পদ্ধতিৰ উপন্যাসৰ ভাব আৰু কাৰ্য পৰস্পৰ-ব্যৱধানবিহীন। মানুহৰ চেতনাও এই উপন্যাসত পুৰণি মনস্তাত্বিক ধাৰণামতে একৰূপাত্মক (single) নহয়; ফ্ৰয়দ আৰু য়ুঙৰ আধুনিক মনস্তাত্বিক ধাৰণামতে বহু ৰূপাত্মক (multiple)। ইয়াৰ ফলত পৰম্পৰাগত আংগিকৰ উপন্যাসৰ চৰিত্ৰৰ যুক্তিনিয়ন্ত্ৰিত, সুসংহত আৰু এককেন্দ্ৰিক চিন্তা-চেতনাৰ বিপৰীতে চেতনা-স্ৰোত পদ্ধতিৰ উপন্যাসৰ চৰিত্ৰৰ চিন্তা-চেতনা যুক্তি-অনিয়ন্ত্ৰিত, বিচ্ছুৰিত আৰু অতীত-বৰ্তমান-ভৱিষ্যতৰ সীমাৰেখাৰ প্ৰতি উদাসীন। ভট্টাচাৰ্যৰ 'ৰাজপথে ৰিঙিয়ায়'ৰ নায়কৰ চেতনা পৰম্পৰাগত ধাৰণামতেই একৰূপাত্মক; গতিকে তেওঁৰ ভাব-চিন্তা সুসংহত আৰু যুক্তি নিয়ন্ত্ৰিত। এই বাবেই ওপৰোক্ত উপকৰা মিল দুটিৰ সত্বেও এই উপন্যাস চেতনা-স্ৰোত পদ্ধতিত লিখিত নহয়।

চেতনা-স্ৰোত পদ্ধতিৰ সুখকৰ প্ৰভাৱ এই উপন্যাসত আছে বুলি নকৈ এই

পদ্ধতিৰ অনুকৰণহে ইয়াত ধৰা পৰিছে বুলি ক'ব লাগিব। কিয়নো চেতনা-স্ৰোত পদ্ধতিৰ উপকৰণ মিল দুটিয়ে কোনো সন্তোষজনক কলাগত ফল ইয়াত ধাৰণ কৰিব পৰা নাই। চেতনা-স্ৰোত পদ্ধতিৰ উপন্যাসৰ নায়কসকল সাধাৰণতে পৰম্পৰাগত সমাজত আস্থা হেৰুৱাই বিচ্ছিন্নতাবোধত ভোগা এক শ্ৰেণীৰ নিঃসংগ মানৱ। 'ৰাজপথে ৰিঙিয়াই'ৰ নায়ক মোহন কিন্তু এনে নিঃসংগ মানৱ নহয়। পুঁজিবাদী ৰাজনৈতিক ব্যৱস্থাৰ ওপৰত তাৰ অনাস্থাৰ বাবে যদিও অন্য দহজনৰ লগত সি একাত্মবোধ স্থাপন ক'ৰিব পৰা নাই, তথাপি জনতাৰ ওপৰত তাৰ আস্থা আছে আৰু সেই আস্থাৰ বাবেই সি এখন নতুন সমাজ প্ৰতিষ্ঠাৰ বাবে বিপ্লৱৰ কথা ভাবে। এনে এজন নায়কক কেন্দ্ৰ কৰি ৰচিত উপন্যাস দৰাচলতে চেতনা-স্ৰোত পদ্ধতিত ৰচিত হ'ব নোৱাৰে। এই পদ্ধতিৰ পৰা ধাৰ কৰা দুটি কৌশলে সেইবাবে কোনো সন্তোষজনক ফল ধাৰণ কৰিব নোৱাৰিলে। অন্য কথাত আংগিক আৰু বিষয়বস্তুৰ মাজত ইয়াত সংগতি স্থাপিত নহ'ল।

পাশ্চাত্য উপন্যাসৰ আংগিকৰ অনুকৰণ প্ৰভাৱৰ শাৰীলৈ উত্তীৰ্ণ হৈছে ভট্টাচাৰ্যৰ 'প্ৰতিপদ'[২] (১৯৭০ উপন্যাসত)। সমাজদৰ্শৰ কেতবোৰ লোক একত্ৰিত হৈ আদৰ্শগত উদ্দেশ্যত আগুৱাই যোৱা, তেনে কৰোঁতে প্ৰতিপক্ষৰ বাধাৰ সন্মুখীন হোৱা, সেই বাধাৰ মাজেদিয়ে উদ্দেশ্য সম্পাদন কৰা, তাৰ বাবেই আকৌ তাৎকালিক পৰিণতিৰ সন্মুখীন হোৱা—এয়েই 'প্ৰতিপদ' উপন্যাসখনৰ প্লট। এই প্লট ঔপন্যাসিকে বা উপন্যাসৰ কোনো চৰিত্ৰই পৰম্পৰাগত কাহিনী এটিৰ সহায়ত ফুটাই তোলা নাই। প্লটৰ তথা উপন্যাসৰ বিষয়বস্তুৰ বিকাশ চৰিত্ৰবোৰৰ সংলাপ, কাৰ্য আৰু চেতনাত ধৰা দিয়া ভাবৰ মাজেদি ঘটিছে। ইয়াত ঘটনা বা কাৰ্য তেনেই তাকৰীয়া। চৰিত্ৰসমূহৰ সংলাপ আৰু চেতনা বা ভাবৰ প্ৰকাশৰ মাজেদি চৰিত্ৰসমূহ যেনেকৈ প্ৰস্ফুটিত হৈছে তেনেকৈ উপন্যাসৰ প্লটো তাৰ মাজেদিয়েই বিকশিত হৈছে। আংগিকৰ এনে ৰূপ অসমীয়াত নতুন আৰু একক, কিন্তু ঔপন্যাসিকৰ নিজৰ ই এটি মৌলিক প্ৰচেষ্টা নহয়। এই আংগিক মাৰ্কিন ঔপন্যাসিক আৰ্নেষ্ট্ হেমিংওৱেৰ উপন্যাস 'ফৰ্ হুম্ ডা বেল্ ট'লচ'ৰ (১৯৪০) আংগিক। এইখিনিতে উল্লেখিয়াব পাৰি যে 'প্ৰতিপদ' প্ৰকাশৰ (১৯৭০) দুই তিনি বছৰ পূৰ্বে ভট্টাচাৰ্যই হেমিংওৱেৰ এই উপন্যাসখন 'দেৱ দুন্দুভি বাজে কাৰ বাবে' (প্ৰকাশৰ তাৰিখ অনুল্লিখিত) নামত প্ৰকাশ কৰিছিল।[৩]

সি যি কি নহওক, হেমিংওৱেৰ 'ফৰ্ হুম্ ডা বেল্ ট'লচ' উপন্যাসৰ আংগিকৰ

লৈতে 'প্ৰতিপদ'ৰ আংগিকৰ সাদৃশ্যৰ কথাকেই আহোঁহক। হেমিংওৱেৰ উপন্যাসখনৰ প্ৰতিপাদ্য বিষয় হ'ল এই শতাব্দীৰ তৃতীয় দশকৰ শেহ ভাগৰ স্পেইনদেশীয় গৃহযুদ্ধ—বিপাব্লিকান দল আৰু ফেচিষ্ট দলৰ মাজৰ। স্পেইনৰ এখন পাহাৰীয়া ঠাইৰ এটি গুপ্ত শিবিৰত বিপাব্লিকান দলৰ কেতবোৰ সংগ্ৰামী লোক একত্ৰিত হৈ সেতুঁলোকৰ আন্দোলন আগুৱাই নিয়াত ব্ৰতী হৈছে। এই লোকসকলৰ আলোচনা-বিলোচনা, জল্পনা-কল্পনা, ৰং-তামচা, হাই-কাজিয়া, প্ৰেম-ঘৃণা আদিৰে চিন কেতবোৰৰ মাজেদি উপন্যাসৰ বৈপ্লৱিক কাহিনী আগবাঢ়ি যায় আৰু আলোচ্য বিষয় উত্থাপিত হয়। অৱশ্যে এই কাহিনী কোনো সুকল্পিত, আদি-মধ্য-অন্ত বিৰাজমান সংহতিপূৰ্ণ কাহিনী নহয়। একেডোখৰ ঠাইত গোট খোৱা সমাজৰ লোকবিলাকৰ মাজৰ সংলাপ, কাৰ্য আদিৰ দৃশ্যবোৰৰ সহায়ত কৌশলেৰে গঢ়ি তোলা সি এটা কাহিনীৰ আঁচনিহে। ভট্টাচাৰ্যৰ 'প্ৰতিপদ'ৰ বিষয়ো হেমিংওৱেৰ উপন্যাসখনৰ কাহিনীৰ কালছোৱাতেই, অৰ্থাৎ বৰ্তমান শতাব্দীৰ তৃতীয় দশকৰ শেষ ভাগৰ, অসমৰ তেলৰ চহৰ ডিগবৈৰ তেল কোম্পানীৰ কৰ্মচাৰীসকলৰ চাকৰিৰ অৱস্থা উন্নত কৰাৰ বাবে সংগ্ৰাম। ইয়াতো সমাজৰ সংগ্ৰামী বন্ধুবৰ্গসকল এখন ঠাইতে একত্ৰিত হৈ সেতুঁলোকৰ আন্দোলন আগুৱাই নিয়াত ব্ৰতী হৈছে। ইয়াতো এই লোকসকলৰ আলাপ-আলোচনা, ৰং-তামচা, হাই-কাজিয়া প্ৰেম-ঘৃণা আদিৰ চিন কেতবোৰৰ মাজেদি বৈপ্লৱিক কাহিনী আগবাঢ়ি যায় আৰু ইয়াৰ মাজেদি আলোচ্য বিষয় উত্থাপিত হয়। ইয়াৰ কাহিনীও এক সুকল্পিত, আদি-মধ্য-অন্ত বিৰাজমান সংহতিপূৰ্ণ কাহিনী নহয়, একত্ৰিত সংগ্ৰামী বন্ধুবৰ্গসকলৰ সংলাপ, কাৰ্য আদিৰ দৃশ্যবোৰৰ সহায়ত গঢ়ি তোলা সি এক কাহিনীৰ জুমুঠিহে।

তথাপি ভট্টাচাৰ্যৰ এই উপন্যাসৰ টেকনিক সাধাৰণ অনুকৰণৰ পৰ্যায়ৰ নহয়। কিয়নো এই ধাৰ কৰা টেক্‌নিক্‌টোৰ সহায়তে ভট্টাচাৰ্যই ইয়াত অসমৰ ইতিহাসৰ এক গুৰুত্বপূৰ্ণ ঘটনা অতি সুন্দৰকৈ প্ৰকাশ কৰিব পাৰিছে। বিদেশী গঢ এটাত আমাৰ দেশৰ ঘটনা এটি সুমুৱাই দিয়া হৈছে যদিও, সেই ঘটনা, তাৰ তাৎপৰ্য, তাত অংশ লোৱা লোকসকল একোৱেই বিকৃত হোৱা নাই। বৰং সক্ষমভাৱে এই ঠাঁচ নিজৰ কৰি কৌশলেৰে তাত লেখকৰ নিজৰ দেশৰ, নিজৰ লোকৰ ঘটনা সুমুৱাই দিব পৰাত আমাৰ ইতিহাসৰ এই ঘটনা, আমাৰ সমাজৰ বিপ্লৱীলোক কেতবোৰৰ কাৰ্যাৱলী অধিক আকৰ্ষণীয়, অধিক

তাৎপৰ্যেৰে সমুজ্জল হৈহে ধৰা দিছে। গতিকে আংগিকৰ ক্ষেত্ৰৰ এই অনুকৰণ অনুকৰণ মাথোন বা ছাঁ হৈ নাথাকি প্ৰভাৱৰ শাৰীলৈ উত্তীৰ্ণ হৈছে, যদিও 'প্ৰতিপদ' পঢ়া সময়ত হেমিংওৱেৰ উপন্যাসখনলৈ মনত পৰে।

আংগিকত বাহিৰে চৰিত্ৰায়ণৰ ক্ষেত্ৰতো হেমিংওৱেৰ প্ৰভাৱ ভট্টাচাৰ্যৰ ওপৰত পৰিছে বুলি এই উপন্যাস পঢ়িলে বুজিব পাৰি। চৰিত্ৰ সমূহৰ মুখত প্ৰচুৰভাৱে দিয়া সংলাপ, সিহঁতৰ চেতনাৰ প্ৰকাশ আদিৰ সহায়ত প্লট আগুৱাই নিয়াৰ লগতে চৰিত্ৰসমূহৰ ক্ৰমবিকাশো হেমিংওৱেই যিদৰে ঘটায় ভট্টাচাৰ্যয়ো এই উপন্যাসত সেইদৰেই ঘটাইছে। কিন্তু চৰিত্ৰ সৃষ্টিৰ ক্ষেত্ৰত হেমিংওৱেৰ প্ৰভাৱ ভট্টাচাৰ্যৰ ওপৰত পৰাটো ভালকৈ স্পষ্ট হয় এই উপন্যাসৰ ডিম্বেশ্বৰ হাজৰিকা ওৰফে গিয়াছুদ্দিনৰ চৰিত্ৰটোৰ ক্ষেত্ৰত। মুছলমান ধৰ্মগ্ৰহণ কৰি গিয়াছুদ্দিন নাম লোৱা ডিম্বেশ্বৰৰ পুৰুষোচিত কাযক্ষমতা, দুঃসাহসিকতা আৰু অপৰিমিত মনোবল তেওঁৰ শত্ৰুৰো আনকি প্ৰশংসাৰ বিষয়। তথাপিও গিয়াছুদ্দিন সকলোৰে বাবে আদৰ্শ পুৰুষ বুলি গ্ৰহণীয় হ'ব নোৱাৰে। যদিও তেওঁ নিৰ্জ্জনী পুৰুষ নহয়, যদিও সাধাৰণতে অন্যায়ক প্ৰশ্ৰয় নিদি তেওঁ সৎ পথত চলে আৰু সজ কাম কৰে, তথাপি তেওঁ চালিত হয় তেওঁৰ চিন্তা শক্তিৰে বা যুক্তিৰে নহয়, তেওঁৰ সহজ জ্ঞানৰ সহায়ত থিৰ কৰি লোৱা কেতবোৰ সৰলীকৃত ধাৰণাৰ সহায়ত। আৰু এনে কথাতেই এওঁৰ মিল হ'ল 'কোড্ হিৰো' ( Code hero ) বুলি জনাজাত হেমিংওৱেৰ উপন্যাসৰ প্ৰধান চৰিত্ৰবোৰৰ লগত। হেমিংওৱেৰ উপন্যাসৰ 'কোড হিৰো' বুলি পৰিচিত কেন্দ্ৰীয় চৰিত্ৰ সমূহৰ জ্ঞানগত দিশত বা চিন্তাশক্তিত সাধাৰণতে এটি অভাৱ পৰিলক্ষিত হয়। কিন্তু সেই অভাৱৰ কথা বাদ দিলে সাধাৰণতে ইন্দ্ৰিয়ৰ দ্বাৰা পৰিচালিত সিহঁত একো একোজনে সৰ্বসাধাৰণৰ প্ৰশংসাৰ পাত্ৰ, আদৰ্শ পুৰুষ। হেমিংওৱেৰ চৰিত্ৰবোৰে এই দুখ-কষ্ট, বিশৃঙ্খলতা, মাৰ-পিট, হিংসা-দ্বেষৰ মাজতে বাস কৰে; পুৰুষৰ দৰে মূৰ তুলি সেই প্ৰতিকূল অৱস্থাৰ মাজত নিৰন্তৰ সংগ্ৰাম কৰে। তেওঁলোক ধ্বংস হ'ব পাৰে, কিন্তু তেওঁলোকে হাৰ নামানে। সন্মানবোধ, সাহস আৰু সহনশীলতা তেওঁলোকৰ জীৱনৰ আদৰ্শ আৰু এই বিলাককেই তেওঁলোক জীৱনৰ অবিৰত যুদ্ধত খামোচ মাৰি ধৰি থাকে। কোৱা বাহুল্য, গভীৰ চিন্তাৰ অনুশীলনত বা কোনো অধ্যয়নলব্ধ যুক্তিনিষ্ঠ দৰ্শনৰ অনুধাৱনত তেওঁলোকৰ সন্মানবোধ বা দৰ্শন গঢ়ি উঠা নহয়। এনে কামৰ বাবে তেওঁলোক অক্ষম।[8]

'প্ৰতিপদ'ৰ গিয়াছুদ্দিনো ঠিক এই সাঁচৰেই পুৰুষ। ট্ৰেড ইউনিয়ন গঠনৰ

আন্দোলনত তেওঁ নিষ্ঠাৰে অৱতীৰ্ণ হৈছে যদিও চেটাৰ্জীৰ দৰে কোনো অধ্যয়নলব্ধ জ্ঞান আৰু সুচিন্তিত দৰ্শনৰ অনুশীলন স্বৰূপে তেওঁ এই আন্দোলনত অৱতীৰ্ণ হোৱা নাই। যুদ্ধ কৰি, সংঘাতৰ সন্মুখীন হৈ পুৰুষৰ দৰে জীয়াই থকাৰ আগ্ৰহ তেওঁৰ মজ্জাগত বাবেই এই আন্দোলনত তেওঁ নিষ্ঠাৰে যোগ দান কৰিছে। ইয়াৰ লগতে আছে তেওঁৰ সহজ বুদ্ধিৰে বুজামতে উদ্যোগপতিৰ অন্যায়-অবিচাৰৰ বিপক্ষে যুদ্ধ দিয়াৰ আদৰ্শ।

কৰ্তৃপক্ষ বা শত্ৰুপক্ষৰ প্ৰতি তেওঁ যেনেকৈ বেপৰোৱা, সমাজ আৰু ধৰ্মৰ প্ৰতিও তেওঁ সমানে বেপৰোৱা। সেয়েহে পত্নীয়ে সন্তান ধাৰণ কৰিবলৈ অক্ষম হোৱা দেখি তেওঁ সেই পত্নীক ত্যাগ কৰি মুছলমান ছোৱালী এজনী বিয়া কৰাবলৈ আগবাঢ়ি আহিল। মুছলমান সমাজে তাৰ বাবে মুছলমান ধৰ্ম গ্ৰহণ কৰিবলৈ দাবী কৰাত তেওঁ হিন্দু ধৰ্ম ত্যাগ কৰি মুছলমান ধৰ্ম লবলৈকে কুণ্ঠা বোধ নকৰিলে। কিন্তু মুছলমান সমাজক তেওঁ স্পষ্ট কৰি দিছে যে তাৰ অৰ্থ তেওঁ হিন্দু ধৰ্মত আস্থা হেৰুওৱা বা মুছলমান ধৰ্মত আস্থা স্থাপন কৰা নহয়। তেওঁৰ ভাষাত "মানুহে কোটখোলা যেনেকৈ বছৰি সলায়, ময়ো তেনেকৈ ধৰ্ম সলাব পাৰোঁ।" (পৃ ১২) এনে লোক সকলোৰে বাবে আদৰ্শ হব নোৱাৰে। বহুতৰ বাবে এনে কাৰণতেই তেওঁ "আধুনিক অসুৰ" (পৃ. ৭০)—ঠিক হেমিংওৱেৰ কেন্দ্ৰীয় চৰিত্ৰবোৰৰ দৰে। তথাপি হেমিংওৱেৰ 'কোড হিৰো'বোৰৰ দৰে আকৌ ভট্টাচাৰ্যৰ গিয়াছুদ্দিনো নীতিনিষ্ঠ আৰু মৰমিয়াল। পূৰ্বৰ পত্নী ত্যাগ কৰি যদিও তেওঁ নতুন পত্নী গ্ৰহণ কৰিলে, তথাপি তেওঁ পৰিত্যক্তা পত্নীলৈ অৰ্থ সাহায্য পঠিয়াই থাকিল। অথচ সেই পৰিত্যক্তা পত্নীৰ কোনো কথাকেই তেওঁ গ্ৰহণ কৰিব বা আদৰ কৰিব নোৱাৰে:

> পাপ কিনো, পুণ্য কিনো? হিন্দু কিনো, মুছলমান কিনো, তাক মই একো বুজি নাপাওঁ। মাধুৰীৰ লগত কত বছৰ সহবাস কৰিলোঁ। কিন্তু মাধুৰীৰ সদায় একেটাই অভিযোগ। মই পাপ কৰোঁ। আমাৰ সন্তান নোহোৱাৰ কাৰণ বোলে পাপ। চাহাবৰ লগত থাকি মই সিহঁতৰ কিছুমান ভাল দস্তুৰ শিকিছোঁ। যিবোৰ কাম এই জীৱনতে সমাধা কৰি সুখী হৈ থাকিব পাৰি, সেইবোৰ অহা জনমলৈ থোৱাৰ কোনো মানে নাই। মোৰ বংশ নিৰ্বংশ হোৱাটো মই কামনা নকৰোঁ। কিয় কৰিম? মই জানো মাধুৰী বন্ধ্যা। মাধুৰী একেবাৰে গাৰ্ভলীয়া। এনেকৈ অশান্তিত সহবাস কৰাটোৱেই পাপ। আহানাবাক মই ভাল পাওঁ—সেইটোৱেই ডাঙৰ কথা। মোক

এটা সন্তান লাগে। সিও ডাঙৰ কথা। মুছলমান হোৱাটো একো ডাঙৰ কথা নহয় ( পৃ. ৪৯ )।

বিবেক-বুদ্ধি-চিন্তাৰ সলনি কেৱল ইন্দ্ৰিয়ৰ পৰিচালনাত বাস কৰা, ন্যায়-অন্যায়, মান-সন্মানৰ কেতবোৰ সাধাৰণ ধাৰণা দৃঢ়ভাৱে অনুসৰণ কৰি এক প্ৰকাৰৰ সজ, আদৰ্শ জীৱন যাপন কৰা হেমিংওৱেৰ 'কোড হিৰো'ৰ জীৱন দৰ্শনৰ এয়া এক সম্যক উদাহৰণ। এফালে এক সহজবোধ্য ন্যায়ৰ দ্বাৰা চালিত জীৱন-পদ্ধতি আৰু আনফালে বীৰোচিত সাহস, কাৰ্যক্ষমতা, দৃঢ়তা—এনে গুণৰ বাবেই সি তাৰ সমাদৰ্শৰ বনুৱাসকলৰ মাজত এজন আদৰ্শ বীৰ। অৱশ্যে পূৰ্বতেই কোৱা হৈছে, কোনো জ্ঞানলব্ধ দৰ্শন বা প্ৰকৃত অৰ্থৰ যুক্তিনিষ্ঠ চিন্তাৰ দ্বাৰা সি পৰিচালিত নহয়। বনুৱাবোৰক বঞ্চিত কৰি, তেওঁলোকৰ প্ৰাপ্য সুবিধাবোৰ কাঢ়ি নি কোম্পানী আৰু তাৰ বৰ বিষয়াবোৰ দিনে দিনে চহকী হৈ গৈছে—ইয়াকে সি বুজিছে আৰু গতিকে এই অন্যায়ৰ বিৰুদ্ধে থিয় দিছে। আৰু এবাৰ থিয় দি ওলাই আহিছে তাৰ পিছত তাৰ মনলৈ আৰু কোনো সংশয় বা দ্বিধা অহা নাই।

হেমিংওৱেৰ 'ফৰ হুম্ ডা বেল্ ট'ল্‌চ্' অনুবাদ কৰাৰ পিছত ৰচিত এই উপন্যাসতহে যে হেমিংওৱেৰ 'কোড হিৰো'ৰ প্ৰকৃতৰ এক কেন্দ্ৰীয় চৰিত্ৰই ভুমুকি মাৰিলে, সেইটো নহয়। এই উপন্যাস অনুবাদ কৰাৰ পিছত ৰচিত একাধিক উপন্যাসত এনে প্ৰকৃতিৰ এটা চৰিত্ৰ লগ পোৱা যায়। উদাহৰণ-স্বৰূপে 'বল্লৰী' ( ১৯৭৩ ) উপন্যাসৰ ফুকনৰ চৰিত্ৰটিও প্ৰায় সমপৰ্যায়ৰ। অৱশ্যে এই সন্দৰ্ভত এই কথা ক'ব পাৰি যে ডিগবৈৰ একেটা বনুৱা ধৰ্মঘটক কেন্দ্ৰ কৰি ৰচনা কৰা এই দুখন উপন্যাসৰ 'প্ৰতিপদ' উপন্যাসখনে ফুটাই তুলিছে চহৰখনৰ এটা নিৰ্দিষ্ট সময়ৰ ৰাজনৈতিক দিশটো আৰু 'বল্লৰী'যে ফুটাই তুলিছে সেই সময়ৰে সামাজিক দিশটো। ফুকন আৰু ডিম্বেশ্বৰ ওৰফে গিয়াছুদ্দিনৰ চৰিত্ৰ হেমিংওৱেৰ 'কোড হিৰো'ৰ প্ৰভাৱত সৃষ্ট বুলি কওঁতে আৰু এষাৰ কথা উনুকিয়াই থোৱা ভাল হ'ব। 'প্ৰতিপদ'ৰ ডিম্বেশ্বৰ বা 'বল্লৰী'ৰ ফুকনৰ আদি ৰূপ হৰাচলতে ডিগবৈৰ তেল ধৰ্মঘটৰ সময়ৰ এজন বাস্তৱ লোক—ডিম্বেশ্বৰ বৰুৱা। তেওঁৰ জীৱনৰ সঁচা ঘটনায়েই উপন্যাস দুখনত স্থান পাইছে; তেওঁলোকৰ প্ৰকৃতিহে মাথোন হেমিংওৱেৰ কেন্দ্ৰীয় চৰিত্ৰসমূহৰ ঠাঁচত গঢ়া হৈছে। এনে প্ৰকৃতিৰ চৰিত্ৰ ১৯৭০ চনৰ পূৰ্বৰ অথবা 'ফৰ হুম্ ডা বেল্ ট'ল্‌চ্' অনুবাদ কৰাৰ আগৰ উপন্যাসত নাই। অৱশ্যে ভট্টাচাৰ্যৰ দ্বিতীয় উপন্যাস

'আই'ৰ ( ১৯৬০ ) ৰজতৰ চৰিত্ৰটোৰ বহু কথা এই শ্ৰেণীৰ চৰিত্ৰৰ লগত মিলে। সেয়ে হ'লেও দুঃশাসন হৈ শত্ৰুৰ ৰক্ত পান কৰিব খোজা ৰজতৰ সহজ বুদ্ধিৰে ঢুকি পোৱা আদৰ্শগত দিশটো নাই বাবে সি ডিম্বেশ্বৰৰ প্ৰকৃতিৰ সম্পূৰ্ণৰূপে নহয়। এই শত্ৰুৰ ৰক্ত পান কৰিব খোজা দুঃশাসনৰ শ্ৰেণীৰ চৰিত্ৰৰ প্ৰতি থকা লেখকৰ মোহেই শেষত হেমিংওৱেৰ সুখকৰ প্ৰভাৱত হয়তো জন্ম দিব পাৰিলে ডিম্বেশ্বৰৰ শ্ৰেণীৰ চৰিত্ৰ। এইখিনিতে মন কৰিবলগীয়া কথা, ড° কটকীয়ে তেওঁৰ 'স্বৰাজোত্তৰ অসমীয়া উপন্যাস' ( ১৯৭৯ ) গ্ৰন্থত 'আই' উপন্যাসৰ বাছাৰ চৰিত্ৰয়েই ডিম্বেশ্বৰলৈ পৰ্যবসিত হৈছে বুলি মন্তব্য কৰিছে ( পৃঃ ৪৩ )। কিন্তু বাছাৰ নৈতিকতাৰ ধাৰণা যথাৰ্থ নৈতিকতাৰ ধাৰণা। সি অকল সহজ বুদ্ধিৰে পৰিচালিত বুলি। উপন্যাসখনত আভাস নাই। প্ৰাপ্ত-বয়স্ক অৱস্থাত হৃদয় আৰু মগজু উভয়ৰ পৰিচালনাত চলা সি এজন সৎ লোক হ'বগৈ বুলি আনহাতে উপন্যাসখনত আভাসৰ অভাৱ নাই। এনে স্থলত তাৰ চৰিত্ৰয়েই পিছত 'প্ৰতিপদ'ত ডিম্বেশ্বৰৰ চৰিত্ৰলৈ পৰ্যবসিত হোৱা বুলি কোৱা মানে ডিম্বেশ্বৰ এজন সৰ্বজনগ্ৰাহ্য সৎ, আদৰ্শ লোক বুলি ইংগিত দিয়া। কিন্তু ডিম্বেশ্বৰ যে দৰাচলতে এনে এজন সাধাৰণ সৎ, আদৰ্শ লোক নহয়, তাৰ পৰিচয় দেখুৱাই অহা হৈছে। সেয়েহে 'আই'ৰ ৰজতৰ চৰিত্ৰহে দৰাচলতে পিছলৈ হেমিংওৱেৰ প্ৰভাৱত ডিম্বেশ্বৰৰ চৰিত্ৰত পৰ্যবসিত হৈছে।

সি যি কি নহওক, হেমিংওৱেৰ প্ৰভাৱত সৃষ্টি কৰা গিয়াছুদ্দিনৰ দৰে অন্য এক জীৱন্ত, আকৰ্ষণীয় চৰিত্ৰ হ'ল 'প্ৰতিপদ'ৰ সৈতে একে বছৰতে প্ৰকাশিত উপন্যাস 'মৃত্যুঞ্জয়'ৰ[৫] (১৯৭০) ধনপুৰৰ চৰিত্ৰটি। নিষ্ঠা, কাৰ্যক্ষমতা, সবল ব্যক্তিত্ব আৰু বাস্তৱমুখিতা—এনেবোৰ গুণৰ বাবে ধনপুৰো গিয়াছুদ্দিনৰ দৰে উপন্যাসখনত আকৰ্ষণৰ কেন্দ্ৰবিন্দু। তথাপি ধনপুৰো গিয়াছুদ্দিনৰ দৰে বহুতো লোকৰ বাবে আদৰ্শ নহৈ ঘৃণাৰ পাত্ৰ হোৱা অসম্ভৱ নহয়। সকলো কথাতে তাক অযথা আদৰ্শনীয় কৰিবলৈ লেখকে ক'তো চেষ্টা কৰা নাই। সেয়েহে "পঢ়া-শুনাত সি সকৰে পৰা অমনোযোগী "(পৃঃ ৩-৪), "বিশেষ চেষ্টাৰ বলতো হাইস্কুলৰ দেওনা পাৰ হ'ব নোৱাৰা, ধূমপানাসক্ত" (পৃঃ ১), তাৰ আঙুলি এনে মোটোহা যে "গাঁৱলীয়া প্ৰবাদমতে এনে আঙুলিৰ মানুহে বিনাদ্বিধায় লোকক হত্যা কৰিব পাৰে।" (পৃঃ ১-২) কিন্তু ইপিনে সিয়ে আকৌ "থামি ডাঠ, বাহুবলী" (পৃঃ ৭৬)। তাৰ "ৰবাৰ টেঙা যেন··· গোল মুখ।[৬] বেক ব্ৰাচ কৰা চুলিৰে সৈতে অতিকায় বীৰ্যবান দেহটোৰ অবিস্মৰণীয় বৈশিষ্ট্য হৈছে বিশাল লোচনৰ দৃষ্টি। সেই দৃষ্টিত

যেন সংবৰ্তক অগ্নিহে বিৰাজ কৰিছে।" (পৃঃ ১) দৈহিক গঠনত, বলত, সাহসত সি যিমান প্ৰশংসনীয় তাতৈ চাই মানসিক গুণত সি সিমান চহকী নহয়। লেখকৰ ভাষাত, "তাৰ ভৰা শক্তিও নাই··· কিন্তু তাৰ এটা ধৰিব পৰা শক্তি আছে, তাৰে বিথিনি ধৰিব পাৰে ধৰে।" (পৃঃ ৫৮) এনেদৰে মগজুৰ সহায়ত জীয়াই নাথাকি ইন্দ্ৰিয়ৰ সহায়ত জীয়াই থকাতেই সি সোঁৱৰায় হেমিংওৱেৰ 'কোড হিৰো'বোৰলৈ। মানসিক দিশৰ এনে দাৰিদ্ৰ্য সত্বেও হেমিংওৱেৰ প্ৰধান চৰিত্ৰবোৰৰ দৰে, আৰু 'প্ৰতিপদ'ৰ গিয়াছুদ্দিনৰ দৰে, ধনপুৰৰো সহজ বুদ্ধিৰে অনুধাবন কৰা এটা আদৰ্শ আছে। তাৰ সহজ বুদ্ধিৰে ঢুকি পোৱা সৎ-অসতৰ সৰল ধাৰণা এটিৰ ওপৰত প্ৰতিষ্ঠিত এই আদৰ্শ। সেই আদৰ্শৰ বাবেই সি বিদেশী চৰকাৰ ওফৰাবলৈ স্বাধীনতা আন্দোলনত নামিছে; আৰু এই স্বাধীনতাৰ বাবেই সি কূটাঘাতমূলক কাৰ্য কৰিবলৈকো দ্বিধা বোধ কৰা নাই। কিন্তু কূটাঘাতমূলক কাৰ্যত অৱতীৰ্ণ হৈও সি পৰোপকাৰ, সৌজন্য আদি মানৱীয় গুণবোৰ পৰিহাৰ কৰা নাই। শত্ৰুৰ গুলীত আহত হোৱাৰ পিছত তাক তাৰ লগৰবোৰে আঁতৰাই নিব খোজোঁতে, সি লগৰবোৰক বুজনি দিছে, "আৰু কঢ়িয়াই নি কি লাভ? আপোনালোক যাওক প্ৰভু ঈশ্বৰ। মই আৰু চৌবিশ ঘণ্টাও বাচি নেথাকো যেন লাগিছে। মিছাকে এইদৰে কষ্ট কৰে কিয়?" (পৃঃ ১৮৯)। মৃত্যুৰ শীতল স্পৰ্শ শৰীৰত অনুভৱ কৰিও সি পৰোপকাৰ, কৰ্তব্য-নিষ্ঠা আদিত পূৰ্বৰ দৰে অৱল অচৰ। সেয়েহে মৃত্যুৰ আগমুহূৰ্ততো দলপতিৰ বাবে তাৰ মংগল চিন্তা আৰু সৌজন্যবোধ, "দধি, তুমি এই শিলচটাতে আগবাঢ়ি থাকিবা। গোসাঁইহঁতৰ বাট হেৰাব পাৰে। আৰু দেখা নহ'ব বুলি কৰা" (পৃঃ ২০০)।

কঠোৰতা আৰু কোমলতাৰ এনে সংমিশ্ৰণৰ এই 'কোড্ হিৰো'জনৰ কেইবাটাও পৰিস্থিতি হেমিংওৱেৰ 'ফৰ্ হুম্ ডা বেল্ ট'লচ্'ৰ নায়ক ৰবাৰ্ট জৰ্ডানে সম্মুখীন হোৱাৰ পৰিস্থিতিৰ লগত একে। এই বিষয়ে বিতং আলোচনা কৰিম কাহিনীৰ ক্ষেত্ৰত এই দুই উপন্যাসৰ মিলৰ আলোচনাত। সম্প্ৰতি ধনপুৰ আৰু ৰবাৰ্ট জৰ্ডানৰ 'কোড্ হিৰো" ৰূপে থকা এটি বিশেষ মিলৰ উদাহৰণেৰে চৰিত্ৰ সৃষ্টিত বীৰেন ভট্টচাৰ্যৰ ওপৰত হেমিংওৱেৰ প্ৰভাৱৰ কথা সামৰোঁ। 'ফৰ্ হুম্ ডা বেল্ ট'লচ্'ত ৰবাৰ্ট জৰ্ডানে যেতিয়া শত্ৰুৰ গুলীত আহত হৈ মৃত্যু মুখত পৰিছে, তেতিয়া মৃত্যুৰ মুখামুখি সেই অৱস্থাত সি অনুভৱ কৰিছে তাৰ প্ৰেমিকাৰ প্ৰতি আৰু এই পৃথিৱীখনিৰ প্ৰতি তাৰ প্ৰেমৰ গভীৰতা। ইহ

জগতৰ সকলো এৰি যাবলৈ প্ৰস্তুত হৈও এই দুইৰ পৰা আঁতৰি যাবলৈ সি প্ৰস্তুত হ'ব নোৱাৰে।

ধনপুৰৰ চৰিত্ৰটিৰ বাহিৰে 'মৃত্যুঞ্জয়' উপন্যাসৰ আনটি প্ৰধান চৰিত্ৰ মহদানন্দ গোসাঁইৰ চৰিত্ৰত শেক্‌ছপীয়েৰৰ 'জুলিয়াছ্‌ চীজাৰ' নাটকৰ ব্ৰুটাছৰ চৰিত্ৰৰ ছাঁ অনুমান কৰিব পাৰি। এই ছাঁ বিশেষকৈ ধৰা পৰে মানসিক সংঘাতৰ ক্ষেত্ৰত। শেক্‌ছ্‌পীয়েৰৰ ব্ৰুটাছ্‌ ন্যায়পৰায়ণ, চিন্তাশীল, গুণী-জ্ঞানী লোক। এনে এক সমাজৰ সন্মানিত, নেতৃস্থানীয় লোকে দেখিলে—জুলিয়াছ্‌ চীজাৰক হত্যা নকৰিলে দেশৰ মংগল নহ'ব। অথচ হত্যাকাণ্ডৰ দৰে ৰক্তাক্ত কাম এটা তেওঁৰ অহিংস, নৈতিকতাবাদী স্বভাৱে ন্যায়সংগত বুলি ল'ব নোৱাৰে। এনে অৱস্থাত তেওঁ তীব্ৰ মানসিক সংঘাতৰ সন্মুখীন হৈছে আৰু ভাবিছে, যদিহে চীজাৰৰ ৰক্তপাত নকৰাকৈ তেওঁৰ অন্তৰাত্মাক আঁতৰাই আনিব পৰা গ'লহেঁতেন।

> O, that we could come by Caesar's spirit,
> And not dismember Caesar! But, alas,
> Caesar must bleed for it
>
> (Act II, Sc. i, ll. 169-171)

'মৃত্যুঞ্জয়'ৰ মহদা গোসাঁয়ো বৈষ্ণৱ পৰম্পৰাৰ অহিংসাবাদী সত্ৰৰ গোসাঁই। তেওঁৰ প্ৰদৰ্শিত ধৰ্মৰ পথৰ বাবে সমাজৰ অন্য দহজনে তেওঁৰ পিয়ে চায়। এনেহেন এজন ন্যায় পৰায়ণ নেতৃস্থানীয় লোকে উপলব্ধি কৰিলে হিংসাৰ আশ্ৰয় নললে দেশৰ মংগল কোনকালে নহ'ব। হিংসাৰ আশ্ৰয় তেওঁ ললে। তেনে অৱস্থাত তেওঁৰো মানসিক সংঘাত ব্ৰুটাচৰ সংঘাতৰ দৰেই :

> গোসাঁইৰ হাত দুখনত তেতিয়াও মানুহৰ কেঁচা তেজ লাগি আছিল ; সেই তেজৰ দাগৰ পৰশ মানুহটোৱে সহ্য কৰিব পৰা নাছিল। অলপ দূৰ গৈ মানুহটোৰ হাত ভৰ কঁপৰলৈ ধৰিলে· এবাৰ মনৰ আবেগ দমন কৰিব নোৱাৰি মানুহটোৱে ক'লে, মানুহ নমৰাকৈ যদি যুঁজিব পাৰিলোঁহেঁতেন, তেন্তে কিমান সুন্দৰ হ'লহেঁতেন। (পৃ. ২০৪)

'মৃত্যুঞ্জয়'ৰ চৰিত্ৰ সৃষ্টিৰ ক্ষেত্ৰত পৰা বিদেশী প্ৰভাৱৰ পৰা কাহিনীৰ ওপৰত পৰা প্ৰভাৱৰ ক্ষেত্ৰলৈ আহোঁ। 'প্ৰতিপদ'ৰ আংগিক আছিল হেমিংওৱেৰ 'ফৰ্ হুম্ ডা বেল্ ট'ল্‌চ'ৰ আংগিক। 'মৃত্যুঞ্জয়'ৰ আংগিক পৰম্পৰাগত আংগিক ; ইয়াত অন্য কোনো লেখকৰ প্ৰভাৱ নাই। ইয়াৰ

কাহিনী আনহাতে যদিও অসমৰ স্বাধীনতা আন্দোলনৰ এটি সঁচা ঘটনাক কেন্দ্ৰ কৰি আৰু সেই ঘটনাত জড়িত বাস্তৱ লোকবোৰক চৰিত্ৰ হিচাপে লৈয়েই ৰচিত, তথাপি ইয়াত হেমিংওৱেৰ 'ফৰ্ হুম্ ডা বেল্ ট'ল্‌চ'ৰ কাহিনীৰ প্ৰভাৱ স্পষ্ট। 'ফৰ্ হুম্ ডা বেল্ ট'ল্‌চ'ত স্পেইনৰ গৃহযুদ্ধৰ সময়ত (১৯৩৬-৩৭) ৰিপাব্লিকান দলৰ নিৰ্দেশ অনুসৰি এটি গৰিলা দলে এখন দলং বোমাৰে উৰুৱাই প্ৰতিপক্ষ ফেচিষ্ট দলক বাধা দিয়াৰ কাহিনী অংকন কৰা হৈছে। ইয়াকে কৰোঁতে দলটোৰ কেন্দ্ৰীয় চৰিত্ৰ ৰবাৰ্ট জৰ্ডান মাৰাত্মকভাৱে আহত হৈছে আৰু সোন-কালেই সেই আঘাতত তেওঁৰ মৃত্যু হৈছে। এনেকৈয়েই চৰিত্ৰটিয়ে বীৰোচিত-ভাৱে তেওঁৰ দলৰ উদ্দেশ্য সাধন কৰিছে। ঠিক একেদৰে 'মৃত্যুঞ্জয়' উপন্যাসতো স্বাধীনতা আন্দোলনত সহিংস আন্দোলনৰ পথ লোৱা কেতবোৰ যুঁজাৰুৱে গৰিলা উপায়ে ৰেল আলিৰ চিৰী খুলি ৰেল এখন বগৰাইছে। এই কামত নিযুক্ত প্ৰধান চৰিত্ৰ ধনপুৰো এই অভিযানত মাৰাত্মকভাৱে আহত হৈছে আৰু সোনকালেই তেওঁৰ মৃত্যু হৈছে। তথাপি ৰবাৰ্ট জৰ্ডানৰ দৰে নিজৰ প্ৰাণ বলি দি দলৰ উদ্দেশ্য তেওঁ সাধন কৰিছে।

'ফৰ্ হুম্'ত ৰবাৰ্ট জৰ্ডানে শত্ৰুৰ হাতত নিপীড়িত, লাঞ্ছিত আৰু সতীত্বনাশ হোৱা ছোৱালী এজনীক ভাল পাই বিয়া কৰাবলৈ সিদ্ধান্ত লৈছে। 'মৃত্যুঞ্জয়'তো ধনপুৱে বৃটিছ চৰকাৰৰ সৈন্যৰ হাতত নিপীড়িত, লাঞ্ছিত, আৰু সতীত্বনাশ হোৱা ছোৱালী সুভদ্ৰাক ভাল পাই বিয়া কৰাবলৈ সিদ্ধান্ত লৈছে। অৱশ্যে এই দুয়োটা প্ৰেমৰ ঘটনাৰ অগ্ৰগতি আৰু পৰিণতি একে নহয়। জৰ্ডান আৰু মেৰিয়াৰ গাৰিলা-শিবিৰৰ প্ৰেম প্ৰায় মুক্ত প্ৰেম; তেওঁলোকৰ ভাৱৰ আদান-প্ৰদান আৰু মিলনত কোনো বাধা নাই। মেৰিয়াৰ পিতৃ আৰু পৰিয়ালৰ ৰাজনৈতিক আদৰ্শৰ বাবে পৰিয়ালৰ আৰু মেৰিয়াৰ ওপৰত বিৰোধী ৰাজনৈতিক দলৰ অত্যাচাৰৰ কথা জনাৰ পিছত জৰ্ডানৰ তাইৰ প্ৰতি ভাল পোৱা গভীৰ আৰু দৃঢ় হৈছে যদিও, মাৰাত্মকভাৱে ৰবাৰ্ট জৰ্ডান আহত হোৱাৰ পিছত নিজৰ মৃত্যু অৱশ্যম্ভাৱী বুলি জানি মেৰিয়াক তেওঁ নিজে জোৰকৈ আঁতৰাই পঠিয়াইছে। ধনপুৰেও ৰাজনৈতিক আদৰ্শৰ বাবে সুভদ্ৰা শত্ৰুৰ হাতৰ বলি হোৱা বুলি জনাৰ পিছত সুভদ্ৰাৰ প্ৰতি তেওঁৰ প্ৰেম গভীৰ আৰু দৃঢ় হৈছে আৰু তেওঁক বিয়া কৰাবলৈ সংকল্প লৈছে। কিন্তু তেওঁৰ অজ্ঞাতসাৰে সুভদ্ৰাই লাঞ্ছনা সহ্য কৰিব নোৱাৰি আত্মহত্যা কৰিছে। জৰ্ডান আৰু মেৰিয়াৰ দৰে সুভদ্ৰা আৰু ধনপুৰৰ প্ৰেম মুক্তও নহয়। সিহঁতৰ ইটোৰ

প্ৰতি সিটোৰ প্ৰেম অন্তঃসলিলা ফল্গুৰ দৰে ভাৰতীয় সমাজত হ'ব পৰা বিধৰ প্ৰেম। গতিকে মোৰিয়া জৰ্ডানৰ প্ৰেমৰ কাহিনীৰ ছাঁ, ধনপুৰ সুভদ্ৰাৰ প্ৰেমৰ কাহিনীত থাকিলেও ভট্টাচাৰ্যই ইয়াক ভাৰতীয় ৰূপ দি নিজৰ প্ৰতিভাৰ চিনাকি দিছে।

দুয়োখন উপন্যাসৰ কাহিনীৰ চূড়ান্ত ঘটনাৰ পটভূমিত প্ৰায় একে—পৰ্বতীয়া হাবি। অৱশ্যে 'ফৰ্ হুম'ৰ সমগ্ৰ কাহিনী এই হাবিতেই ঘটে, 'মৃত্যুঞ্জয়' কাহিনীৰ পটভূমি কিন্তু সমগ্ৰ নগাঁও জিলা বুলি ক'ব পাৰি, যদিও বিশেষভাবে ইয়াৰ পটভূমি হ'ল মায়ং অঞ্চল।

হেমিংওৱেৰ উপন্যাসৰ গৰিলা দলটোৰ কাৰ্য আৰু ভট্টাচাৰ্যৰ উপন্যাসৰ কংগ্ৰেছ দলৰ গৰিলা দলটোৰ কাৰ্য যদিও একে ধ্বংসাত্মক, তথাপি দুয়োটা দলৰ আদৰ্শ একে নহয়। 'ফৰ হুম দা বেল্ ট'ল্চ'ত গৰিলা দলটোৰ হিংসাত্মক কাৰ্য মূল ৰিপাব্লিকান দলটোৰ আদৰ্শৰ পৰা ভিন্ন নহয়। দৰাচলতে ইয়াত মূল দলটোৱেই গৰিলা দলটোক ধ্বংসাত্মক কাৰ্যটো কৰিবলৈ নিৰ্দেশ দিছে। 'মৃত্যুঞ্জয়'ৰ গৰিলা দলটোৰ হিংসাত্মক কাযটো আনহাতে মূল দল কংগ্ৰেচৰ আদৰ্শৰ সম্পূৰ্ণ বিপৰীত। সেয়েহে ইয়াত গৰিলাটোৱে মূল দল কংগ্ৰেছৰ নিৰ্দেশ নোহোৱাকৈয়ে এই কামটো কৰিছে। ইয়াৰ বাবে গৰিলা দলটোৰ দলপতি গোসাঁই তীব্ৰ নৈতিক দ্বন্দ্বৰ সন্মুখীন হৈছে আৰু এই দ্বন্দ্বটোৱে বহু পৰিমাণে উপন্যাসখন উচ্চ পৰ্যায়লৈ লৈ যোৱাত সহায় কৰিছে। গতিকে ভট্টাচাৰ্যৰ উপন্যাসখনৰ কেন্দ্ৰীয় ঘটনাটো হেমিংওৱেৰ উপন্যাসৰ কেন্দ্ৰীয় ঘটনাৰ ছাঁ হোৱা সত্বেও ইয়াত বীৰেন ভট্টাচাৰ্যৰ নিজস্ব প্ৰতিভাৰ স্বাক্ষৰ সুস্পষ্ট।

ৰেল বগৰোৱা অভিযানত কৃতকাৰ্য হৈয়ো শত্ৰুৰ গুলীত আহত হৈ মৃত্যুৰ ক্ষণ গণা ধনপুৰৰ শাৰীৰিক আৰু মানসিক অৱস্থা দলং ভাঙি দিয়া কাৰ্যত কৃতকাৰ্য হৈয়ো মৃত্যুৰ মুখত পৰা ৰবাৰ্ট জৰ্ডানৰ অৱস্থাৰ লগত একে। 'ফৰ্ হুম ডা বেল্ ট'লচ্'ত ডিনামাইটৰ সহায়ত দলংখন বগৰোৱাৰ লগে লগে জৰ্ডানৰ বাঁও ভৰিটোত শত্ৰুপক্ষৰ গুলী লাগে। তেনে অৱস্থাত এয়া জৰ্ডানৰ শাৰীৰিক আৰু মানসিক অৱস্থা :

> তাৰ পিছত পাছলৈ ঘূৰি দলঙৰ পিনে চাওঁতেই দেখিলে, ৰাস্তাৰ ওপৰত থকা সেই মটীয়া ৰঙৰ গধুৰ আপচু টেংকখনৰ পৰা ধূইৰ কিৰিঙতি ওলাইছে। কিন্তু এইবাৰ হোচ হোচ শব্দ শুনিলে—মাত্ৰ পালে এটা

উৎকট গোন্ধ, আৰু লগতে শুনিলে অন্‌অনাই যোৱা এটা প্ৰকাণ্ড শব্দ— যেন এটা বয়লাৰহে ফাটি চিৰাচিৰ হ'ল।...

তেওঁ লৰচৰ কৰিব নোৱাৰা হ'ল, এনে নহয়। তেওঁ সোঁফালে কোনে-মতে যাব পাৰিছে। কিন্তু সোঁহাতে গ'লেও ঘোঁৰাৰ তলত চেপেটা খাই থকা তেওঁৰ বাওঁ ভৰিটো একেবাৰে অচল হৈ পৰি আছে। তেওঁৰ ধাৰণা হ'ল, ভৰিটোত যেন এটি নতুন সাঁফিৰ উদ্ভৱ হৈছে,—উকৰ সাঁফি নহয়, আন এটা সাঁফি—যিটো কব্জাৰ দৰে ইফালে সিফালে ঘুৰে; কি হৈছে তেওঁ লাহে লাহে গম পালে। ( বীৰেন ভট্টাচাৰ্যৰ অনুবাদ, পৃ. ৫৯৬ )

পিছলৈ ঠেটেলা খাই শুৱি হৈ যোৱা ভৰিখন লৈ জৰ্ডানে নিজে নিজে ভাবিছে এনেদৰে: "মৰিব লাগিব বুলি যদি জানিছাই—তেনেহ'লে মৰিবলৈ ভয় কিহৰ? কি কোৱা? শুঁচো, সঁচাই, ভয় কৰিব লগীয়া একো নাই। এই স্নায়ুবোৰ ঠেটেলা খাই যোৱাটো বৰং ভালেই হৈছে। হাড় য'ত ভাগিছে— তাৰ তলৰ ছোৱাত কিবা বাকী আছে বুলি মই ধৰিব পৰা নাই।" ( পৃ. ৬০৬ )

ইয়াৰ বিপৰীতে ধনপুৰৰ ভৰিত আঘাত পোৱা অৱস্থাৰ বিৱৰণ 'মৃত্যুঞ্জয়' উপন্যাসত মন কৰিব পাৰি। ৰেল আলিৰ কিছু প্লেট উঠোৱা কাৰ্যৰ নিজৰ ভাগ সহজে সম্পাদন কৰি লগৰজনৰ ভাগো সিয়েই কৰি দিয়াৰ পিছতেই শত্ৰুপক্ষৰ গুলী ধনপুৰৰ সোঁভৰিটোত লাগিল।

সি ওপৰলৈ উঠি গৈ আছে। হঠাতে সোঁভৰিটো ভাগি যোৱা যেন পালে। খুব যন্ত্ৰণা হৈছে। ভৰিটো লৰচৰ কৰিব পৰা নাই। অ', এটা শব্দও আহি কাণত পৰিছেহি। গুলীৰ শব্দ। ( পৃ. ১৮০ )

ইয়াৰ কিছু পিছৰ এয়া ধনপুৰৰ মানসিক প্ৰতিক্ৰিয়া:

সোঁ ভৰিটোৰ কলাফুলটো অৱশ্যে যন্ত্ৰণাত লৰচৰ কৰিব নোৱাৰা হৈছিল। ( কষ্টত ) মুখখন ক'লা পৰি গ'ল। কিন্তু তাৰ ইচ্ছা-শক্তি অদম্য আছিল। ওপৰ পাবলে মাথোন আৰু এটা চিপৰ দৰ্কাৰ। সি জৰীডালত ধৰি পুনৰ বগুৱা বাবলৈ ধৰিলে। এইবাৰ ভৰি চোঁচোৰা খাই গ'ল। কিন্তু সি কোনো ৰকম ওপৰ পালেগৈ —। ওপৰ পোৱাৰ লগে লগে তাৰ সোঁভৰিখন নাই যেন বোধ হ'ল। ( পৃ. ১৮৫—১৮৬ )

এনে আহত অৱস্থাত উপন্যাস দুখনিৰ দুয়োটি চৰিত্ৰৰ নিজৰ নিজৰ প্ৰেমিকাৰ প্ৰতি কিছু ভিন্ন ৰূপত আকৰ্ষণৰ অনুভৱৰ কথা আগতে উল্লিখিত্ৱা হৈছে। লগে লগেদুয়োৱে অনুভৱ কৰিছে সম্পূৰ্ণ একেদৰে পৃথিৱীখনৰ প্ৰতি এক

দুৰ্বাৰ আকৰ্ষণ। এয়া ৰবাৰ্ট জৰ্ডান: "পৃথিৱীখন বৰ ধুনীয়া ঠাই—ইয়াৰ কাৰণে যুঁজ কৰি ভাল লাগে। এনেহেন ধুনীয়া পৃথিৱী এৰি যাবলৈ টান।" (পৃ ৬০৬) আৰু এয়া ধনপুৰ: 'আকৌনো এই সংসাৰলৈ ক'ত আহিব সি? পিছে আকৌ বাঁতপুৰাৰ বেলি জানো সি দেখা পাব?" (পৃ ২০৪)

এইখোৰৰপৰা বুজিব পাৰি 'ফৰ্ হুম'ৰ কাহিনীটোৰ ছাঁ 'মৃত্যুঞ্জয়' উপন্যাসত আছে, যিদৰে দুয়োখন উপন্যাসৰ দুটি প্ৰধান চৰিত্ৰৰ প্ৰকৃতি আৰু ভূমিকাও প্ৰায় একেই। তৎসত্ত্বেও ধনপুৰ কিন্তু জৰ্ডানৰ নকল নহয়, বীৰেন ভট্টাচাৰ্যৰ প্ৰতিভাৰ ছাপ আৰু অসমীয়া সমাজৰ ছাপ তাৰ ওপৰত আছে। ঠিক তেনেকৈ 'মৃত্যুঞ্জয়' উপন্যাসৰ কাহিনী আৰু ঘটনাবিশেষো 'ফৰ্ হুম্ দা বেল ট'ল্‌চ'ৰ কাহিনী আৰু ঘটনাবিশেষৰ অনুকৰণ মাথোন নহয়, ইয়াতে ভট্টাচাৰ্যৰ নিজস্ব পৰিকল্পনাৰ ছাপ আছে। তদুপৰি 'মৃত্যুঞ্জয়' উপন্যাসে ভাৰতৰ স্বাধীনতা আন্দোলনৰ আটাইতকৈ গুৰুত্বৰ কালছোৱাৰ অসমখনৰ সেই আন্দোলনৰ এটি দিশ ইয়াত জীৱন্ত ৰূপত পৰিস্ফুটিত কৰিছে। অসমীয়া পৰম্পৰাগত সমাজখন আৰু গান্ধীয়ে তথা স্বাধীনতা আন্দোলনে তাত পেলোৱা প্ৰভাৱো এই উপন্যাসে আতি সুন্দৰকৈ অংকিত কৰিছে। এইবোৰ কথাই উপন্যাসৰ পাঠকৰ মনত প্ৰকটভাৱে ধৰা পৰে, তেনে অৱস্থাত বিদেশী উপন্যাসৰ ছাঁই পাঠকক ইয়াত আমনি নিদি আনন্দহে দান কৰে।

ভট্টাচাৰ্যৰ উপন্যাসত তেওঁৰ ধ্যান ধাৰণা বা চিন্তাৰ ওপৰত পৰা পাশ্চাত্য প্ৰভাৱৰ কথালৈ আহোঁহক। 'ৰাজপথে ৰিঙিয়ায়'ত যি সমাজবাদৰ কথা কোৱা হৈছে সি যদিও পাশ্চাত্যৰপৰাই অহা তথাপি ই প্ৰত্যক্ষভাৱে পাশ্চাত্যৰপৰা ভট্টাচাৰ্যৰ উপন্যাসলৈ অহা নাই, সমসাময়িক ভাৰতীয় সমাজৰ আৰু জনমানসৰ চিন্তাৰ আৰু ৰাজনৈতিক আন্দোলনৰপৰাই ভট্টাচাৰ্যৰ মনলৈ আৰু উপন্যাসলৈ আহিছে। 'ইয়াৰুইংগম' আৰু 'মৃত্যুঞ্জয়'ৰ যি স্বাধীনতাৰ আদৰ্শ সি যদিও আন্তৰ্জাতিক পটভূমিৰ ঔপনিবেশিক আৰু সাম্ৰাজ্যবাদী সংঘাতে সৃষ্টি কৰা এটি সমসাময়িক ৰাজনৈতিক আদৰ্শ, তথাপি সিও ভট্টাচাৰ্যৰ মনলৈ আৰু উপন্যাসলৈ ভাৰতৰ বাহিৰৰপৰা প্ৰত্যক্ষভাৱে অহা নাই। 'প্ৰতিপদ'ৰ সমাজবাদৰ আদৰ্শৰ বিষয়েও 'ৰাজপথে ৰিঙিয়ায়'ৰ সমাজবাদৰ বিষয়ে দিয়া মন্তব্যকেই দিব পাৰি। 'প্ৰতিপদ'ত ধৰা পৰা সমাজবাদৰ আদৰ্শ হ'ল তৃতীয় দশকত পাশ্চাত্য সাহিত্যত গা কৰা প্ৰগতিবাদৰ আদৰ্শ।

তৃতীয় সংখ্যা 'সংলাপ'ত (এপ্ৰিল, ১৯৭৩) সেই আলোচনীৰ সম্পাদক

শ্ৰীভবেন বৰুৱাই 'প্ৰতিপদ' উপন্যাসখন স্বাধীনোত্তৰ অসমীয়া সাহিত্যৰ দহখন শ্ৰেষ্ঠ গ্ৰন্থৰ এখন বুলি দাবী কৰি এই বিষয়ে কেইটামান উক্তি কৰিছিল। অৱশ্যে সেইবোৰৰ বাক্য গাঁথনিৰ জটিলতা আৰু তাত ব্যৱহৃত বৰ্ণনাত্মক শব্দ (term) কেতবোৰৰ অৰ্থৰ অস্পষ্টতাৰ বাবে তেখেতৰ মন্তব্যৰ প্ৰকৃত অৰ্থ কি সি অবোধ্য আৰু বিবুদ্ধিকৰ হৈ থাকিল। 'প্ৰতিপদ'ৰ বিষয়ে শ্ৰীবৰুৱাৰ এটি মন্তব্য হ'ল ই "আধুনিক আন্তৰ্জাতিক চেতনাৰ পৰিচয় বহন কৰা আৰু শ্ৰমিক আন্দোলন ৰূপায়িত কৰা প্ৰথম অসমীয়া উপন্যাস।" অন্য দুটি মন্তব্য হ'ল "...সামগ্ৰিক ৰূপত যোৱা পঁচিছ বছৰৰ অসমীয়া উপন্যাসবোৰৰ ভিতৰত আধুনিক যুগৰ চেতনাৰ পৰিপ্ৰেক্ষিতত আটাইতকৈ গুৰুত্বপূৰ্ণ উপন্যাস। এক উদাৰ সামাজিক চেতনা আৰু ঔপন্যাসিকমূলক এক ব্যাপ্তিবোধ সাম্প্ৰতিক কালৰ আধুনিক কথা সাহিত্যিকসকলৰ ভিতৰত এখেতৰ বেছি।" এইবোৰ বাক্যত "আধুনিক চিন্তা-অনুভূতি", "আধুনিক আন্তৰ্জাতিক চেতনা", "আধুনিক যুগৰ চেতনা" আদিৰে বৰুৱাই কি বুজাইছে, তাক বুজিবলৈ টান।

"আধুনিক যুগৰ চেতনা" মানে যদি শ্ৰীবৰুৱাই বৰ্তমান শতাব্দীৰ প্ৰথমাৰ্ধৰ 'আধুনিক চেতনা' (modern consciousness) বুজাইছে, তেন্তে এই কথা সকলোৱে জানে যে 'উদাৰ সামাজিক চেতনা'তকৈ ই ভিন্ন—অৱশ্যে 'উদাৰ সামাজিক চেতনা'ৰ দ্বাৰা যদিহে বৰুৱাই উদাৰতাবাদ অৰ্থ কৰিছে। আধুনিক চেতনা বা আধুনিকতাবাদৰ আভাস দিবলৈ গৈ 'The Modern Tradition' গ্ৰন্থৰ সুদীৰ্ঘ পাতনিত Richard Ellman আৰু Charles Feidelsonএ Lionel Trillingৰ 'The Modern Element in Modern Literature' প্ৰবন্ধটোলৈ আঙুলিয়াই লিখিছে :

> Committed to everything in human experience that mitigates against custom, abstract order, and even reason itself, modern literature has elevated individual existence over socialism, unconscious feeling over self-conscious perception, passion and will over intellection and systematic morals, dynamic vision over the static image, dense actuality over practical reality. (Oxford University Press, New York, 1965, Preface, p. VI)

সামাজিক মানৱতকৈ ব্যক্তিসত্তাৰ অস্তিত্ব, আত্মসচেতন উপলব্ধিতকৈ অজ্ঞাতসাৰ অনুভৱ, মেধাজ্ঞান আৰু পদ্ধতিমূলক নীতিজ্ঞানতকৈ আৱেগিক ইচ্ছা

আদিকেই আধুনিক সাহিত্যত বেছি প্ৰাধান্য দিয়া হয় বুলি লায়নেল্ ট্ৰিলিং বা ওপৰোক্ত সম্পাদকদ্বয়ে কোৱাই অকল নহয়, এইবোৰ আধুনিক সাহিত্যৰ সৰ্বজনবিদিত লক্ষণ। পৰম্পৰাগত সমাজত বিচ্ছিন্নতাবোধ, সেই বিচ্ছিন্নতাৰ-পৰা ওপজা বিষাদ, অতীতৰ সৈতে সংলগ্নহীনতাৰ চেতনা আদিৰ এই সাহিত্যত প্ৰতিফলিত সাধাৰণ লক্ষণ। এনেবোৰ লক্ষণ কিন্তু 'প্ৰতিপদ'ত ধৰা নপৰে। 'চন্দ্ৰেশ্বৰ বা গিয়াচুদ্দিন পৰম্পৰাগত সমাজ আৰু ধৰ্মৰ অৱশ্যে বিৰুদ্ধে এই উপন্যাসত গৈছে। পদ্ধতিমূলক নীতিজ্ঞানতকৈ আবেগিক ইচ্ছা তাৰ বাবে অৱশ্যে বেছি ওপৰৰ। কিন্তু সি আধুনিক মানৱ তথাপি নহয় এই বাবেই যে সি ব্যক্তিসত্তাকেই একমাত্ৰ প্ৰাধান্য কেতিয়াও নিদিয়ে। সমাজৰ প্ৰতি যদিও সি বেপৰোৱা, তথাপি দৰাচলতে সি প্ৰচলিত সমাজ ব্যৱস্থাহে নামানে। তাৰ আদৰ্শৰ সমাজ সি যেতিয়া গঢ়ি তুলিব পাৰিব, সেই সমাজৰ প্ৰতি সি সন্মানশীল আৰু বাধ্য হ'ব। গাতকে 'ৰাজপথে ৰিঙিয়ায়'ত যি কাৰণে আধুনিকতা নাই; 'প্ৰতিপদ'তো সেই একেটা কাৰণতে আধুনিকতা নাই।

"এক উদাৰ সামাজিক চেতনা" উপন্যাসখনত ধৰা পৰাৰ কথা বকৰাই কৈছে। পৰম্পৰাগত অসমীয়া সমাজৰ কঠোৰ নীতি-নিয়মৰ বিপৰীতে ঔদ্যোগিক চহৰ ডিগবৈৰ মিশ্ৰিত অধিবাসীৰ সমাজখনৰ ৰীতি-নীতিৰ ক্ষেত্ৰতো থকা 'ঢিলা ভাবটো ভট্টাচাৰ্যই তেওঁৰ উপন্যাসত অৱশ্যে দেখুৱাইছে। ইয়াকে যদি ঢিলা অৰ্থত শ্ৰীবকৰাই—"উদাৰ সামাজিক চেতনা" বুলিছে, তেন্তে বেলেগ কথা। কিন্তু "উদাৰ সামাজিক চেতনা"ৰ দ্বাৰা যদি উদাৰতাবাদৰ কথা বুজোৱা হৈছে, তেন্তে সি দৰাচলতে 'প্ৰতিপদ'ত নাই। কিয়নো ব্যক্তি স্বাধীনতাৰ দৰে উদাৰতাবাদৰ দুই এক ধাৰণা যদিও উপন্যাসখনত দোহোৰা হৈছে ( গিয়াচুদ্দিন এনে আদৰ্শৰ অনুগামী ), তথাপি উদাৰতাবাদৰ ব্যক্তিগত সম্পত্তি আদিৰ অধিকাৰৰ ক্ষমতাৰ দৰে দুই এক ধাৰণাৰ প্ৰত্যক্ষভাৱে আকৌ এই উপন্যাসত বিৰোধিতা কৰা হৈছে। ব্যক্তি স্বাধীনতাৰ সমৰ্থক গিয়াচুদ্দিনেই ব্যক্তিগত সম্পত্তিৰ বিৰোধী যোদ্ধা। এনে স্থলত ইয়াত উনবিংশ শতাব্দীৰ ইউৰোপত প্ৰচলিত আদৰ্শ উদাৰতাবাদ ভট্টাচাৰ্যৰ উপন্যাসত আছে বুলি কব নোৱাৰি। ভট্টাচাৰ্যৰ এই উপন্যাসত দৰাচলতে আছে তৃতীয় দশকৰ ইউৰোপত গা কৰা প্ৰগতিবাদ। বিংশ শতাব্দীৰ প্ৰথম দুই দশকৰ আধুনিকতাৰ বিৰুদ্ধে তৃতীয় দশকৰ ইউৰোপ আৰু আমেৰিকাত মাৰ্ক্সীয় দৰ্শনৰ প্ৰভাৱত শ্ৰেণী-চেতনামূলক আৰু দ্বন্দ্বাত্মক বস্তুবাদমূলক এক আদৰ্শ গা কৰি উঠিছিল। প্ৰগতিবাদ বুলি

পৰিচিত এই ধাৰণাৰ সাধাৰণ লক্ষণ হ'ল, আধুনিকতাৰ বিচ্ছিন্নতাবাদ, হতাশা, সমাজবিমুখিতা আদিৰ বিপৰীতে এক বিশেষ আদৰ্শৰ সামাজিক গোটৰ ওপৰত আস্থা, শ্ৰেণী ভিত্তিক সংগ্ৰামৰ ওপৰত মূল্যাস্থাপন, মানসিক দৃঢ়তা, আশাবাদ আদি। 'প্ৰতিপদ'ৰ দুটি প্ৰধান চৰিত্ৰ চেটাৰ্জী আৰু গিয়াছুদ্দিনে এনে প্ৰগতিবাদী আদৰ্শৰ অনুধাবনত সাম্ৰাজ্যবাদী বৃটিচ চৰকাৰৰ সমৰ্থিত পুঁজিবাদী উদ্যোগপতিসকলৰ বিপক্ষে সংগ্ৰাম কৰিছে; আৰু এই সংগ্ৰামেই উপন্যাসখনৰ বিষয়বস্তু। গতিকে এই উপন্যাসত পাশ্চাত্যৰ প্ৰগতিবাদৰ প্ৰভাৱহে ধৰা পৰিছে। 'ৰাজপথে ৰিঙিয়ায়'ৰ নায়ক মোহনে এনে আদৰ্শৰ দ্বাৰা অনুপ্ৰাণিত বাবেই ১৯৪৭ চনৰ ভাৰতৰ স্বাধীনতা প্ৰকৃত অৰ্থৰ স্বাধীনতা নহয় বুলি প্ৰকৃত স্বাধীনতাৰ বাবে অন্য এখন সংগ্ৰামৰ সি প্ৰয়োজনীয়তা বোধ কৰিছে। তবেন বৰুৱাই 'আন্তৰ্জাতিক চেতনা'ৰ দ্বাৰা যদি ইয়াকেই বুজাইছে তেন্তে তেখেতে ঠিকেই কৈছে যে এই চেতনা বহন কৰা 'প্ৰতিপদ' প্ৰথম অসমীয়া উপন্যাস। কিন্তু এই আন্তৰ্জাতিক চেতনাৰ আকৌ 'আধুনিক' বোলা হ'ল কি অৰ্থত ? 'আধুনিক আন্তৰ্জাতিক চেতনা' অৰ্থাৎ আধুনিকতাৰ চেতনা অসমীয়া উপন্যাসত প্ৰথম ৰূপায়িত কৰিছে পদ্মদত্ত গোস্বামীয়েহে—তেখেতৰ 'কেঁচা পাতৰ কঁপনি' ( ১৯৫২ ) উপন্যাসৰ যোগে।

১। বীৰেন্দ্ৰকুমাৰ ভটাচাৰ্য, 'ৰাজপথে ৰিঙিয়ায়', এ. চি. ভট্টাচাৰ্য, গুৱাহাটী, ১৯৫৫।

২। „ 'প্ৰতিপদ', সাহিত্য প্ৰকাশ, গুৱাহাটী, ১৯৭০।

৩। „ 'দেৱ ডুন্দুভি বাজে কাৰ বাবে,' শ্ৰীভূমি পাবলিচিং কোং কলিকতা, প্ৰকাশকাল অনুল্লিখিত।

'ফৰ্ হুম ডা বেল্ ট'লচ্' নামটোৰ অসমীয়া ৰূপান্তৰ 'দেৱ ডুন্দুভি বাজে কাৰ বাবে' যথোচিত নহয়। Bell toll কৰা বা ঘণ্টা পৰা কথাটোৱে ইংৰাজীত মৃত্যুৰ ক্ষণ আহি পোৱা বুজায়। ইংৰাজ কবি জন্ ডনৰ 'নো মেন্ ইজ এন্ আইলেণ্ড্' কবিতাৰ এই শাৰী কেইটা দ্ৰষ্টব্য :
"And therefore never send to know for whom the bell tolls; it tolls for three"
অসমীয়াত দেৱ দেৱ ডুন্দুভিয়ে আনহাতে মাংগলিক ক্ষণহে ইংগিত দিয়ে।

৪। Philip Young, 'Ernest Hemingway' in *Seven American Navelists*, ed. William Van O' Connor, Popular Prakashan, Bombay, 1968 edn.

"...We generally, though unfelicitously, call this man the'code hero—this because he represents a code according to which the hero, if he could attain it, would be able to live properly in the world of violence, disorder and misery to which he has been introduced and which he inhabits. The code hero, then, offers up and exemplifies certain principles of honour, courage and endurance which in a life of tension and pain make a man a man, as way say, and enable him to conduct himself well in the losing battle that is life. He shows in the author's famous phrase for it, 'grace under pressure'." (p. 158)

৫। বীৰেন্দ্ৰকুমাৰ ভট্টাচাৰ্য, 'মৃত্যুঞ্জয়', অসম বুক ডিপো, গুৱাহাটী, ১৯৭০।

৬। ধনপুৰৰ মুখখন ৰবাৰ টেঙা যেন গোল বুলি কৈছে নে তাৰ ৰবাৰ টেঙাৰ দৰে কেটোৰ ক'লা গোঁফ বুলি কৈছে, তাক পিছে লেখকৰ সম্পূৰ্ণ বাক্যটোৰ পৰা বুজা নাযায়। বাক্যটো হ'ল "ৰবাৰ টেঙা যেন কেটোৰ ক'লা গোঁফযুক্ত গোল মুখ।" ইয়াত আপাততঃ ৰবাৰ টেঙা যেন কেটোৰ ক'লা গোঁফ বুলিয়েই কোৱা হৈছে। কিন্তু ৰবাৰ টেঙা জানো ক'লা? ৰবাৰ টেঙাৰ দৰে কেটোৰ ক'লা গোঁফেই বা ক'ত আছে? ভট্টাচাৰ্যৰ ভাষাত এনে বিলাটি মাজে সময়ে ঘটা দেখা যায়।

# 'মৃত্যুঞ্জয়' উপন্যাসৰ কেইটামান দিশ

## ( প্ৰথম প্ৰবন্ধ )

অধ্যাপিকা শ্ৰীমতী আৰাধনা গোস্বামী

"·· the human awareness (···it promotes); awareness of the possibilities of life." F. R. Leavis.

মৃত্যুকো জয় কৰিব পৰা জীৱনৰ যি অৰ্থ আৰু গৌৰৱ থাকিব পাৰে তাৰ কাহিনী 'মৃত্যুঞ্জয়'ত বৰ্ণিত হৈছে। গাঁৱৰ অশিক্ষিত লাওলোৱা ডেকা এজনো কি মহান ভাৱ-অনুভূতিৰ অধিকাৰী হ'ব পাৰে ধনপুৰৰ সপোনে আমাক তাকেই সোঁৱৰাই দিয়ে। জীৱনৰ সম্ভাৱনা ইয়াত সগৌৰৱে ঘোষিত হৈছে, কাৰণ উপন্যাসখনৰ পটভূমিয়ে হ'ল স্বাধীনতাৰ সাধনা-কালৰ, যি সাধনা-কালৰ মূলমন্ত্ৰ আছিল জাগাৰ, আগবঢ়াৰ, জননীৰ হকে প্ৰাণ বলি দিয়াৰ। "মৃত্যু গচকি আনা জয় জিনি/কৰি দুৰ্জ্জেয় অভিযান/অ' মোৰ আপোন পাহৰা,/দুৰ্মদ বীৰ, অজেয়, ন-জোৱান"—এনে এক মৃত্যুমুখী আৰু শেহান্তৰত মৃত্যুঞ্জয়ী অভিযানতে ওলাইছিল মহদা গোসাঁই আৰু ধনপুৰৰ দল। বেল বাগৰিল, মিলিটেৰীও মৰিল; কিন্তু লগে লগেই নামি আহিল অন্তৰ্দ্বন্দ্বৰ অন্ধকাৰ। স্বাধীনতা-ব্ৰতৰ উপলব্ধি সবল আৰু পোনপটীয়া নাছিল। ইয়াৰ মহত্বক বুজিবলৈ গৈ দেহ আৰু কেতিয়াবা বিবেকো ক্ষতবিক্ষত হৈছিল। মানৱমুক্তিৰ কাহিনীৰ লগতে সেয়ে জড়িত হৈ আছে হত্যা, মৃত্যু, পীড়ন, লাঞ্ছনা আৰু ধৰ্ষণৰ কোলাহলমান কাহিনী। কিন্তু এই কোলাহলৰপৰাই ক্ৰমে স্পষ্ট হৈ উঠিছে শান্তি আৰু জীৱনৰ প্ৰতি থকা মানুহৰ চিৰন্তন হাবিয়াস।

তৰ্ক, আত্মদ্বন্দ্ব আৰু জিজ্ঞাসাৰ মাজেৰে শোধিত হৈ অহা এই হাবিয়াস একান্তই প্ৰত্যয়জনক। তৰ্ক-বিতৰ্কৰ ঐতিহ্য আমাৰ বৌদ্ধিক জগততো তেনেদৰে গঢ়ি উঠা নাই। ঘৰুৱা পৰিবেশত সাধাৰণ মানুহৰ কথা-বতৰাৰ মাজত ইয়াক সংস্কৃত ৰূপত বিচৰাটো বাতুলতা মাথোন। প্ৰাক্-অসহযোগ বা এনেকি প্ৰাক্-বিয়াল্লিছৰ কালৰ আমাৰ অভিজ্ঞতা ( অৰ্থাৎ উপন্যাসত প্ৰকাশিত অভিজ্ঞতা )ও

বিশিষ্ট প্ৰতিভাবানৰ লেখনীৰে চহকী নহয়, ভট্টাচাৰ্যৰ পূৰ্বসূৰী দণ্ডিনাথ কলিতা আৰু দৈৱচন্দ্ৰ তালুকদাৰৰ উপন্যাসত প্ৰথমবাৰৰ বাবে ৰাজনৈতিক চিন্তা-চেতনা কেন্দ্ৰীয় ভাবৰূপে প্ৰকাশ পালেও এই চেতনা বস্তু ৰূপ কোনো কালৰপৰাই পৈণত নাছিল অসমীয়া উপন্যাসৰ এনে পটভূমিত দ্বন্দ্বৰ মাজেদি বিভিন্ন ভাৱাদৰ্শ আৰু আবেগ-অনুভূতি ৰূপায়িত কৰি ভট্টাচাৰ্যই এই ক্ষেত্ৰত অগ্ৰণীৰ ভূমিকা লৈছে।

হিংসা আৰু অহিংসাৰ আদৰ্শৰ দ্বন্দ্বই 'মৃত্যুঞ্জয়'ৰ কেন্দ্ৰীয় দ্বন্দ্ব। কথোপকথনৰ মাজেদিয়ে যাইকে দ্বন্দ্বৰ প্ৰকাশ ঘটিছে। সহিংস বিপ্লৱত যোগ দিলেও গোসাঁই, ভিভিৰাম, মধু কোনেও এই অন্তৰ্দ্বন্দ্বৰপৰা মুক্ত হ'ব পৰা নাই। ৰেল বগৰাই শ শ লোক শ শ সেনা বধি গোসাঁয়ে উচিত কাম কৰিলেনে নাই বিবেকৰ এই তাড়নাতে তেওঁ চকু মুদিছে। এই হত্যাকাণ্ডই গোসাঁইৰ নৈতিকতাবোধত দাৰুণ আঘাত হানিছে। ৰূপনাৰায়ণ আৰু দধি বৰদলৈক বচাবৰ বাবে প্ৰাণ আহুতি দিবলৈ ওলাই গোসাঁয়ে কৈছে মোৰ প্ৰাণ মৰি আছিছে। এই হাতপদত মানুহৰ তেজ লাগি আছে। এইটো মোৰ সহ্য হোৱা নাই। মোৰ বিবেক বিকল হৈ গৈছে। আচলতে মোৰ নৈতিক দ্বন্দ্ব ঘটিছে"

বৈষ্ণৱ সত্ৰাধিকাৰ এজনে হাতত বন্দুক তুলি লোৱাটো ঐতিহাসিক দিশৰপৰা তাৎপৰ্যপূৰ্ণ।[১] নৰহত্যা সত্ৰাধিকাৰসকলৰ জীৱনদৰ্শনৰ পৰিপন্থী। শ্ৰেণীস্বাৰ্থ

(১) ক ঊনবিংশ শতিকাৰ শেষ ভাগত মোৱামৰীয়া ৰাইজে 'মাৰি যাওঁ মৰি যাওঁ, গুৰুৰ ঋণ শুজি যাওঁ' পণ কৰি সশস্ত্ৰ বিদ্ৰোহ কৰে। এই বিদ্ৰোহবোৰৰ অন্তৰালত সত্ৰাধিকাৰৰ উচটনি আছিল বুলি জনা যায়, কিন্তু সত্ৰাধিকাৰে-নিজে এই বিদ্ৰোহবোৰত হাতত অস্ত্ৰ লোৱাৰ কথা পোৱা নাযায়।

খ ফুলগুৰি ধেৱাতো (১৮৬১ চন) কোনো সত্ৰাধিকাৰে নেতৃস্থানীয় ভূমিকা লোৱাৰ তথ্য এতিয়ালৈকে পোৱা নাই। দ্ৰষ্টব্যঃ বেণুধৰ কলিতাৰ 'ফুলগুৰিৰ ধেৱা'।

গ. বাসকুচিৰ যজ্ঞৰাম দেৱ গোস্বামীয়ে ১৮৯৩-১৮৯৪ চনত বৃটিছ চৰকাৰৰ বৰ্ধিত কৰৰ প্ৰতিবাদত জঁকি উঠা সশস্ত্ৰ ৰাইজক নেতৃত্ব দিয়াৰ কথা জনা যায়। অৱশ্যে সত্ৰাধিকাৰৰ পৰিয়ালৰ হলেও এওঁ নিজে সত্ৰাধিকাৰ আছিল নে নাই জনা নাযায়। *Planter Raj to Swaraj*—Amalendu Guha, p 54.

ঘ. ধলৰ সত্ৰৰ অধিকাৰ তীৰ্থনাথ গোস্বামী বিযাল্লিছৰ কংগ্ৰেছৰ অহিংস আন্দোলনৰ লগত জড়িত আছিল।

ৰক্ষাৰ বাবেও তেওঁলোকে সমাজত হিংসাত্মক বৈপ্লৱিক আলোড়ন হোৱাটো নিবিচাৰে। কিন্তু মহদা গোসাঁই আছিল সকৰেপৰা বিদ্ৰোহী মনোভাৱৰ। গতানুগতিক জীৱনৰ বশৱৰ্তী নহৈ তেওঁ এক মুক্ত বন্ধনহীন উচ্চতৰ জীৱনৰ সন্ধানত ঘৰ এৰি অনাই-বনাই ফুৰিছিল। কিন্তু তেওঁ কিহৰ কাৰণে বন্দুক হাতত তুলি ল'লে আৰু কিমান অন্তৰ্দ্বন্দ্বৰ পাছত এই কঠিন সিদ্ধান্তলৈ আহিল এই বিষয়ে বিশদ অনুসন্ধান কৰিবলৈ সুযোগ পায়ো ঔপন্যাসিকে এই সুযোগ পূৰাকৈ নোলোৱা যেন লাগে।

স্বাধীনতা সংগ্ৰামত সত্ৰাধিকাৰসকলৰ সহায়-সহযোগিতা যে অত্যাৱশ্যকীয় আছিল তাৰ ইঙ্গিত উপন্যাসত নাই। বিস্তৰ ভূ-সম্পত্তিৰ গৰাকী সত্ৰাধিকাৰ-সকলৰ ধৰ্মপৰায়ণ ৰাইজৰ ওপৰত আছিল অতুল প্ৰভাৱ। এই প্ৰভাৱক আন্দোলনৰ হকে খটুৱালৈ ৰাজনৈতিক নেতৃবৃন্দয়ো নিশ্চয় চেষ্টা নকৰাকৈ থকা নাছিল। তাৰ বুজ 'কৃষ্ণ শৰ্মাৰ ডায়েৰী'পৰা পোৱা যায়। কৃষ্ণ শৰ্মাই ৰাইজৰ মাজত কপাহ বিলাই তাৰ সূতাৰে বোৱা বৰ কাপোৰ কংগ্ৰেছৰ বাবে কিনা লোৱাৰ অভিযানত এবাৰ বাৰপূজীয়ালৈ যাওঁতে তেওঁ গম পালে যে সেইদিনা চৰাইবাহীৰপৰা গোসাঁই আহিব। "চৰাইবাহীৰপৰা হেজাৰ-ডেৰ হাজাৰ মানুহে গোসাঁইক দোলাৰে লৈ আহিছে। ইফালে বাৰপূজীয়াৰপৰা প্ৰায় হেজাৰ-ডেৰ হাজাৰ মানুহ গৈ মাজবাটৰপৰা গোসাঁইক দোলাৰে আগবঢ়াই আনিবলৈ গৈছে। বাৰপূজীয়াৰ নামঘৰ এটা ভালদৰে সজাই নামঘৰৰ সমুখত এখন কলগছৰ বেই দিয়া হৈছে। মুনিহ-তিৰোতা সকলোৰে আনন্দৰ সীমা নোহোৱা হৈছে। তেওঁলোকে গোসাঁইৰ দৰ্শন লাভ কৰিবৰ কাৰণে হেঁপাহেৰে বাটলৈ চাই আছে। যথা সময়ত গোসাঁই আহি পোৱাত ৰাইজে তেওঁক বেহুত তামুলী-পিৰাত বহুৱাই চৰণ ধুৱালে আৰু তেওঁৰ চৰণ ধোৱা পানী ঘৰে ঘৰে একো একোটা বাঁহৰ চুঙাত ভৰাই লৈ গ'ল। গোসাঁইৰ প্ৰতি ৰাইজৰ ইমান অগাধ ভক্তি দেখি আমি আনন্দিত হ'লো আৰু মনে মনে ভাবিলো যে এই গোসাঁইৰ হতুৱাই ৰাইজক কাপোৰ বৰলৈ কোৱাব পাৰিলে আমাৰ কাম অতি সহজ হ'ব।" ('কৃষ্ণ শৰ্মাৰ ডায়েৰী, অসম প্ৰকাশন পৰিষদ, পৃঃ ১৫৩-১৫৪)। সত্ৰ, সত্ৰাধিকাৰ আৰু পৰম্পৰাগত আচাৰ-অনুষ্ঠান ধৰ্মৰ দ্বাৰা অধ্যুষিত এনে এখন সমাজেৰে বাসিন্দা মহদানন্দ গোসাঁই, ভিভিৰাম কাইইত। স্বাধীন ভাৰতত গণতন্ত্ৰ প্ৰতিষ্ঠাৰ কথা সমজুৱাক বুজাবলৈ যাওঁতেও ভিভিৰাম আৰু মাণিক বৰাই আওৰাইছে কীৰ্তন—দশমৰ পদ।

( ১ )

ৰাজনৈতিক চেতনাৰে উদ্বুদ্ধ হৈ আন্দোলনত লাগিলেও, ভৱিষ্যতৰ বিষয়ে সৰহভাগ মানুহৰে ৰব এটা সুস্পষ্ট ধাৰণা নাছিল। বিলীয়মান সামন্ত সমাজৰ স্বপ্ন আৰু ইয়াৰ লগত জড়িত সংস্কাৰ সমূহৰপৰা তেওঁলোক মুক্ত হ'ব পৰা নাছিল। বিশেষকৈ সামন্ত সমাজত সুবিধা আৰু প্ৰতিপত্তি লাভ কৰি অহা এচামে বৃটিচক খেদাই লুপ্তপায় তেওঁলোকৰ গৌৰৱৰ স্থান উদ্ধাৰ কৰাৰ আশা পুহি ৰাখিছিল। কিন্তু এই আশাও স্তিমিত হৈ আহিছিল। কিযনো চল্লিছৰ দশকৰ গণজাগৰণৰ ভিত্তি আছিল পিয়লি ফুকন বা মণিৰাম দেৱানৰ চেতনা নহয়, ইয়াৰ ভিত্তি আছিল নৱ প্ৰচাৰিত সাম্য, মৈত্ৰী আৰু ৰাষ্ট্ৰীয় জাতীয়তাবাদৰ চেতনাহে। ধনপুৰ আৰু আহিনা কোঁৱৰৰ কথোপকথনৰ মাজেদিয়ে ই প্ৰকাশ পাইছে।

( দধিয়ে ) কোঁৱৰ বুলিলত আহিনা টিংগোপত উঠিলগৈ, সন্তুষ্ট চিত্তে ক'লে, তই পণ্ডিত মানুহ কাৰণে সকলো বুজিব পাৰ। আমাক চিনাবায় দেৱানে পতা, কৃষ্ণক চিন্তি।

জয়ৰাম মেধিয়ে এইবাৰ মৌনতাৰ নিয়ম ভঙ্গ কৰি মাত লগালে—কোঁৱৰ নেজডালহে আছে, ৰজাৰ পোৱালি হ'লেচোন কথাই নাছিল। গুৰি-গোষ্ঠী ইমান সহজে চিনা টান।

আহিনাই ফিকাৰ পাই উঠি ক'লে, কৃষ্ণক চিন্তি তোৰ দৰে মোৰ বংশটো নাম নাত নহয়। তইতো এতিয়াহে মেধি হৈছ। আগতে হজুৰা আছিলি।

ধনপুৰে ভাতলৈ বৈ থাকি হাতখন চেলেকিছিল। সি ক'লে, এইবোৰ তৰ্ক কাৰণেই দেশখন গুচিল। আহোম ৰজাৰ দিনত বোপা-ককাই জানিবা চুৰিয়া পিন্ধি মত বোলাই ছিল, এতিয়া ইংৰাজৰ দিনত লহঙা পিন্ধি তিৰীমুৰা হৈছে। ভেমেৰে নহয়, কামেৰেহে মানুহ বোলাব পাৰি।

..সি ( আহিনাই ) ক'লে, কৃষ্ণক চিন্তি তইঁতি আছিল কাঁড়ীহজুৰা। কছাৰী ৰজাই লগৰ বুলিছিল আৰু আহোম ৰজাই লহকৰ। এতিয়া সেয়ে গুৰি গোষ্ঠী চাবলৈ ভয়, কৃষ্ণক চিন্তি।

ধনপুৰে হাঁহি ক'লে হজুৰা বুলিলে লাজ পাবলৈ কি আছে হোঁ। তেতিয়া হজুৰাহে আছিলোঁ, এতিয়া দেখা নাই স্বৰাজৰ সেনা হৈছোঁ। এতিয়া কাঁড়ী-পাইকৰ দিন, ৰজা-বিষয়াৰ নহয়। তোমালোকৰ মানুহৰ ৰজাৰ এতিয়া কি আছে? আহোম-কোঁচ-কছাৰী ৰজা ক'লৈ গ'ল?

আহিনাই ক'লে, ইংৰাজ যাওকচোন, মায়ওত আমি ৰজা পাতো নে নেপাতো চা, কৃষ্ণক চিন্তি।

ধনপুৰে ক'লে, সেইকালে পানী এচলু দি পোৱা ভকত। গপত গেলাটো ভাল নহয়। এইখনত ভোট হ'ব। ভোট দি খিলওলৈ মেম্বৰ বাছিব লাগিব। মেম্বৰবোৰে মিলি মন্ত্ৰী বাছিব। সেই মন্ত্ৰীয়ে দেশ চলাব।

আহিনাই ক'লে, কৃষ্ণক চিন্তি, ডলুৰা ভূতটোৰ কথা শুনাৰপৰা লাভ কি?

ধনপুৰে ক'লে, তোমালোকৰ এই দাঁতিঅলীয়া ৰজাপোৱালিবোৰে এতিয়াও ৰাজ্যৰ আশা এৰা নাই। পিছে সেইকালে নেচেল।

ভিভিৰামে ক'লে, মিছাতে তৰ্ক নকৰিবি ধনপুৰ। তই আহিবৰেপৰা জ্বলাইছ। পিছে আহিনাকাই, ভোট হ'বই। এইটো যুগধৰ্ম। ৰজাসকলৰ কথা আই বসুমতীয়ে কি কৈছে শুনা দ্বাদশ স্কন্ধত—

আনো সব ৰাজা যত দৈত্য অপৰ্যন্ত
সবে মহাসুৰ মহাবলী বুদ্ধিমন্ত
কালৰ হাতত সবে ভৈল চূৰ্ন্নিকৃত
কেৱলেসে কথা মাত্ৰ আছে পৃথিবীত।" (পৃঃ ৩২-৩৩)

বিয়াল্লিছৰ গণ-বিপ্লৱৰ ৰূপ মুখ্যতঃ অহিংস আছিল যদিও বৃটিছৰ দমন-নীতি আৰু উৎপীড়নৰ আতিশয্যই বহুলোকক হিংসাৰ পথলৈ টানি আনিছিল। তদুপৰি মহাত্মা গান্ধীৰ সত্যাগ্ৰহ আৰু অসহযোগ আন্দোলনৰ মন্থৰ গতিয়ে এচাম ভাৰতীয় যুৱকৰ অদম্য সংগ্ৰাম-স্পৃহাক সন্তুষ্ট কৰিব পৰা নাছিল। ক'বলৈ গ'লে ১৯২১ চনৰ আন্দোলনৰ বিফলতাৰ পাছৰেপৰা গান্ধীজীৰ অহিংস-নীতিৰ প্ৰতি থকা মানুহৰ অটল বিশ্বাসত লাহে লাহে ঘুণে ধৰিবলৈ লৈছিল। বেল বগৰাই অনুতপ্ত হোৱা মহদা গোসাঁয়ে যেতিয়া গান্ধীক সুঁৱৰি কৈছে, "মানুহ নমৰাকৈ যদি যুঁজিব পাৰিলোহেঁতেন তেন্তে কিমান সুন্দৰ হ'লহেঁতেন।" ডেকা ৰূপনাৰায়ণ তেতিয়া ক্ষোভত জ্বলি উঠিছে: "মানুহৰ মুক্তিৰ যুঁজ অহিংসাৰে নহয়। হোৱা হ'লে ইমান দিনে স্বাধীনতা পালেহেঁতেন ভাৰতে। কিন্তু ভাৰতে স্বাধীনতা নেপালে। কাৰণ মহাত্মা গান্ধী নহয়নে? সুভাষ বসুৱে ঠিক কথা কৈছে। যুদ্ধ কৰিব লাগিব। জয় প্ৰকাশ-লোহিয়াই আচল বাট দৰ্শাইছে। গৰিলা যুঁজ কৰিব লাগিব আমি।"

ৰূপনাৰায়ণে যুঁজাৰু বিচাৰিছে, বন্দুক গোটাইছে, গুপ্ত শিবিৰ পতাৰ আঁচনি লৈছে। লক্ষ্য, দেশৰ সংঘবদ্ধ যুৱশক্তিৰ নেতৃত্বত বৃটিছৰ বিৰুদ্ধে সম্ভৱ ক্ষেত্ৰত সশস্ত্ৰ বিদ্ৰোহ কৰা। সোণালী সুযোগ এতিয়াই মিলিছে। কিয়নো জাপানৰ হাতত মিত্ৰশক্তিৰ পৰাজয় ঘটিছে ( পৃঃ ৩০ আৰু ১৩৭ )। সুভাষ বসুৱেও আজাদ্ হিন্দ্ ফৌজেৰে ভাৰত জয়ৰ আকাঙ্ক্ষাৰে অসমলৈ আগুৱাই আহিছে। গতিকে এতিয়াই কুটাঘাতমূলক কাম-কাজেৰে, যাতায়াতৰ সকলো উপায় ছিন্ন-বিচ্ছিন্ন কৰি, মিলিটেৰীৰ ৰচদ পাতি আৰু সেনা অনা-নিয়াত বাধা দি ( পৃঃ ২ ) সকলো ফালৰপৰাই বৃটিছক জুমুৰি দি ধৰিব লাগে। ৰূপনাৰায়ণৰ লগত একমত হৈ ধনপুৰে স্বাধীনতা অনাত ব্ৰতী হৈছে অহিংসাৰে যুঁজি বৃটিছক খেদিব নোৱাৰি সি এতিয়া হিংসাৰে যুঁজিব লৈছে পৃঃ ১০৬ ।

বৃটিছৰ ৰাজনৈতিক আধিপত্যক উৎখাই দিয়াৰ লগতে ভাৰতত সমাজবাদ স্থাপনৰ আদৰ্শও ধনপুৰৰ ব্ৰতত নিহিত আছিল। সমাজবাদী এই ভাৱাদৰ্শ থাইকৈ ধনপুৰৰ মাজেৰে মূৰ্ত হৈ উঠিছে। ধনপুৰে যুঁজিছে, হিংসাৰ পথো লৈছে, এখন শোষণহীন মুক্ত সমাজৰ বাবে—য'ত জাতিপাতি ধনী-দুখীয়াৰ প্ৰভেদ নাথাকিব। ধনপুৰে স্বাধীন ভাৰতৰ সপোন দেখিছে এইদৰে: "আমাৰ গাঁৱেবোৰত মাটি নাইকিয়া মানুহ ঢেৰ। সেইবোৰক মাটি দিব লাগিব। অকল মাটি দিয়াই নহয়, সকলোকে কাম দিব লাগিব। অকল কাম দিয়াই নহয়, উদ্যোগ পাতিব লাগিব। পাৰিলে জমিদাৰ, পুঁজিপতি এইবোৰ উচ্ছেদ কৰিব লাগিব। প্ৰত্যেকৰে ল'ৰা-ছোৱালীক শিক্ষা দিয়াৰ কথাটোতো আছেই।" ধনপুৰৰ সমাজবাদৰ এই ধাৰণা অৱশ্যে বহুক্ষেত্ৰত অস্পষ্ট আৰু অনিৰ্দিষ্ট। উদ্যোগ আদি পাতি দেশৰ প্ৰাকৃতিক সম্পদক ব্যৱহাৰ কৰাৰ কথা ধনপুৰে ভাবিছে যদিও এইবোৰৰ মালিকানা কাৰ হাতত থাকিব আৰু কি উদ্দেশ্যৰে এই উদ্যোগবোৰ পৰিচালিত হ'ব তাৰ কোনো ইঙ্গিত ধনপুৰে দিয়া নাই। মন কৰিবলগীয়া যে অসমৰ মুখিয়াল লোকৰ ভিতৰত মাথোন ধনপুৰেই সমাজবাদৰ কথা ইমান দৃঢ়কৈ ভাবিছে, মনে-চিত্তে বিচাৰিছে। কিয়নো ধনপুৰ-হঁতেই ইমানদিনে সমাজৰ সকলো শোষণৰ বোজা বৈ আহিছে আৰু সিহঁতৰ হাততে আছে ভৱিষ্যতৰ সমাজবাদৰ সঁচাৰ কাঠি।

( ৩ )

সমাজবাদী চিন্তাৰ জগতে পাশ্চাত্যৰপৰা আমাৰ সেই সময়ৰ সমাজলৈ আহিছিল আন এক প্ৰবাহ—এই ক্ৰমশীৰ্ণ অথচ গৌৰবোজ্জ্বল প্ৰবাহ আছিল উনৈশ শতিকাৰ য়ুৰোপৰ মানৱতাবাদী আৰু উদাৰনৈতিক ঐতিহ্যৰ। মহদা গোসাঁই এই ভাৱধাৰাৰ দ্বাৰা প্ৰভাৱিত হোৱা যেন লাগে যদিও গোসাঁইৰ কাম-কাজতকৈ তেওঁৰ সচেতন বক্তব্যৰ মাজেৰেহে এই ভাৱাদৰ্শ অধিক স্পষ্ট আৰু জোৰাল ৰূপত প্ৰকাশ পাইছে। নীতি-নিয়মৰ প্ৰসঙ্গত গোসাঁয়ে কৈছে যে সংস্কাৰ-সৰ্বস্ব ধৰ্মৰ বাহ্যিকতাৰ খোলা ভেদ কৰি তাৰ সাৰবস্তু মানৱসেৱাক অন্তঃকৰণেৰে গ্ৰহণ কৰাই শ্ৰেয়। "ভগৱান আজি দৰিদ্ৰনাৰায়ণ-ৰূপে অৱতাৰ হৈছে।" তেওঁত মজি মুক্তিৰ বাবে দুৰ্লভ মনুষ্য তনু নিপাত কৰাটোৱে এই যুগৰ ধৰ্ম।"

মানৱসেৱাক সৰ্বোচ্চ স্থান দিলেও গোসাঁয়ে সত্ৰাধিকাৰৰ প্ৰভাৱক জনহিতকৰ কামত লগোৱাৰ কোনো উদাহৰণ উপন্যাসত নাই। অৱশ্যে মন কৰিব লগীয়া যে ব্যক্তিগত লাভালাভৰ বাবে নহয়, জনগণৰ কুশলাৰ্থেহে গোসাঁয়ে বিবেকৰ দংশন সত্ত্বেও, সন্ত্ৰাসবাদী কামত জপিয়াই পৰিছে। জীৱনজোৰা অনুসন্ধান আৰু অভিজ্ঞতাৰপৰা গোসাঁইৰ নিশ্চয় আত্মোপলব্ধি হৈছিল যে বহুজনৰ মুক্তি আৰু মঙ্গলৰ আবাহন নিৰলে নিজৰ মুক্তি অসম্ভৱ। উত্তৰ পুৰুষৰ ভৱিষ্যতৰ বাবেই মানুহৰ তেজেৰে তেওঁ হাত ৰাঙলা কৰিছে যদিও নৰহত্যাৰ গ্লানিত মৰ্মাহত হৈ তেওঁ নিজেই আত্মাহুতিৰ পথ বাছি লৈছে। এই আত্মাহুতিয়ে গোসাঁইৰ চৰিত্ৰলৈ এক ট্ৰেজিক গাম্ভীৰ্য আনি দিছে।

মহদা গোসাঁইৰ বুদ্ধি মুকলি আৰু নৈতিক চেতনা প্ৰখৰ বাবেই ন্যায়-অন্যায়ৰ বিচাৰ তেওঁ নিজেই লৈছে, নকৈ গঢ় লোৱা প্ৰমূল্যবোৰক বিনা বিচাৰে উৰাই নিদি বুজিবৰ চেষ্টা কৰিছে আৰু ক্ষেত্ৰ বুজি সেইবোৰক গ্ৰহণ কৰিবলৈকো সাজু হৈছে। মন্ত্ৰৰ সলনি যে যন্ত্ৰৰ দিন আহিল সেইয়া দূৰদৃষ্টিসম্পন্ন গোসাঁয়ে বুজিছে। সেয়ে মন্ত্ৰৰ চৰ্চা এৰিবলৈ তেওঁ সততে মানুহক শিকনি দিছে। বৈপাৰা সত্ৰৰ বামুণীয়া অধিকাৰ হৈয়ো মহদা গোসাঁয়ে মিকিৰ গাভৰু ডিমৰ হাতৰ চাহ খাবলৈ সঙ্কোচ কৰা নাই। মানুহক মানুহৰ মৰ্যাদা দিবলৈ সততে তেওঁ পিছ হোঁহকা দিয়া নাই।

শ্ৰেণীবিভক্ত সমাজৰ শোষণ, গ্লানি আৰু অমানৱীয় আৰু কেতিয়াবা তুচ্ছ সংস্কাৰৰ আবৰ্জনাৰে প্ৰায় নিশ্চল হৈ পৰা সমাজখনত আধ্যাত্মিক গুৰু

গোসাঁয়ে নিশ্চয় এক সৎ, স্পন্দিত, পৰিপূৰ্ণ জীৱনৰ অভাৱ অনুভৱ কৰিছে। সেয়ে হয়তো ৰংগলা উৎসৱত নাৰী-পুৰুষৰ উদ্দাম নৃত্যৰ তালে তালে মূৰ্ত হৈ উঠা মুক্ত ভেদাভেদহীন জনজাতীয় জীৱন ছন্দৰ মাজত তেওঁ এক সুস্থ-স্বাস্থ্যৱান উদ্দীপক জীৱনক কল্পনা কৰি শিহৰিত হৈছে।

সংস্কাৰবশতঃ অতীতে গোসাঁইৰ বদ্ধমূল ধাৰণা আছিল যে নাৰী-পুৰুষৰ এনে যৌথ নৃত্যগীত সহজ আৰু স্বাভাৱিক নহয়। ই ব্যভিচাৰৰে নামান্তৰ মাথোন। ৰংগলা উৎসৱত ডিমিয়েও প্ৰকৃতিৰ লগত এক দেহ এক প্ৰাণ হৈ নাচ নাচি আত্মহাৰা হৈছে; কিন্তু সেইবাবে এই কৰ্তব্যৰ প্ৰতি বিমুখ হোৱা নাই। বৰং এই আনন্দোৎসৱৰ পৰাই তাই আহৰণ কৰিছে এক অফুৰন্ত কৰ্মপ্ৰেৰণা। বাহিৰত মুকলিমূৰে ফুৰিও তাই দেহ আৰু মনৰ সতীত্ব ৰক্ষা কৰিছে। স্বাধীনতা আছে বাবেই ডিমিইঁতৰ যৌনজীৱনতো বিকৃতি নাই। অৱদমনেহে বিকৃতি ঘটায় আৰু অপমৃত্যু ওচৰ চপাই আনে। ডিমিৰ নিভীক স্বতন্ত্ৰ ব্যক্তিত্বই গোসাঁইক মনত পেলাই দিছে গোসাঁনীৰ ভীৰু, পতিপ্ৰাণা, নিৰীহ মুখখন। গোসানীক মুক্ত পৃথিৱীলৈ আহ্বান জনাই তেওঁৰ কবৰ মন গ'ল, "····· আৰু বাহিৰলৈ আহা, আহি একেবাৰে ডিমিৰ লগত একে শাৰীত থিয় দিয়াহি। তেতিয়া তোমাৰ অবলাৰ ৰূপ বদলি যাব, মনত সৃষ্টি হ'ব এক সবলাৰ শক্তি। সেই শক্তিয়ে হ'ল নাৰী।" (পৃঃ ১২৭)

এতিয়া প্ৰশ্ন হয়, ৰংগলা উছৱৰ যোগেদি দাঙি ধৰা আদৰ্শ জীৱনৰ কল্পলোক (vision) কিমান সংহত আৰু জটিল ৰূপত চিত্ৰিত হৈছে? গোসাঁনীক জনোৱা গোসাঁইৰ আহ্বান কিমান আন্তৰিক?

সামন্ত সমাজৰ তুলনাত অধিক মুক্ত বাবেই আদিম জনজাতীয় জীৱন-ধাৰাক উন্নততৰ আৰু আদৰ্শ জীৱনৰ ৰূপত প্ৰত্যক্ষ কৰাটো গোসাঁইৰ দৰে জীৱনত ঠেক শিকাজনৰ পক্ষে অসঙ্গত যেন লাগে। গাৰোসকলৰ গোষ্ঠীগত ঐক্য, সমতা আৰু স্বাধীনতাক গ্ৰহণ কৰা মানে তেওঁলোকৰ অনগ্ৰসৰ উৎপাদন পদ্ধতি আৰু আদিম সামাজিক গঠনকো স্বীকাৰ কৰা। 'সেউজী পাতৰ কাহিনী'তো এনে এক নৈতিক বাছনিৰ প্ৰশ্ন উত্থাপিত হৈছে। (দ্ৰষ্টব্য: নিস্পন্দক নৱত্বাত্মক: 'সেউজী পাতৰ কাহিনী', 'সাহিত্যৰ সত্য', ডঃ হীৰেণ গোহাঁই) গাৰৰ দেউলীয়া সমাজ সংস্কৃতিত আস্থা হেৰুৱাই নবেশ্বৰে চাহ-বনুৱাৰ আদিম জীৱনকে সুস্থ জীৱন বুলি গ্ৰহণ কৰিছে, তেজস্বী বনুৱা ছোৱালী চানিয়াৰ প্ৰেমত পৰিছে। কিন্তু বনুৱাৰ জীৱনকে নবেশ্বৰৰ শেষ

আশ্ৰয়ৰ থল কৰি লেখকে (বিৰিঞ্চি বৰুৱাই) দেখুওৱা নাই; বৰঞ্চ এক মুক্ত আৰু মহৎ জীৱনৰ সন্ধানত চনিয়াক চাহ বাগিচাৰ পৰাই নিৰ্বাসিত কৰিছে। চনিয়াৰ স্ব নিৰ্বাসনৰ পিছতে নৰেশ্বৰেও বনুৱা জীৱনৰ পৰা সম্পূৰ্ণ মোহমুক্ত হৈ ঝুমুৰ নাচৰ ছন্দ আৰু মাদলৰ ছেৱেৰে মুখৰিত বাগিচাৰ চিনাকি পৰিবেশৰ পৰা পুনৰ পলায়ন কৰিছে।

ৰংগলা উৎসৱৰ বৰ্ণনাৰ মাজেৰে স্পষ্ট হৈ উঠা গোসাঁইৰ জীৱনবীক্ষাকে 'সেউজী পাতৰ কাহিনী'ত প্ৰথমতে বিৰিঞ্চি বৰুৱাই গ্ৰহণ কৰি অন্তৰ্ভেদী বাস্তৱতাৰে এক জটিল কল্পলোক দাঙি ধৰিছে। মহদা গোসাঁইৰ বীক্ষা পশ্চাৎমুখী আৰু কোনো ক্ষেত্ৰত এনেকি বিভ্ৰান্তিকৰো। ডিমিৰ ব্যক্তিত্বৰ স্বাতন্ত্ৰ্য আৰু আত্মমৰ্যাদাক তুলনা কৰা হৈছে 'মেমচাহাব'ৰ ব্যক্তিত্বৰ লগত। জনজাতীয় সমাজত ডিমিৰ যৌনজীৱন যি ক্ষেত্ৰত স্বতঃস্ফূৰ্ত আৰু স্বাধীন, পুঁজিবাদী সমাজত 'মেমচাহাব'ৰ যৌনজীৱন সেইক্ষেত্ৰত যান্ত্ৰিক আৰু সন্তীয়া পণ্যদ্ৰব্যলৈ অৱনমিত নহৈ যে উপায় নাই, সেই কথা ইয়াত আলোকপাত কৰা হ'ল। সন্দেহ নাই যে সামন্ত নাৰীৰ তুলনাত বুৰ্জোৱা নাৰীয়ে অধিক ব্যক্তিগত স্বাধীনতা আৰু অধিকাৰ উপভোগ কৰে, এনে নাৰী স্বাভাৱিকতে অধিক সপ্ৰতিভ আৰু আকৰ্ষণীয়া। কিন্তু সমাজত নাৰীৰ এনে অৱস্থানকে নাৰীমুক্তিৰ অন্তিম অৱস্থা বুলিলে নিশ্চয় ভুল কৰা হ'ব।

অজ্ঞতা, কুসংস্কাৰ, দাস মনোবৃত্তিৰে ভৰা সংসাৰৰ ঠেক গণ্ডীৰ পৰা গোসাঁনীক মুক্ত কৰাৰ প্ৰয়োজনীয়তা গোসাঁয়ে উপলব্ধি কৰিছে, কিন্তু বহিঃ-জগতলৈ পোনপ্ৰথমবাৰৰ বাবে ওলাই আহি গোসাঁনীয়ে তেওঁৰ নৱলব্ধ স্বাধীনতাক কিহৰ ভিত্তিত জীয়াই ৰাখি গঢ়ি তুলিব তাৰ কোনো উমাদিহ গোসাঁয়ে লোৱা নাই। ডিমিৰ স্বনিৰ্ভৰ ব্যক্তিত্বৰ বহুখিনিৰ অন্তৰালত আছে উৎপাদনত তাইৰ সক্ৰিয় অংশগ্ৰহণ। কিহৰ পৰা স্বাধীনতা লাগে লিখকে ভালদৰে জানে, কিন্তু এই স্বাধীনতা কিহৰ বাবে সেই বিষয়ে স্পষ্ট ধাৰণা নথকাত গোসাঁইৰ এই আহ্বান খেয়ালৰ উপৰিভাগতে থাকি গ'ল। উপলব্ধিৰ গভীৰতালৈ সোমাই ই কোনো দূৰদৃষ্টি দিব নোৱাৰিলে।

আকৌ প্ৰশ্ন উঠে, কলী বাইদেউ থাকোঁতে মহদা গোসাঁয়ে কিয় নিজগৰ ডিমিক আদৰ্শ নাৰীৰ প্ৰতীক কৰি দেখুৱাইছে আৰু গোসাঁনীয়ে কিয় ডিমিৰ আৰ্হিত নিজকে গঢ়ি তোলাৰ কামনা কৰিছে? ডিমিৰ মাজতে গোসাঁয়ে নাৰীত্বৰ পূৰ্ণ বিকশিত ৰূপ দেখিছে। ডিমিৰ চৰিত্ৰৰ স্বতন্ত্ৰতা আৰু

আত্মমৰ্যাদা যিহেতু সমাজৰে অৱশ্যম্ভাবী দান (ডিমি প্ৰায় সাম্যবাদী মাতৃতান্ত্ৰিক জনগোষ্ঠী এটাৰ মহিলা), সেয়ে তাইৰ ব্যক্তিত্ব কলী বাইদেউৰ ব্যক্তিত্বতকৈ অধিক দৃঢ় আৰু প্ৰত্যয়জনক হোৱাই স্বাভাৱিক। ডিমিৰ দৰে কলী বাইদেয়েও নিজৰ পেট নিজে মোকলাইছে। ঠেকি-বুজি বহু সংস্কাৰৰ পৰাও তেওঁ নিজকে মুক্ত কৰিছে। কিন্তু অৰ্থনৈতিক স্বাৱলম্বিতাই মাথোন তেওঁক স্বতন্ত্ৰতা দিয়া নাই, তেওঁ এই স্বতন্ত্ৰতা বহুপৰিমাণে অৰ্জন কৰিব লগা হৈছে স্বাধীনতা বৰ্ণত জপথাই পৰিছে। ঘৰৰ তিৰোতাক বাহিৰৰ পৃথিৱীলৈ ওলাই অহা কামনা কৰিলেও গোসাঁয়ে কিন্তু তেওঁৰ সহ-ধৰ্মিনীক স্বাধীনতাৰ কোবাল সোঁতৰ লগত একাত্ম হবলৈ আহ্বান জনোৱা নাই। জনজাতীয় গাভৰু এগৰাকীক আদৰ্শ নাৰী বুলি গ্ৰহণ কৰিলেও সমাজকৰ্মী কলী বাইদেউৰ আগিতহে নিজকে গঢ়িবলৈ সম্ভ্ৰান্ত পৰিয়ালৰ বোৱাৰী গোসাঁনীৰ অধিক সুচল হ'লহঁতেন।

শেহ বিচাৰত দেখা গ'ল যে বংগলা উচৰৰ মাজেৰে মূৰ্ত হৈ উঠা মুক্ত জনজাতীয় সমাজখন মহদা গোসাঁইৰ বন্ধ সমাজখনৰ বিকল্প হব নোৱাৰে, নাইবা সমাজ শুদ্ধপথেৰে আগুৱাই যোৱাতো ই কোনো আদৰ্শৰ পথ দেখুৱাব নোৱাৰে। কৰ্ষিক সামন্ত সমাজৰ অভাৱ অভিযোগ, অন্যায়-অবিচাৰৰ বিপৰীত স্থিতি হিচাপেহে আদিম সাম্যবাদী সমাজখনৰ ৰূপ চকামকাকৈ দেখুৱা হৈছে আৰু এই চকামকা ৰূপেই ধৰ্মগুৰু গোসাঁইক তেওঁলোকৰ সমাজৰ বিশেষমন অৱদমনমূলক আৰু অপ্ৰাকৃতিক জীৱনৰ বিষয়ে সচেতন কৰি তুলিছে।

(৪)

যুগ যুগৰ সংস্কাৰেৰে স্থবিৰ এনে এখন সমাজতো বিয়াল্লিছৰ জাগৰণে বিদ্ৰোহৰ গলকান তুলিছিল। এনেকি আখল আৰু পাটীৰ তিৰোতাসকলৰ মাজতো ই মুক্তিৰ স্পৃহা জগাই তুলি তেওঁলোকক নপথৰ সন্ধান দিছিল। কামপুৰৰ কলা বাইদেৱে বিধবা হোৱাৰ পাছত কাটনীৰ জীৱিকা ল'লে আৰু গান্ধীৰ শিষ্য হ'ল। কলী বাইদেউৰ দৰে বাৰপুজীয়াৰ জীৱৰী সুভদ্ৰায়ো গাৱে গাৱে বোৱা-কটা শিকায় আৰু লগতে আন্দোলনৰ বা-বাতৰি আনা-নিয়া কৰে। অৱশ্যে মন কৰিব লগীয়া যে বিধবা হোৱাৰ পাছতহে কলী বাইদেউ গান্ধীৰ শিষ্য হৈছে আৰু মিলিটাৰীৰ হাতত ধৰ্ষিতা হৈ সমাজৰ

পৰা এধৰীয়া হোৱাৰ পাছতহে সুভদ্ৰা আশ্ৰমবাসিনী হৈছে আৰু জাতিভেদৰ দেওনা পাৰ হৈ কছাৰী ডেকা ধনপুৰৰ প্ৰণয় গ্ৰহণ কৰিছে।

বিয়াল্লিছৰ বিপ্লৱৰ প্ৰচণ্ড আবেগে সম্ৰান্ত পৰিয়ালৰ সকলো তিৰোতাকে ঘৰৰ পৰা বাহিৰলৈ আহিব নিদিলেও তেওঁলোকৰ হৃদয় আৰু মনক এই আবেগৰ ঢৌৱে আলোড়িত নকৰাকৈ থকা নাছিল। কলী বাইদেউ বা ৰতনীৰ তুলনাত গোসাঁনী, আৰতি, অনুপমাইঁত অধিক বদ্ধ, ৰক্ষণশীল, সম্ভ্ৰান্তসম্পন্ন পৰিয়ালৰ তিৰোতা। এওঁলোকৰ স্বাধীনতা আৰু স্বাৱলম্বিতাও সীমিত। স্বাধীনতাৰ ৰণত মৰিবলৈ ওলাইযো গোসাঁয়ে 'গাটীৰ তিৰোতা' গোসাঁনীক তেওঁলোকৰ কাৰ্যসূচীৰ বিষয়ে একো কোৱাৰ পয়োজনীয়তা অনুভৱ কৰা নাই। দেশৰ হকে কৰা গোসাঁইৰ আত্মবলিদানেহে গোসাঁনীক শিকালে দেশপ্ৰেমৰ মহিমা।

ৰূপনাৰায়ণে তাৰ আদৰ্শ আৰু লক্ষ্যৰ উমানকে প্ৰেয়সীক দিব নোৱাৰিলে, প্ৰেয়সীক তাৰ লগলৈ অনাতো দূৰৰ কথা। সুভদ্ৰা যি অৰ্থত ধনপুৰৰ আশা-আকাঙ্ক্ষাৰ লগৰী, উকীলৰ শিক্ষিতা দুহিতা আৰতি সেই অৰ্থত ৰূপনাৰায়ণৰ লগৰী হ'ব নোৱাৰিলে। বিয়াৰ আগবাতি আৰতিক লগ ধৰি ৰূপনাৰায়ণে ভাবলৈ চেষ্টা কৰিলে যে বিপ্লৱে সিইঁতক মিলনত বাধা দিয়া নাই। বাধা দিছে "এই প্ৰাচীন উৱলা সমাজখনে, য'ত কওঁ বোলা কথা কব নোৱাৰি, পাব লগা অধিকাৰ পাব নোৱাৰি" (পৃঃ ২৩)। তাইৰ হৃদয়াবেগক লৈ খেলা কৰা মাক-দেউতাকৰ সেইখন সমাজৰ বিৰুদ্ধে কিন্তু আৰতিয়ে থিয় দিয়া নাই। সামাজিক নিৰাপত্তা আৰু মৰ্যাদা হেতুৱাই সুভদ্ৰাই বিদ্ৰোহী ডেকা ধনপুৰৰ ভালপোৱা গ্ৰহণ কৰি ধনপুৰৰ স্বাধীনতা-ব্ৰতকে তাইৰো জীৱনৰ ব্ৰত কৰি লৈছে। কিন্তু ধৰ্ষিতা হোৱাৰ আত্মগ্লানিৰ পৰা তাই মুক্ত হব নোৱাৰিলে। সেয়ে মৃত্যুসঙ্কুল অভিযানত ধনপুৰ যোৱা বুলি জানি মানসিক ভাৰসাম্য হেৰুৱাই তাই আপোনঘাতিনী হয়।

স্বামীহত্যাৰ প্ৰতিশোধ-কামনা আৰু পীড়িতজনৰ প্ৰতি সহানুভূতি—এই দুই আবেগৰ সংঘাতত সম্ভৱিনবা অনুপমা অস্থিৰ হৈছে। অত্যাচাৰী পুলিচ বিষয়া স্বামীক জীৱিত কালত বহু বুজায়ো সৎ পথলৈ আনিব নোৱাৰি অনুপমা ক্ষুব্ধ হৈছিল, অথচ স্বামীৰ মৃত্যুৰ পাছত স্বামীহন্তা ভলণ্টিয়াৰসকলকো তেওঁ ক্ষমা কৰিব পৰা নাই। কিন্তু ৰূপনাৰায়ণ আৰু ডিমিৰ আত্মত্যাগে তাইক শিকাই গ'ল কি দৰে আনৰ বাবে জীয়াই থাকিব পাৰি। নিজৰ অকাল বৈধব্যৰ দুখক অনুপমাই হেজাৰজনৰ দুখ-যাতনাৰ আগত তুচ্ছ অনুভৱ কৰিছে :

"দেশখনৰ কিবা এটা হৈছে বুজিছা। মই বুজি পাইছোঁ। নহ'লে এই গাঁৱো মানুহজনীৰ মন এনেকৈ কিয় দাং খাই উঠিব ? পুলিচে কিয় কাম এৰিব ? লই লই মানুহ এনেকৈ কিয় জেল খাবলৈ আহিব ? বা এছাটি মোৰ গাতো লাগিছে নেকি ! কিন্তু তাকে বুজিব পৰা নাই কিহৰ বা এই ছাটি। নহ'লে ৰূপনাৰায়ণ আৰু ডিমিক দেখি মই কিয় নিজৰ দুখ পাহৰি গ'লোঁ। পুলিচক বিয়া কৰাইছোঁ; কিন্তু মনটো মানুহৰ মন হৈ আছে। নিজৰ কথা ভাবি থাকিলে একো নহ'ব। লোকৰ কথা ভাবিব লাগিব।" (পৃঃ ২৬৮)

(৫)

যি উপলব্ধি অনুসমাই বহু দ্বন্দ্ব, জিজ্ঞাসা আৰু অভিজ্ঞতাৰ পাছত লাভ কৰিছে সেই উপলব্ধি ধনপুৰৰ মজ্জাগত; বহুজনৰ সুখ আৰু হিতৰ বাবে কাম কৰাৰ আদৰ্শই ধনপুৰৰ নৈতিক চৰিত্ৰক সবল আৰু সতেজ কৰি তুলিছে। ধনপুৰৰ ভৱিষ্যতৰ সোণালী সপোনত ব্যক্তিগত সুখ-দুখ, বহুজনৰ সুখ-দুখ, সপোন-সংগ্ৰামৰ লগত এক হৈ গৈছে। সন্দেহ নাই, ধনপুৰৰ সপোনৰ অধ্যায়-টোৱেই উপন্যাসখনক-মহত্ত্বৰ পৰ্যায়লৈ লৈ যোৱাত ভালেখিনি সহায় কৰিছে।

থাউকাল চেহেৰাৰ চঞ্চল ডেকা ধনপুৰ লস্কৰ। দেহটোক সি ভাল পাইছিল। "দেহটো বাপেক-মাকৰ পৰা পাইছিল সঁচা, কিন্তু তাৰ আঁত সিহে বুজিছিল। দেহক যুঁৱলিত লগোৱা গৰুৰ দৰে সি খেদাই লৈ ফুৰিছিল।" কিন্তু তাৰ চিন্তা কৰা শক্তি কম। "কোনটো ভাল কোনটো বেয়া সি কব নোৱাৰে। কিন্তু তাৰ এটা ধৰিব পৰা শক্তি আছে, তাৰে যিখিনি ধৰিব পাৰে ধৰে।" সুস্থিৰ চিন্তা-ভাৱনাতকৈ ইন্দ্ৰিয়জ আবেগৰ দ্বাৰাহে ধনপুৰৰ দৰে মানুহ প্ৰধানকৈ চালিত হয়। পঞ্চ ইন্দ্ৰিয়ৰ ভিতৰত গোন্ধৰ চেতনাই ধনপুৰৰ তীব্ৰ। গোন্ধৰ জৰিয়তে ঘাইকৈ সি কোনো পাৰিস্থিতিক বুজাৰ বা মনত ৰখাৰ চেষ্টা কৰে ঃ

(ক) "ডিমিয়ে তোৰাটো খৈ গোমধান উলিয়ালে। পোৰা গোমধান। গোন্ধটো ধনপুৰৰ নাকত লগাৰ লগে লগে সি লাজ এৰি ডিমিলৈ চালে। এজোপা কঠলুৱা গছৰ তলত বহি তাই গোমধানটো তাক দিলে। দিওঁতে হাতখন তাৰ হাততে লাগিল।" (পৃঃ ৪)

(খ) " তাৰ পিছত দেখিলোঁ ছোৱালীজনীৰ কাপোৰত তেজৰ চেকা বাঢ়ি গৈ আছে, সেই কেচেমা কেচেম গোন্ধ। ছোৱালীজনীয়ে তেতিয়াও চকু মেলা

নাই। মই গৈ গাটো জোবোৰা মাৰি ল'লোঁ পুখুৰীত, কিন্তু গোন্ধটো নেযায়হে নেযায়, নাকৰ বিন্ধাত লাগি গ'ল। মই নতুন কাপোৰ পিন্ধি নাকটোত ধৰি কমত সোমালোগৈ। কলী বাইদেৱে ক'লে, তই এতিয়া যা। ডিছপেন্সৰীত ডাক্তৰ আছে নে নাই চাই আহগৈ। তাৰ পিছত বাইদেৱে নাকত ধৰি পকা দেখি খঙত ক'লে, এজনীৰ গোন্ধতে ইমান। মিলিটেৰী পুলিচ কিমানৰ এই-দৰে সতীত্ব নাশ কৰিছে ; তাক দেখা হ'লে মুৰ আচন্দ্ৰাই কৰি পৰি গ'লিহেঁতেন। এইটো গোন্ধ সহ্য কৰিব লাগিব। অত্যাচাৰৰ গোন্ধ ।" (পৃঃ ১২-১৩)

(গ) ...তাইৰ (ডিমিৰ) মনটো আন্দোলিত হ'ল। তাৰ পিছত মোণাৰ পৰা ছছতৰ ছাল এটুকুৰা উলিয়াই জুইশলা মাৰি জ্বলাই দিলে। সুন্দৰ গোন্ধ কেউপিনে বিয়পি গৈ ধনপুৰৰ নাকত সোমাল। সেই গোন্ধত তাৰ মন উবুৰি খাই পৰি শান্ত হৈ পৰিল। গোন্ধটো প্ৰবল হোৱাৰ লগে লগে সি চিগাৰেটটো দ'লিয়াই পেলাই দিলে। সি ক'লে, এইটো গোন্ধ মই বহুত দিনৰে পৰা বাট চাই আছিলোঁ। এইটোৱেই শান্তিৰ গোন্ধ। এইটোৱেই মানুহৰ গোন্ধ। এই-টোৱেই অমিয়ামাধুৰী দেওলাওৰ গোন্ধ। তই মোক বচালি, ডিমি। আৰু অলপ জ্বলাই দে।

ডিমিয়ে মোনাৰ পৰা আৰু অলপ ছাল উলিয়াই জ্বলাই দিলে। এইটো গোন্ধ আজি আমাৰ উছৰতো পাবি। তইঁতৰ ধূপ-ধূনাৰ গোন্ধৰ দৰেই বৰ ভাল। ডিমিয়ে উত্তৰ দিলে, ইয়াৰ আগতে এনেকুৱা গোন্ধ পোৱা নাছিলি নেকি ?

—ওঁহো। ধনপুৰে তিমিৰ ফালে চাই ক'লে, ইয়াৰ আগতে অত্যাচাৰৰ গোন্ধহে পাইছিলোঁ। সুভদ্ৰাৰ দেহটোৰ ওপৰত মিলিটেৰীয়ে অত্যাচাৰ কৰাৰ পিছত তাইৰ লবেজান দেহটো কঢ়িয়াই আনোতে সেই গোন্ধ পাইছিলোঁ। এতিয়াও সেই গোন্ধ নাকত লাগি আছে " (পৃঃ ১০৫—১০৬)

এইদৰে সচেতন চিন্তা-চেতনাৰ সলনি ঘাইকৈ জৈৱিক আৰু ইন্দ্ৰিয়চালিত জীৱনৰ জৰিয়তে ধনপুৰৰ চৰিত্ৰ অঙ্কিত হৈছে। কিন্তু ধনপুৰৰ জৈৱিক জীৱনৰ ভিত্তি অকল স্থূল দৈহিক আবেদন নহয়, ইয়াৰ ভিত্তি হ'ল ইন্দ্ৰিয়ৰ দ্বাৰা মানুহ আৰু প্ৰকৃতিক বুজিবৰ আৰু তেওঁলোকৰ লগত অন্তৰঙ্গ সম্পৰ্ক স্থাপনৰ চেষ্টা। জৈৱিক তাড়নাতে মাপোন ধনপুৰে মৰণৰ আগে আগে যৌৱনৰ প্ৰথম প্ৰণয়ী ডিমিৰ ওঠৰ এটি চুমা বিচৰা নাই।[2] তাৰ কামনাৰ অন্তৰালত আছে ৰূপেৰসে-

(২) "বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্যৰ ৰাজনৈতিক উপন্যাস" ডঃ গোবিন্দ প্ৰসাদ শৰ্মা, নাগৰিক, ১২ ৩. ৮১।

গন্ধে ভৰা এই বিনন্দীয়া জগৎখনক চেনেহ আৰু শ্ৰদ্ধাৰে সোঁৱৰাৰ এক অন্তিম প্ৰয়াস। পেয়সীৰ দৈহিক আকৰ্ষণ ৰূপনাৰায়ণৰো অজ্ঞাত নহয়। প্ৰথম প্ৰেমৰ আবেগৰ ধুমুহাৰ আনন্দক সি স্বীকাৰ নকৰি নোৱাৰে। কিন্তু এনে আবেগৰ অন্তৰালত দৈহিক আকৰ্ষণৰ উপৰও এক অনুজ দেহাতীত আকৰ্ষণো ৰূপনাৰায়ণে অনুভৱ কৰিছিল।

ধনপুৰৰ অন্তৰ্জগতখনক পথমৰ পৰাই পোহৰলৈ অনাৰ চেষ্টা কৰা হৈছে। এই পাহোৱাল ডেকাৰ বুকুত জ্বলি আছে একুৰা ব্যথাৰ জুই। এইকুৰা জুইৰ অন্তৰালত আছে শোষণ আৰু বঞ্চনাত কাতৰ এক বিদ্ৰোহী আত্মাৰ প্ৰতিবাদ। ধনপুৰৰ আদমিনীয়া পটাৰে হাকিম মুগ্ধ হ'ব নোৱাৰি। খেতিয়ক হবলৈকে তাৰ মাটি নাই। নামঘৰত সোমাবলৈকো তাত গোসাই-মহন্তৰ প্ৰতিপত্তি। ধৰ্মত বামুণৰ অধিকাৰ। এনে অন্যায় ব্যৱস্থাত ধনপুৰ বিদ্ৰোহী হৈ উঠিছে :

"এমুঠিমান মানুহে পুৰুষানুক্ৰমে সকলো ভোগ কৰিছে আৰু আমালৈ থৈছে উচ্ছিষ্টখিনি। গাটো সেইবাবে জ্বলি গ'ল। ভীমসেনৰ দৰে গদা ঘূৰাই গোটেইখন ছাৰখাৰ কৰি দিবৰ মন গ'ল।" (পৃঃ ১০০)

উপায় বিচাৰি ধনপুৰে পালে স্বৰাজৰ পথ। কিয়নো স্বৰাজ পালেই বাকীবোৰ "গাঁঠিৰ বান্ধ" সোনকালে খোল খাব। মানুহৰ মৰ্যাদা তাত সকলোৱে পাব। ভয়হীন সেইখন সমাজত ব্যক্তি আৰু সমাজ স্বাৰ্থৰ মাজত আৰু কোনো বিৰোধ নাথাকিব। ধনপুৰৰ সপোনৰ সমাজখনক বাস্তৱৰ ভিত্তিত বিশ্লেষণ কৰিলে বহু কটিয়ে ওলাব। কিন্তু ধনপুৰৰ দৰে গতানুগতিক ধৰণৰ শিক্ষা দীক্ষা নোপোৱা ডেকা এজনেও যে এনে মহান কল্পনা কৰিব পাৰে, ইয়াতে তাৰ সপোনটোৰ তাৎপৰ্য। ইয়ে ধনপুৰৰ চৰিত্ৰৰ আত্মিক গৌৰৱক দৃঢ় কৰি দেখুৱায়।

হিংসা-অহিংসাৰ সৰ্বগ্ৰাসী আৰু ক্ষয়ঙ্কৰী দ্বন্দ্বৰ পৰা মৃত্যুৰ মুহূৰ্তলৈকে ধনপুৰ মুক্ত হৈ ৰ'ল। মধু আহিনাকোঁৱৰ অথবা ভিভিৰামৰ দ্বন্দ্ব আৰু দ্বিধাৰ বিপৰীতে হিংসাত ধনপুৰৰ আছিল অটল বিশ্বাস। 'কৰিম বা মৰিম' পণ লোৱা মোটোহা আঙুলি দেখলেই হত্যাকাৰী যেন লগা এই ডেকাজনে কিন্তু নৰহত্যা কৰা নাই বা নৰহত্যা প্ৰত্যক্ষও কৰা নাই। যদিও ধনপুৰেই শক্ৰসেনাৰ বীভৎস হত্যাকাণ্ডৰ প্ৰধান হোতা, গোসাঁই আৰু ৰূপনাৰায়ণেহে এই ধ্বংসলীলাৰ হৃদয়বিদাৰক ৰূপ দেখিছে। এই দৃশ্যই গোসাঁইৰ অৱদমিত দ্বন্দ্বক তীব্ৰতৰ আৰু মাৰাত্মক কৰি তুলিছে। গৰিলা যুঁজৰ পৰিকল্পনা কৰা ৰূপনাৰায়ণেও আগৰ

উৎসাহ হেৰুৱাই হৃদয়ঙ্গম কৰিছে যে হত্যা আৰু হিংসাই আনন্দ নিদিয়ে। গাঁৱৰ বহুৱা টিকৌৰো অত্যাচাৰী পুলিচ বিষয়া অনন্তক বধাৰ দৃশ্য স্বচক্ষে দেখি হিংসাৰ প্ৰতি বিৰাগ জন্মিছে। ধনপুৰেও হিংসাৰ শৰণ লৈছে সমাজত ন্যায় আৰু সমতা স্থাপনৰ বাবেহে মাথোন। প্ৰকৃততে সি ভালপায় শান্তিৰ গোন্ধহে, 'অত্যাচাৰৰ গোন্ধ নহয়। স্বাধীনতা যুঁজত স্বামীক হেৰুওৱা গোসাঁনীয়েও চিন্তিত হৈ প্ৰশ্ন কৰিছে "স্বাধীনতা পালে মানুহবোৰ ভাল হবনে? কটাকটি মৰামৰি কৰিবলৈ এৰিবনে?" —এইদৰে জীৱন আৰু শান্তিৰ প্ৰতি থকা মানুহৰ স্বাভাৱিক আৰু সুস্থ হাবিয়াস মূৰ্ত হৈ উঠিছে।

( ৬ )

'মৃত্যুঞ্জয়'ৰ লৈতে হেমিংৱেৰ For Whom the Bell Tollsৰ কিছুমান মিল স্বাভাৱিকতেই মনলৈ আহে। উল্লেখযোগ্য যে শ্ৰীভট্টাচাৰ্যই এই উপন্যাসখন 'দেৱ-দুন্দুভি বাজে কাৰ বাবে' নাম দি অসমীয়ালৈ ভাঙনি কৰিছে।

মূল কাহিনী ( ফিচপ্লেট খুলি মিলিটেৰী সেনা লৈ অহা ৰেল বগৰোৱা / বোমা দি দলং ভাঙি শত্ৰুৰ যাতায়াতত বাধা দিয়া ), কাহিনীৰ পটভূমি ( ভাৰতৰ স্বাধীনতা আন্দোলন আৰু স্পেইনৰ গৃহযুদ্ধৰ ), উপন্যাসৰ কাৰ্যকৃতি আৰু উপস্থাপন ৰীতি ( 'মৃত্যুঞ্জয়'ৰ দহ অধ্যায়লৈকে ) দুয়োখন উপন্যাসে প্ৰায় একে। চৰিত্ৰৰ ৰূপায়ণ ( ধনপুৰ লস্কৰ / ৰবাৰ্ট জৰ্ডান, সুভদ্ৰা / মেৰিয়া কলী বাইদেউ / পিলাৰ লয়ৰাম / পাবলো ) আৰু বিভিন্ন অনুকাহিনীৰ ক্ষেত্ৰতো ( যেনে মিলিটাৰীৰ হাতত ধৰ্ষিতা সুভদ্ৰাক কলীবাইদেৱে শুশ্ৰূষা কৰি আশ্ৰয় দিয়ে, দয়াপৰবশতঃ ধনপুৰৰ সুভদ্ৰাৰ প্ৰতি ভালপোৱা জন্মে / ফেচিষ্টৰ হাতত মেৰিয়াও ধৰ্ষিতা হয়, পিলাৰে তাইক উদ্ধাৰ কৰি আশ্ৰয় দিয়ে, ৰবাৰ্টৰ মেৰিয়াৰ প্ৰতি গভীৰ সহানুভূতিয়ে ভালপোৱাৰ ৰূপ লয় ইত্যাদি ) লেখক 'For Whom the Bell Tolls'অৰ দ্বাৰা প্ৰভাৱান্বিত হোৱা যেন লাগে।

যুঁজাতেই জীৱনৰ গৌৰৱ, জয়-পৰাজয় বা পোৱা নোপোৱাই এই গৌৰৱক নিৰূপণ নকৰে—হেমিংৱেৰ এই জীৱনদৰ্শন 'মৃত্যুঞ্জয়'ত স্পষ্ট। আদৰ্শৰ বাবে যুঁজি আদৰ্শমত মৃত্যু বৰণ কৰিও ধনপুৰে তাৰ কৰ্তব্য সমাধা কৰিছে। ডিমি বা সুভদ্ৰাক সি হেঁপাহ কৰা মতে বিয়া কৰাব নোৱাৰিলেও তাইহঁতৰ আৰু কলী বাইদেউৰ নিস্বাৰ্থ স্নেহে তাৰ জীৱন পূৰ্ণ কৰি তুলিছে।

আসন্ন প্ৰসৱা পত্নীক সংসাৰত এৰি ধৰ্মপ্ৰাণ গোসাঁয়ে নিজৰ দায়িত্ব প্ৰাণ দি হ'লেও পালন কৰিছে: "সংসাৰত কেৱল আছে কৰ্তব্য। কঠোৰ অলংঘনীয় কৰ্তব্য। সেই কৰ্তব্যত তেওঁ উত্তীৰ্ণ হ'ল।"

কাহিনী আৰু উপস্থাপন ৰীতি 'For Whom'ৰ আৰ্হিত গঢ় লৈ উঠিলেও 'মৃত্যুঞ্জয়'ৰ পটভূমি, আবহাৱা আৰু চৰিত্ৰায়ণ সম্পূৰ্ণভাৱে অসমৰ: বিয়াল্লিছৰ অভূতপূৰ্ব গণজাগৰণৰ কালত নগাঁৱৰ এচাম বিদ্ৰোহীৰ এক আত্মঘাতী অভিযান আৰু ইয়াৰ পৰিণতিৰ কাহিনী 'মৃত্যুঞ্জয়'ত বৰ্ণিত হৈছে। ধনপুৰ, সুভদ্ৰা অথবা কলী বাইদেউক অৱশ্যে কোনো বিদেশী চৰিত্ৰৰ ছাঁ যেন নেলাগে; কিয়নো এওঁলোকৰ ভাব-অনুভূতি, ক্ৰিয়া-প্ৰতিক্ৰিয়া, পাৰস্পৰিক সম্বন্ধৰ মাজেৰে সেই সময়ৰ অসমীয়া সমাজখন মূৰ্ত হৈ উঠিছে। মেৰিয়াই ৰবাৰ্টক যচাৰ দৰে সুভদ্ৰাই কিন্তু মুকলিমনেৰে ধনপুৰক প্ৰণয় যাচিব পৰা নাই; সতীত্ব হেৰুওৱাৰ গ্লানিয়ে তাইৰ হৃদয়াবেগক সঙ্কুচিত কৰি ৰাখিছে। সেইদৰে কলী বাইদেউৰ সমাহিত ব্যক্তিত্বৰ অন্তৰালতো পোৱা যায় গান্ধীজীৰ প্ৰভাৱ।

সময় আৰু বিভিন্ন ভাব পৰিবেশনৰ ক্ষেত্ৰত 'মৃত্যুঞ্জয়'ৰ পৰিসৰ 'For Whom'-অতকৈ বহল। ৰবাৰ্টৰ আসন্ন মৃত্যু আৰু মৃত্যুৰ আগমুহূৰ্ততো শেষচিষ্ট এজনক তেওঁ গুলীয়াই মৰাৰ আশাৰ ইঙ্গিতেৰে 'For Whom'ৰ সামৰণি পৰিছে। 'মৃত্যুঞ্জয়'ত কিন্তু গোসাঁই আৰু ধনপুৰৰ মৃত্যুৰ পাছতো কাহিনী আগুৱাই গৈছে। অৱশ্যে উপন্যাসৰ পাছৰ ছোৱাত আগৰ আটিল গঠন আৰু নাটকীয়তা ভালেখিনি হ্ৰাস পাইছে। ধনপুৰহঁতৰ যি অভিযানেৰে উপন্যাসখন আৰম্ভ হৈছিল সেই অভিযান সফল হ'ল—কিন্তু এনে হিংসাত্মক কাৰ্যৰ পৰিণতি কেনে হ'ল তাকে দেখুৱাবলৈকে লিখকে ন-ন চৰিত্ৰৰ অৱতাৰণা কৰি সিইতক ভিন ভিন্ পৰ্যায়ৰ অভিজ্ঞতা আৰু হিংসা-অহিংসাৰ দ্বন্দ্বৰ মাজেদি আগবঢ়াই আনি শেষাস্তৰত অহিংসাৰ শ্ৰেষ্ঠতাকে উপলব্ধ সত্য হিচাপে দাঙি ধৰিছে।

এইখিনিতে এটা প্ৰশ্ন স্বাভাৱিকতেই মনলৈ আহে—'মৃত্যুঞ্জয়'ৰ প্ৰকৃত নায়ক কোন? উপন্যাসৰ শিৰোনামাই সূচায় যে বিয়াল্লিছৰ বিপ্লৱী জনতাৰ মুক্তিস্পৃহাই ইয়াৰ কেন্দ্ৰীয় ভাব (theme) অথবা "নায়ক"। এই বিমূৰ্ত ভাবক বাৰু লিখকে কোনো এটা বা ততোধিক চৰিত্ৰৰ মাজেদি, সমতা ৰাখি, কিমান যথোচিতভাৱে ৰূপায়িত কৰিব পাৰিছে? ধনপুৰ আৰু মহানন্দ গোস্বামীৰ আত্মমুক্তিৰ

অন্বেষণ আৰু দেশমাতৃকাৰ মুক্তিৰ হকে কৰা আত্মদানৰ কাহিনীয়ে উপন্যাসৰ প্ৰথম অৰ্ধাংশতকৈ আধক ঠাই জুৰি আছে। গৰিলা যুঁজৰ পৰিকল্পনা কৰা "ইতিহাস চেতনা"ৰে সমৃদ্ধ উচ্চাকাঙ্ক্ষা ডেকা ৰূপনাৰায়ণেও কিছু সময়ৰ বাবে পাঠকৰ দৃষ্টি আকৰ্ষণ কৰে। শেষাংশত আকৌ এই স্বাধীনতা স্পৃহা বিভিন্ন জন (টিকো, ৰতনী, ডিমি, অনুপমা, গোসানী আদি)ৰ মাজেদি খণ্ডিত ৰূপত প্ৰকাশ পাইছে। "খণ্ডিত ৰূপত": কিয়নো মহদা গোসাঁই আৰু ধনপুৰৰ দৰে টিকোইতৰ মুক্তিস্পৃহাৰ উৎস আৰু আত্মিক বিকাশৰ কাহিনী উপন্যাসত বৰ্ণিত হোৱা নাই। নতুন চৰিত্ৰৰ সমাবেশ ঘটাই, নানা বাহঃ আৰু অন্তৰ্দ্বন্দ্ব উত্থাপন কৰি, অনুশোচনা আৰু আত্মোপলব্ধিৰ ইঙ্গিতেৰে লেখকে যদিও আগৰ নাটকীয়তা বজাই ৰখাৰ চেষ্টা কৰিছে তথাপি 'মৃত্যুঞ্জয়'ৰ শেষাংশত আগৰ ঘনীভূত উৎকণ্ঠা ক্ৰমে কমি আহিছে আৰু গাঁথনিতো শিথিলতাই দেখা দিছে।

'For Whom'অত নথকা (আৰু অসমীয়া উপন্যাসতো প্ৰায় বিৰল) বিভিন্ন ভাবাদৰ্শ আৰু আবেগৰ মাজৰ নানানটা দ্বন্দ্ব 'মৃত্যুঞ্জয়'ত ৰূপায়িত হৈছে: দেশপ্ৰেম আৰু ব্যক্তিপ্ৰেম (ৰূপনাৰায়ণ), ভালপোৱা আৰু সংস্কাৰ (সুভদ্ৰা), ব্যক্তিগত আশা-আকাঙ্ক্ষা আৰু সামাজিক বাধা-নিষেধ (আৰতি), প্ৰতিহিংসাৰ ভাব আৰু পীড়িতজনৰ প্ৰতি সহানুভূতি (অনুপমা) ইত্যাদি। অৱশ্যে উপস্থাপিত সকলো দ্বন্দ্বই যে উপলব্ধিৰ গভীৰতা চুই গৈছে এনে নহয়, কিন্তু 'মৃত্যুঞ্জয়'ৰ দৰে ঘটনাপ্ৰধান কম সময় পৰিসৰৰ উপন্যাসত এই সীমাবদ্ধতাই কাচিৎহে সফলতাৰ বাটত থিয় দিছে।

ধনপুৰৰ সপোন আৰু ৰংগলা উৎসৱ বীৰেন ভট্টৰ মৌলিক আৰু গুৰুত্বপূৰ্ণ সৃষ্টি। দলং ভঙাৰ আগতে ৰবাৰ্টেও কল্পনা কৰিছে, এই যাত্ৰাত কোনোমতে মৃত্যুৰ হাত সাৰিলে কিদৰে সি নগৰত মেৰিয়াৰ সতে সুখ-সন্তোষত দিন কটাব। ধনপুৰেও ভাবিছে, ৰেল বগৰাই নমৰি জীয়াই থাকিলে স্বাধীনতাৰ পাছত সি এটা আটোমটোকাৰী ঘৰ সাজিব—য'ত সুভদ্ৰাৰ লগত থাকিব কলী-বাইদেউ আৰু গাঁৱৰ পৰা অহা শ্বহীদৰ পৰিয়ালৰ মানুহ। এইদৰে ধনপুৰৰ ব্যক্তিগত সুখ-দুখ, সংকল্প—সাধনা বহুজনৰ সুখ-দুখ, আশা-আকাঙ্ক্ষাৰ লৈতে এক হৈ গৈছে। আকৌ, ৰংগলা উছৱৰ নৃত্য-গীতে মহদা গোসাঁইৰ হৃদয় আৰু মনত তোলা আলোড়নে বুজায় যে ঔপন্যাসিক বৰ্তমান সমাজৰ অভাৱ-অভিযোগ

সম্পৰ্কে অচেতন নহয়, বৰং এই স্থবিৰ সমাজৰ মুক্তি তেওঁৰো কাম্য। এনে দৃষ্টিভংগীৰ অন্তৰালত নিশ্চয় আছে লিখকৰ একালৰ গণসংযোগৰ প্ৰেৰণা।[৩]

## ( দ্বিতীয় প্ৰবন্ধ )

**অধ্যাপক শ্ৰীউপেন্দ্ৰ বৰকটকী**

বিয়াল্লিছৰ আন্দোলনৰ পটভূমিত ৰচিত ডঃ বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্যৰ 'মৃত্যুঞ্জয়ে' জ্ঞানপীঠ বঁটা অৰ্জন কৰাৰ আগেয়ে উপন্যাসখনৰ সম্পৰ্কত আমাৰ সাহিত্যত বিশেষ কোনো আলোচনা হোৱা নাছিল। এইটোও মন কৰিবলগীয়া কথা যে বিয়াল্লিছৰ বিপ্লৱ আৰু দ্বিতীয় মহাসমৰৰ পটভূমিত অসমীয়া সাহিত্যত মাত্ৰ তিনিখনহে উপন্যাস ৰচিত হৈছিল। এই তিনিখন হ'ল পদ্মপতি ভৰদ্বাজৰ 'ৰঙা ৰঙা তেজ' (১৯৬৮), বীৰেন ভট্টাচাৰ্যৰ 'মৃত্যুঞ্জয়' (১৯৭০) আৰু যোগেশ দাসৰ 'ডাৱৰ আৰু নাই' (১৯৫৫)। তাৰে ভিতৰত যোগেশ দাসৰ 'ডাৱৰ আৰু নাই'ত দ্বিতীয় মহাসমৰৰ শেষ ছোৱাত অসমৰ জাতীয় জীৱনত যুদ্ধৰ যি এক গভীৰ প্ৰভাৱ পৰিছিল তাৰেই হৃদয়গ্ৰাহী বৰ্ণনা আছে। ক'বলৈ গ'লে ১৯৫৫ চনলৈকে মাত্ৰ এইখন উপন্যাসেহে বিয়াল্লিছৰ বিপ্লৱ আৰু দ্বিতীয় মহাসমৰৰ বিভীষিকা — এই দুয়োটাৰে সাৰ্থক চিত্ৰ দাঙি ধৰিছিল। পদ্মপতি ভৰদ্বাজৰ 'ৰঙা ৰঙা তেজ' আৰু বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্যৰ 'মৃত্যুঞ্জয়'ত ঘাইকৈ বিয়াল্লিছৰ গণ আন্দোলনৰ শেষৰ ফালৰ চিত্ৰহে আছে আৰু এই দুয়োখন উপন্যাসৰ ৰচনাকালো ষাঠি চনৰ পিছতহে।

দীঘাদিন বিৰতিৰ পিছত ভট্টাচাৰ্যই অশেষ কষ্ট আৰু মন-প্ৰাণ দি লেখি উলিওৱা 'মৃত্যুঞ্জয়'ৰ পটভূমি বিস্তৃত নহয়, উপন্যাসখনৰ সময় আৰু স্থানো ব্যাপক নহয়। কম পৰিসৰৰ ভিতৰত উপন্যাসখনৰ কাহিনীভাগ ৰচনা কৰা হৈছে।

---

৩. ড° গোবিন্দ প্ৰসাদ শৰ্মাই প্ৰথমে এই প্ৰবন্ধ লিখাৰ বাবে উৎসাহ দিয়ে। ডঃ হীৰেন গোহাঁই আৰু শ্ৰীযুত হীৰেন্দ্ৰ নাথ দত্তই প্ৰবন্ধৰ বক্তব্যৰ প্ৰতি আগ্ৰহ দেখুৱাই দিহা-পৰামৰ্শ দিছে। ৰংগপুৰ উত্তৰৰ বৰ্ণনাত লেখকৰ আদৰ্শ জীৱনৰ চিন্তা ফুটি উঠিছে নেকি—এই প্ৰশ্ন শ্ৰীবিশ্বজিৎ দত্ত গোস্বামীয়ে উত্থাপন কৰি আমাৰ আগত অনুসন্ধানৰ দিশ এটা মুকলি কৰি দিছে। এওঁলোকসকলৰ প্ৰতি লেখক কৃতজ্ঞ।

সেয়ে হ'লেও ইয়াত এখন উপন্যাসত থাকিব লগীয়া সকলোবিধ উপাদানেই আছে। উপন্যাসখনত আমাৰ সমাজৰ বিভিন্ন দিশ প্ৰতিফলিত কৰা হৈছে। সামাজিক বৈষম্য, কুসংস্কাৰ, নানা জাতি-উপজাতি, জনজাতি আনকি বিভিন্ন সৰু সৰু সম্প্ৰদায়ৰ নিজ নিজ কাহিনীৰ উপৰিও অসমৰ গ্ৰাম্য জীৱনৰ নিখুঁত অথচ হৃদয় বিদৰা চিত্ৰ আৰু মনোৰম প্ৰকৃতিৰ বৰ্ণনাই উপন্যাসখনক স্বকীয়া মৰ্যাদা দিছে। পাৰিবাৰিক হুবহু বৰ্ণনা আৰু সৰ্বসাধাৰণ বিচিত্ৰ অভিব্যক্তিৰ নিখুঁত ৰূপায়ণে 'মৃত্যুঞ্জয়'ক সফলোৰে আপোন কৰি পেলাইছে। মানুহৰ মনৰ মাজত চলা অন্তৰ্দ্বন্দ্বও ঔপন্যাসিকৰ নিপুণ লেখনীত পৰি হৃদয়গ্ৰাহী হৈ পৰিছে। উপন্যাসখনৰ মাজে মাজে 'কীৰ্তন', 'দশম', 'নামঘোষ' আদিৰ উদ্ধৃতি দি ঔপন্যাসিকে আতুৰত পৰা জনক পৰিত্ৰাণৰ উপায় দিছে। মহদা গোঁসাই, ধনপুৰ, ৰূপনাৰায়ণ, আহিনা কোঁৱৰ, মাণিক বৰা, জয়ৰাম, ডিমি, কলী বাইদেউ, সুভদ্ৰা, অনুপমা, আৰতি আদি চৰিত্ৰই বিভিন্ন ধৰণৰ বিভিন্ন মনৰ কথা প্ৰকাশ কৰিছে আৰু তাৰ মাজে দি়েই মানৱ জীৱনৰ মহত্ত্বৰ কথা ওলাই পৰিছে।

গান্ধীজীৰ আহ্বানত ভাৰতবাসীয়ে অহিংস পদ্ধতিৰেই স্বাধীনতা আন্দোলন লাইছিল দি সুভাষ বসুৰ নেতৃত্বত এটা পক্ষ যুদ্ধ কৰাৰ পক্ষপাতী আছিল। আনহাতে জয়প্ৰকাশ নাৰায়ণ আৰু ৰাম মনোহৰ লোহিয়াৰ মতে আছিল গৰিলা যুদ্ধই জয়লাভৰ সুন্দৰ পথ। উপন্যাসখনৰ প্ৰধান চৰিত্ৰ মহদা গোঁসাই ইয়াৰ দোমোজাত পৰি অন্তৰ্দ্বন্দ্বত ভুগিছে। এফালে তেওঁ মিলিটেৰী ৰেল বগৰাবৰ কাৰণে আগভাগ লৈ তেওঁৰ সহযাত্ৰী কেইজনক নিজৰ কৰ্তব্যৰ প্ৰতি অৱহেলা নকৰিবলৈ মুহূৰ্তে মুহূৰ্তে সঁকিয়াই আছে, আনহাতে তেওঁৰ অৱচেতন মনে প্ৰশ্ন কৰিছে—"মানুহ নমৰাকৈ যদি যুঁজিব পাৰিলেহেঁতেন, তেন্তে কিমান সুন্দৰ হ'লহেঁতেন।" গুলী চলোৱাৰ পিছত তেওঁৰ এই সংঘাত আৰু বাঢ়িছে। এক প্ৰকাৰ উন্মাদ হৈ তেওঁ কৈ পেলাইছিল—"এই হাতখনত মানুহৰ তেজ লাগি আছে। এইটো মোৰ সহ্য হোৱা নাই। মোৰ বিবেক বিকল হৈ গৈছে। আচলতে মোৰ নৈতিক দ্বন্দ্ব ঘটিছে। মিছা কথা কৈ লাভ নাই। মই অহিংস যুঁজহে ভাল পাওঁ। সেই যুঁজহে আচল যুঁজ।" নিজৰ কৰ্তব্য কৰাৰ পিছত তেওঁ আকৌ ভাবিছে—"মানুহ মৰা বেয়া। মানুহৰ দেহাৰে মানুহে একো স্থায়ী মন্দিৰ সাজিব নোৱাৰে। কিন্তু তেওঁ ভুল কৰা নাই। স্বয়ং শ্ৰীকৃষ্ণয়ো সুদৰ্শন চক্ৰ ধৰিব লগীয়া হৈছিল মাজে মাজে। কেতিয়াবা হিংসাৰ দৰকাৰ হয় দুষ্টক দমন কৰিবৰ বাবে।" হিংসা আৰু অহিংসা এই দুই পদ্ধতিৰ দোমোজাত

পৰি অপিৰ-আঁবৰ হৈ পৰা মহদা গোসাঁইৰ বিপৰীতে ৰূপনাৰায়ণ আৰু ধনপুৰে হিংস আন্দোলনেই জয়লাভৰ উত্তম পথ বুলি বিবেচনা কৰিছিল। ৰূপনাৰায়ণ আৰু ধনপুৰ নিজ আদৰ্শত অবিচল আৰু পোনপটীয়া। ৰূপনাৰায়ণৰ যুক্তি হ'ল "গান্ধীয়ে যিখন যুঁজ দিছে সেইখন কেৱল আদৰ্শতহে আছে। প্ৰত্যেক মানুহেই গান্ধীৰ দৰে সাহসী হৈ অহিংস সেনা হোৱা সম্ভৱ নহয়।" ঠিক একে যুক্তিকে দিছে ধনপুৰেও। দধি মাষ্টৰৰ কথাত যেতিয়া জয়ৰামক প্ৰাণে নামাৰিবলৈ আহিনা, ভিভিৰাম, জয়ৰাম, মাণিক বৰা আদিয়ে সিদ্ধান্ত কৰিছিল তেতিয়া ধনপুৰে অস্ত্ৰ-শস্ত্ৰৰ শিক্ষা লোৱা যে প্ৰয়োজন আৰু দৰকাৰ হ'লে যে আপোনজনকো নিপাত কৰিব লাগে সেই যুক্তি দিছে। ৰূপনাৰায়ণ কেতিয়াবা বিচলিত হ'লেও ধনপুৰ কিন্তু নিজ আদৰ্শৰপৰা কিঞ্চিতো বিচলিত হোৱা নাছিল। বেল বগৰোৱাৰ পিছত ৰূপনাৰায়ণে দুখ কৰি কৈছে—"মানুহৰ তেজেৰে মানুহৰ হাত বোলালে কোনে আনন্দ কৰিব পাৰে! যুদ্ধ বৰ নিষ্ঠুৰ। গৰিলা যুঁজো নিষ্ঠুৰ।" ধনপুৰ কিন্তু ইমান ভাব প্ৰৱণ হৈ পৰা নাই। গুলীবিদ্ধ হৈ যেতিয়া সি চটফটাই আছিল তেতিয়াও তাৰ দৃষ্টি ভৱিষ্যতৰ পিনেহে। অহিংসাৰে এঘড়ী যুঁজি চাই পিছত হিংসাৰে যুঁজা ধনপুৰে মনৰ ক্ষোভত এবাৰ কৈছিল—"আমি অহিংসা, আহংসা কৰিয়েই মৰিলোঁ।"

ঔপন্যাসিক বীৰেন্দ্ৰকুমাৰ ভট্টাচাৰ্য কথাই কামে হিংসাত্মক পদ্ধতিৰ বিৰোধী। এজন আলোচকে কবৰ দৰে—"বীৰেন্দ্ৰ ভট্টাচাৰ্যক যিসকলে কাষৰ পৰা ভালদৰে লক্ষ্য কৰিছে, তেওঁলোকে জানে, তেওঁ চিন্তাত, কাৰ্যত প্ৰাত্যহিক জীৱনত আনকি শিল্প চেতনাতো প্ৰকৃতভাৱে অহিংস"। ভট্টাচাৰ্যই নিজেও কয়—"হিংসাত্মক পদ্ধতি গ্ৰহণৰ ফলত বিয়াল্লিছৰ বিপ্লৱত জটিল বিবিধ দ্বন্দ্বই দেখা দিছিল, সেইবোৰক বিষয়বস্তুহে কৰিছোঁ। মই এনে পদ্ধতিত বিশ্বাস নকৰোঁ।" 'মৃত্যুঞ্জয়' উপন্যাসত ভট্টাচাৰ্যই বিয়াল্লিছৰ আন্দোলনৰ বিভিন্ন দিশহে নিৰপেক্ষভাৱে দেখুৱাইছে—ইয়াত তেওঁ নিজস্ব মতবাদ প্ৰচাৰ কৰিবলৈ যোৱা নাই।

বীৰেন্দ্ৰ ভট্টাচাৰ্য শোষিত আৰু অৱহেলিত মানুহৰ সুখ-দুখৰ সমভাগী। তেওঁলোকৰ দুখ-কষ্টই তেওঁক কন্দুৱায়। 'মৃত্যুঞ্জয়'ত এনে দুখৰ কাহিনী পাতে পাতে প্ৰকাশ পাইছে। মানুহক তেওঁ মানুহ হিচাপেই চোৱাটো বিচাৰে। জাত-ভেদ আৰু উচ্চ নীচ মনোবৃত্তি তেওঁৰ মনৰপৰা সাত চাপৰ বাহিৰত। 'মৃত্যুঞ্জয়'ত তেওঁ কৈছে—"কেৱল নীতি-নিয়ম হ'লেই যেখনিয়াৰ ব্ৰাহ্মণ হয়, ভকত হয়, যেখনিয়াৰ মোলবী-মোল্লা হয়। আচল ধৰ্ম হৈছে মানৱ ধৰ্ম।

মানুহৰ দুখ নিবাৰণ কৰিবলৈ গৈয়েই বুদ্ধ অৱতাৰ হ'ল। চৈতন্য মহাপ্ৰভু আৰু শঙ্কৰ গুৰুৱেও প্ৰেমৰ ওপৰত জোৰ দিছে। মানুহৰ মাজতেই ঈশ্বৰ আছে। বুদ্ধদেৱেও ক'লে—"বহুজনৰ হিত, বহুজনৰ সুখেই মোৰ ধৰ্ম।" তথাপি মানুহৰ মনত থকা নিজ সম্প্ৰদায়ৰ ভাব মুখচাৰ কাৰণে তেওঁ ধনপুৰৰ মুখেৰে কোৱাইছে—"সহস্ৰ গাঁঠিৰ বান্ধ। তই মিকিৰৰ (কাৰি?) ছোৱালী। মই কছাৰী, ডিলি গাবো, ৰূপনাৰায়ণ কৈবৰ্ত্ত মানুহ। ক'তা আমি যেখোন অসমীয়াকে হব পৰা নাই, মানুহ হ'ম কেতিয়া?" ইয়াৰ আন এটা সূক্ষ্ম চিত্ৰ পোৱা যায় যেতিয়া গোসাঁয়ে ডিমিৰ হাতেৰে খাবলৈ ধৰিছিল, তেতিয়া আহিনা কোঁৱৰে গোসাঁইক প্ৰশ্ন কৰিছিল—"তোমাৰ মতিভ্ৰম হৈছে নেকি গোসাঁই? ডিমিৰ হাতে চাহ খাবা?" গোসাঁয়ে তেতিয়া উত্তৰ দিছিল—"ৰামেও যেখোন গুহক চণ্ডালৰ ঘৰত খাইছিল। কি হ'ল? হলে হ'ব? তোমালোকে বিচাৰ ক'ৰিবা পিছত। কামটো হৈ যোৱাৰ পিছত বাছি থাকোঁ যদি বিচাৰ কৰিবা। এইবোৰ বামুণালি আৰু ভকতালি এৰি দিব লাগিব।" সংস্কাৰকামী ভিভি ৰামেও ৰামায়ণ মহাভাৰতৰ পৰা উদাহৰণ আনি কৈছিল—"জাতটোহে আচলতে নিগনিৰ গাঁত, গোটেইখন ঘোপমাৰা আন্ধাৰ। ওলাবও নোৱাৰি, সোমাবও নোৱাৰি, এনেকৈ বাহিৰত উশাহো লব নোৱাৰি। আৰু মানুহৰ আচল চিন কামতহে। তেহেলৈ তুমি হাঁহেৰেই খোৱা বা মাহেৰেই খোৱা।" মহদা গোসাঁইৰ কথা আৰু কামৰ মাজত কোনো বিসংগতি নাই। মহদা গোসাঁয়ে এদিন সকলোৱে চুৱাপাত অতোৱাৰ কাৰণে ৰক্ষণশীল প্ৰকৃতিৰ আহিনা কোঁৱৰে কৈছিল—"গোসাঁয়ে নকৰা কাম কৰিলে?" অল্পভাষী গোসাঁয়ে এনেবিলাক মনোবৃত্তিয়েই যে আমাক বহুতো তললৈ নিছে সেইকথা আঙুলিয়াই কৈছে—"আমাৰ মানুহৰ এটা বৰ বেয়া অভ্যাস আছে বুজিছা। বৰ কথা পাতে আৰু জাত-পাতৰ কথা লৈ বৰ মূৰ ঘমায়।" বীৰেন্দ্ৰ ভট্টাচাৰ্য নিজেও মনে-প্ৰাণে সংস্কাৰকামী। এবাৰ তেওঁৰ এজন বিশিষ্ট সাহিত্যিক বন্ধুক কৈছিল—"আমাৰ সমাজত জাত-পাতৰ যি ভেদভাব আছে তাক সাহিত্যত স্পষ্টভাৱে উল্লেখ কৰি তাৰ দূৰীকৰণত সহায় কৰিব লাগে।" সন্দেহ নাই, ভট্টাচাৰ্যই তেওঁৰ প্ৰত্যেক লেখনীতে এই কথাৰ ওপৰতে সৰ্বাধিক গুৰুত্ব দি আহিছে।

নাৰী জীৱনৰ দুখ-দুৰ্দশাৰ প্ৰতিও ঔপন্যাসিক অত্যন্ত সহানুভূতিশীল। 'মৃত্যুঞ্জয়'ত গোসাঁনী, ডিমি, কলী বাইদেউ, সুভদ্ৰা, অনুপমা, আৰতি চৰিত্ৰৰ

মাজেৰে তেওঁলোকৰ মনোবেদনা ঔপন্যাসিকে মনোৰমকৈ প্ৰকাশ কৰিছে। নাৰীৰ প্ৰতি সামাজিক অবিচাৰেও ঔপন্যাসিকক ক্ষুব্ধ কৰি তুলিছে। নাৰী স্বাধীনতাৰ ওপৰত তেওঁ প্ৰত্যেকখন উপন্যাস আৰু প্ৰায় গল্পতে গুৰুত্ব দি আহিছে। 'মৃত্যুঞ্জয়'তো তেওঁ কৈছে—"নাৰীসকল ৰাজপথলৈ ওলাই নহালৈকে এই অন্ধ ৰীতি-নীতিৰে বন্ধ' সমাজখন চলি থাকিব।" এইখিনিতে অৱশ্যে ক'ব পাৰি—তেওঁৰ প্ৰথম উপন্যাস "ৰাজপথে ৰিঙিয়াই"ত নাৰী স্বাধীনতাৰ ওপৰত যিমান বিস্তৃতভাৱে কোৱা হৈছে 'মৃত্যুঞ্জয়'ত সিমান বিস্তৃতভাৱে কোৱা হোৱা নাই। সেয়েহলেও নাৰীৰ নিজস্ব মতৰ যে বৰ্তমান সমাজত কোনো স্থান নাই সেইকথা 'মৃত্যুঞ্জয়'ত তেওঁ ডিমি আৰু আৰ্যিতৰ মাজেৰে দেখুৱাইছে। সুভদা চৰিত্ৰৰ মাজেৰে ঔপন্যাসিকে সমাজত নাৰীৰ মূল্য কিমান নগণ্য, নাৰী কিমান অসহায় সেই কথা কৈছে। তাই কামনাৰ সামগ্ৰী হোৱাত অনুতাপত দগ্ধ হৈ শেষত আত্মহত্যা কৰিলে। তাইৰ কাৰণে একমাত্ৰ চিন্তা কৰিছিল ধনপুৰেহে। ধনপুৰে জানিশুনিও তাইক উদ্ধাৰ কৰিবলৈ আগবাঢ়ি আহি তাৰ নৈতিক সাহসৰ পৰিচয় দিছিল। উপন্যাসখনত বামুণৰ বিধবাৰ কথাও অনুপমাৰ মাজেৰে দাঙি তোলা হৈছে। ঔপন্যাসিকে কৈছে—বামুণৰ বিধবা হোৱা আৰু মৰা একে কথা। ঘৰে জীৱন দেহৰ নিগড়, আহাৰ নিৰামিষ আৰু স্বামী হয় ভগৱান। জীৱনটো অপাংক্তেয় হৈ পৰে।"

নাৰীৰ দুখ-দুৰ্দশা বৰ্ণনা কৰাৰ লগতে পাৰিবাৰিক সমস্যাৰ একো একোখন সুন্দৰ চিত্ৰও ঔপন্যাসিকে 'মৃত্যুঞ্জয়'ত দাঙি ধৰিছে। আকৰ্ষণ-বিকৰ্ষণেই হ'ল মানুহৰ সহজাত প্ৰবৃত্তি। নাৰী-পুৰুষ, স্বামী-স্ত্ৰী বা প্ৰেমিক-প্ৰেমিকাৰ যি আকৰ্ষণ তাক তেওঁ সূক্ষ্ম ভাবাৰে 'মৃত্যুঞ্জয়'ত বৰ্ণনা কৰিছে। গোসাঁই আৰু গোসাঁনীৰ সম্পৰ্কৰ বিষয়ে তেওঁ কৈছে—"মুনিহ-তিৰোতাৰ সম্পৰ্কটোযে কি? এটাই আনটোৰ কাৰণে এনেকৈ ভাবে। পিছে এই ভবাটোৱেই হৈছে মনুষ্যত্বৰ চিন। গোসাঁয়ে গোসাঁনীৰ পৰা বিদায় লোৱাৰ সময়ত গোসাঁনীয়ে তামোলৰ টেমাটোত তামোল ভৰাই গিৰিয়েকক ইটো-সিটো কোৱাৰ ছলতে ক'লে—'আৰু বা কাৰ ভাগ্যত কি ঘটে কোনে জানে? বহুতৰে বুকু সুদা হ'ব। খেনোৰ তিৰোতাৰ কপালখন উকা হ'ব। খেনোৰ দেহা ধূলীয়া হ'ব।" গোসাঁনীয়ে যেন এই কথা কৈ নিজৰ ভৱিষ্যত অমংগলৰ ইংগিত দিছিল। গোসাঁয়ে তেতিয়া কৈছিল—"আপদ চোচোৱাইছা কে'লেই? তেতিয়াবা বিলত মাছ মাৰিবলৈ যাওঁতেও মানুহ মৰে। বৰ এখনত হানি-বিঘিনি নহবনে?"

এহাতে জন-বিশ্বাস, আনহাতে নিয়তিৰ ইচ্ছাৰ ওপৰত যে কাৰো হাত নাই তাকে ইংগিত দিছে গোসাঁয়ে। সেইবুলি স্বামী হিচাপে তেওঁৰ কৰ্তব্য কৰিবলৈয়ো পিছ হোহঁকা নাই, বৰং অলেখ বাধা-বিঘিনিৰ মাজতো কৰি গৈছে। আনকি মৃত্যুৰ লগত যুঁজি থাকোঁতেও গোসাঁয়ে তেওঁৰ সহকৰ্মী কেইজনক গৰ্ভৱতী স্ত্ৰীৰ বিষয়ে কৈছিল—"এটা কথা খালি মনত ৰাখিবা। গোসাঁনীৰ ল'ৰা-ছোৱালী যি হয়—যদি ইহঁতে এতিয়াও মানুহজনী বচাই ৰাখিছে—তাক তোমালোকে চাবা।" মায়া-মোহ বাদ দি খুব কম সংখ্যক মানুহহে সংসাৰত বৰ্তি থাকিব পাৰে। গোসাঁয়েও মায়াময় সংসাৰৰ মোহ এৰিব পৰা নাই। গোসাঁই, ধনপুৰ আৰু ৰূপনাৰায়ণহঁতৰ গুপ্ত আঁচনিমতে যেতিয়া ৰেল বাগৰিল আৰু পিছত যেতিয়া গোসাঁই আৰু ধনপুৰে বিপৰীত পক্ষৰ হাতত প্ৰাণ এৰিলে তেতিয়া গোসাঁনী ক্ষন্তেক বিচলিত হলেও ধৈৰ্য হেৰুওৱা নাছিল। পিছত ডিমিৰ আগত গোসাঁনীয়ে কৈছিল—"দেশখনক বুজা মানুহনো কেইটা আছে? কিন্তু এটা কথা ভাবি ভাল লাগে—তেওঁলোকে ধন-সম্পত্তি, ল'ৰা-তিৰোতা এই-বোৰতকৈ দেশখন বেছি ভাল পাইছিল।"—গোসাঁনী যেন ইয়াত সামান্য গৃহিণী হৈ থকা নাই। তেওঁৰ মহত্ত্ব এই একেষাৰ কথাতে ফুটি ওলাইছে।

গিৰিয়েক-ঘৈণীয়েকৰ মাজৰ জৈবিক আৰু মানসিক আকৰ্ষণৰ কাহিনী তেওঁ যিদৰে গোসাঁই-গোসাঁনীৰ মাজেৰে সুন্দৰকৈ বৰ্ণনা কৰিছে, সেইদৰে ডিমি আৰু ধনপুৰ, ধনপুৰ আৰু সুভদ্ৰা, ৰূপনাৰায়ণ আৰু আৰতিৰ প্ৰণয়ৰ কথাও বৰ্ণনা কৰিছে। ডিমিৰ লগত ধনপুৰৰ বিয়া নহ'ল। সেয়েহে তাই মনৰ দুখৰ কথা পকাশ কৰি কৈছে—"তাইক নিজে যোৰ পাতিবলৈ দিয়া হ'লে তাই নিশ্চয় ধনপুৰকে বৰিলেহেঁতেন।" বিয়াৰ ক্ষেত্ৰত যে নাৰীৰ কোনো স্বাধীনতা নাই ডিমিৰ এই উক্তিৰ মাজেৰেই প্ৰতিফলিত হৈছে। তথাপি ডিমিয়ে ধনপুৰৰ প্ৰতি থকা আকৰ্ষণ বোধ কৰিব পৰা নাই। ডিমিৰ মানত ধনপুৰ একেবাৰে সৰু ল'ৰা, ধনপুৰৰ অবিহনে ডিমিয়ে কোনো কথাই ভাবিব নোৱাৰে। সেয়ে তাই ধনপুৰক এৰি দিবলৈ অনিচ্ছা কৰি কৈছিল—"তোক মই যাবলৈ নিদিওঁ, তোক মই নি কৰবাত লুকুৱাই থ'ম…তোক মই গোসাঁইহঁতৰ হাতত এৰি নিদিওঁ। মই তোক মোৰ আচলত বান্ধি থ'ম।" মিলিটেৰীৰ গুলীত ধনপুৰ চট্‌ফটাই থকা অৱস্থাতো ডিমি খবৰ পাই বিজুলী বেগেৰে আহি ধনপুৰৰ কাষত আৰ্তনাদ কৰি উঠিল। ধনপুৰক এবাৰ চাবলৈ ক'লে যদিও ধনপুৰৰ চেতনা আৰু ঘূৰি নাহিল। তাই

ওচৰতে থকা পুলিচ কৰ্মচাৰী শইকীয়া আৰু বিশ্বাসঘাতকী লয়বামক এনেদৰে কৈ মনৰ ক্ষোভ পাতলাইছে—"গলিনে ইয়াৰপৰা! জানো মৰা শটো খালেহে তইঁতৰ হেঁপাহ পূৰাব। দেশৰ দ্ৰোহ কৰাইঁত তইঁতি পোক লাগি মৰিবি।"

ধনপুৰৰ পথৰেই আগবঢ়া ৰূপনাৰায়ণৰো এদিন চহৰৰ জীয়ৰী আৰতিৰে সৈতে মনৰ সহৃদয়তা গঢ়ি উঠিছিল—ঔপন্যাসিকৰ ভাষাত—দৈহিকেই নহয়, দেহাতীত আকৰ্ষণ গঢ়ি উঠিছিল। শিক্ষিত, দেখনীয়াৰ আৰু তীক্ষ্ণধী ৰূপনাৰায়ণক আৰতিৰ দেউতাকৰো জোৱাই কৰাৰ একান্ত ইচ্ছা আছিল। কিন্তু ৰূপনাৰায়ণে দেশখনক বেছি ভাল পোৱাৰ কাৰণে আৰতিক নিজৰ কৰি লব নোৱাৰিলে। ৰূপনাৰায়ণে দেশৰ মুক্তিৰ হকে মন-প্ৰাণ উছৰ্গা কৰা কাৰণে বিয়াৰ কথা তল পৰিল। ৰূপনাৰায়ণে এইবুলি ভাবিয়েই সান্ত্বনা লভিছে—"প্ৰিয়বস্তু ত্যাগ কৰিব নোৱাৰিলে সাধনা সিদ্ধি নহয়।" প্ৰিয়বস্তু আৰতি আৰু সাধনা হ'ল—দেশখনক পৰাধীনতাৰপৰা মুক্ত কৰা। সেয়েহে পুলিচ চোৰাংচোৱাৰ চকুত ধূলি মাৰি বিয়াৰ আগদিনা আৰতিৰে সৈতে দেখা হওঁতে ৰূপনাৰায়ণে আৰতিক আশীৰ্ব্বাদ দি কৈছিল—"যদি মোক এতিয়াও তুমি ভাল পোৱা তেন্তে মোক ভাল পাব নালাগে, মই যাক ভাল পাওঁ, যাৰ বাবে মই সৰ্বস্ব ত্যাগ কৰিছোঁ, তেওঁক ভাল পাবা। তেওঁ হৈছে ভাৰতীয় আই"—অৰ্থাৎ ভাৰতবৰ্ষ।

'মৃত্যুঞ্জয়' উপন্যাসত জাতীয়তাবাদৰ ধ্বনি-প্ৰতিধ্বনিও অনুৰণিত নোহোৱাকৈ থকা নাই। অৱশ্যে বীৰেন ভট্টৰ জাতীয়তাবাদ ঠেক জাতীয়তাবাদ নহয়। তেওঁ গাঁৱৰ মাজেৰেই সমগ্ৰ বিশ্বৰ আৰু বিশ্বৰ মানুহৰ কথা প্ৰতিফলিত কৰে। 'মৃত্যুঞ্জয়'ত অসমৰ জাতীয় জীৱনৰ চিত্ৰ পাতে পাতে পোৱা যায়। অসমৰ প্ৰাকৃতিক সৌন্দৰ্যৰ সুন্দৰ বৰ্ণনায়ো উপন্যাসখনৰ জেউতি চৰাইছে। ইয়াৰ মাজেৰেই সহজ-সৰল মানুহৰ নিজ জাতি আৰু দেশৰ প্ৰতি নিতান্ত ভাল পোৱা প্ৰকাশ পাইছে। প্ৰকৃততে ক'বলৈ গ'লে একাংশ লোকৰ বাহিৰে সকলোৰেই ভাৰতৰ স্বাধীনতা আন্দোলনত প্ৰত্যক্ষ নহলেও পৰোক্ষভাৱে অংশ গ্ৰহণ কৰিছিল। সেই অৰ্থত ভাৰতক ভালপোৱা জাতীয়তাবাদী সকলৰে এই আন্দোলন আছিল বুলি ক'ব পাৰি। এই প্ৰসংগত শৰাইঘাটৰ ৰণৰ কথা সোঁৱৰণ কৰি কৈছে—"শৰাইঘাটৰ ৰণত অসমীয়া সৈন্যই গাঁৱলীয়া পদ্ধতিৰেই যুঁজিলে, যুঁজি দেশ ৰক্ষা কৰিলে। সেইবোৰ কথা

সুৰক্ষীত আছে, আমি খালি পাহৰি গৈছোঁ।" অসমীয়া মানুহৰ সেইটোৱেই দোষ বুলি আৰু কৈছো—"আমি অসমীয়াবোৰ ভীৰু হৈ গৈছোঁ। সেই কাৰণে আমাৰ একোতে স্থান নাই। আমাৰ জীৱনটো ঠেক হৈ গৈছে। এতিয়া আমি তাক বহলাব লাগিব। বহলাই ত্যাগৰ যোগেদি আমি আত্ম প্ৰতিষ্ঠা কৰিব লাগিব।" ডিমিৰ মুখত ওলোৱা অসমীয়া ভাষাটোৰ প্ৰসংগত কৈছে—"অসমীয়া ভাষাটো ইহঁতৰ মুখত কেতিয়াবা অমৃতৰ দৰে হৈ পৰে।" অসমৰ বিভিন্ন জনগোষ্ঠী মিলি বিশাল অসমীয়া জাতি গঢ়ি উঠিছে। সেই প্ৰসংগত ঔপন্যাসিকে আমাৰ সংকীৰ্ণতাৰ কথা উল্লেখ কৰি কৈছে—"ক'তা আমি দেখোন অসমীয়াকে হ'ব পৰা নাই, মানুহ হ'ম কেতিয়া ?"

বৃটিছ ৰাজত্বত অসমক শোষণ কৰাৰ দৃষ্টান্তও উপন্যাসখনৰ মাজেদি দেখুওৱা হৈছে। অসমৰ সম্পদৰাজি কঢ়িয়াবৰ কাৰণেই যে ইংৰাজে অসমলৈ ৰেল আনিছিল সেই কথা উল্লেখ কৰি কৈছে—"আমাৰ মাটিৰ তেল, কয়লা আৰু চাহপাত কঢ়িয়াইছিল—বজাৰত বেচি সৰহকৈ লাভ কৰিবলৈ। লাভ কৰোঁতে কৰোঁতে সিহঁত ধনী হ'ল আৰু গাঁওবোৰ লাওলোৱা হৈ গ'ল। মায়ংৰ ৰাণেশ্বৰ ৰজা প্ৰজা হ'ল। লণ্ডনৰ মহাৰাণী বেলি ডুব নোযোৱা ৰাজ্য এখনৰ অধীশ্বৰী হ'ল। এই সোণৰ দেশখন বলেৰে অধিকাৰ কৰি ৰাখিবলৈ সিহঁতে পণ কৰিছে। এই দেশ, এই দেশৰ সম্পদ, এই দেশৰ শাসন সকলো নিজৰ হাতলৈ আনিব লাগিব।" ৰূপনাৰায়ণহঁতৰ দৰে মুক্তি যোদ্ধাসকলৰ এনে সংকল্পৰ কাৰণেই ভাৰত তথা অসমে স্বাধীনতা পালে যদিও অৰ্থনৈতিক অৱস্থাৰ কোনো উন্নতি নহ'ল। অসমৰ মাটিত অসমৰ সম্পদৰাজিৰে৷ সাৰ্থক ব্যৱহাৰ নহ'ল। উপন্যাখনৰ শেষত এটা বাক্য আছে—"স্বাধীনতা পালে মানুহ আগতকৈ ভাল হ'ব নে বেয়া হ'ব ?" সেই প্ৰশ্ন এতিয়াও যেন প্ৰশ্ন হৈয়ে আছে।

# নাৰী-চৰিত্ৰ আৰু ভট্টাচাৰ্যৰ 'মৃত্যুঞ্জয়'ৰ গোসাঁনী

ডক্টৰ শ্ৰীমতী মামণি ৰয়ছম গোস্বামী

ভাৰতীয় ঔপন্যাসিকৰ হাতত নাৰী-চৰিত্ৰই বিভিন্ন ৰং-ৰূপেৰে উদ্ভাসিত হৈ উঠা দেখা যায়। কিন্তু কিছুদিনৰ আগলৈকে ভাৰতীয় সাহিত্যিকসকলৰ ৰচনাত নাৰীৰ যি চিত্ৰ অঁকা হৈছিল সেই চিত্ৰ প্ৰায়ে আবহমান কালৰপৰা ভাৰতীয়সকলৰ নাৰীৰ বিষয়ে থকা ধাৰণাৰ ওপৰত প্ৰতিষ্ঠিত যেন ভাব হয়।[১] উপন্যাস সাহিত্যৰ আৰম্ভণিতে জন্ম লোৱা গুজৰাটৰ প্ৰখ্যাত উপন্যাস 'সৰস্বতীচন্দ্ৰৰ' লিখক গোবৰ্ধন ৰাম ত্ৰিপাঠীয়ে (১৮৫৫-১৯০৭) তেওঁৰ স্ত্ৰী-চৰিত্ৰসমূহ ৰচনা কৰোঁতে পৰম্পৰাগত ভাৰতীয় নাৰীৰ ছবি আগত ৰাখিয়েই কৰা যেন ধাৰণা হয়। ইয়াত প্ৰধান নায়িকা সৰাকীৰ ত্যাগৰ

১. বেদত নাৰীৰ এক শান্তিময় অৱস্থাৰ চিত্ৰ দেখা যায়। ঋক্ বেদৰ সময়ত নাৰীয়ে শিক্ষা লাভ আৰু নিজৰ মতামত প্ৰকাশ কৰাৰ সুযোগ পাইছিল। বিধবা-বিবাহ প্ৰচলিত আছিল। নিজৰ ব্যক্তিত্ব প্ৰকাশ কৰিবৰ বাবে এই সময়ত নাৰীয়ে অনেক সুবিধা পাইছিল। আনুমানিক খৃঃ পূঃ ষষ্ঠ শতিকাত ৰচিত 'ব্ৰাহ্মণ'ৰ সময়ৰপৰাই নাৰীৰ অৱস্থিতি কিছু শিথিল হৈ আহিল। বিদুষী লিখিকা শ্ৰীমতী শকুন্তলা ৰাও শাস্ত্ৰীৰ মতে—
"The Brahmans reflect a transitional stage in the position of a woman; owing to the growth of rituals and development of social institutions, the scope of a woman's life was gradually becoming limited. She is the partner in the religious sacrfices of a man, and though the object of a woman's life is fast getting circumscribed by the unual importance attached to a son, still womon was no merely on objects of pleasure but the colleague in the religious life of a man."

Woman in Vedic Age,
PP 84.

যি বিস্ময়কৰ চিত্ৰ অঁকা হৈছে তাক ঠিক পৃথিৱীত থকা তেজ-মঙহৰ মানুহৰ কাৰ্য যেন নেলাগে। কিছুমান ভাৰতীয় লিখকে আকৌ নাৰীৰ হৃদয়ৰ ভাৱধাৰাতকৈও নাৰীৰ নখ-শিখৰ বৰ্ণনাত অধিক যোগাযোগ দিয়া দেখা গৈছিল। এই ক্ষেত্ৰত বিশাল সংস্কৃত সাহিত্যৰ প্ৰেৰণা আছিল; ইংৰাজী সাহিত্যও যেন নতুন প্ৰেৰণা লৈ আহিছিল। উদাহৰণ স্বৰূপে ১৮৩৬ খৃষ্টাব্দত লিখা চাণ্ডু মেননৰ মালায়ালী উপন্যাস 'ইন্দুলেখা'ৰ এটা অংশত নাৰীৰ ৰূপ-শিক্ষাৰ বৰ্ণনা কৰা হৈছে নিম্নলিখিত ভাৱে—

—"Her skin resembled so closely in colour of the golden border of the embroidered robe which....draped her limbs..... that it was impossible to distinguish the one from the other by sight. Her hair black as the raven's, wing, was soft, long and luxuriant and, except possibly among the fair Ladies of Europe, rich red lips like hers were never seen. Her eyes were long and the colours there were clearly defined, while

---

ৰামায়ণ মহাকাব্যৰ দিনত ( আনুমানিক খৃঃ পূঃ তৃতীয় শতিকাৰ ) নাৰীৰ বিভিন্ন স্থিতি লক্ষ্য কৰা যায়। বহুবিবাহ প্ৰচলিত আছিল যদিও ই ভাংগোনমুখী হৈ পৰিছিল। নাৰীয়ে স্বাধীনভাৱে নিজৰ মতামত প্ৰকাশ কৰিব পাৰিছিল। চাৰত্ৰৱতী নাৰীয়ে প্ৰচুৰ সন্মান পোৱাৰ কথা উল্লেখ আছে। বেশ্যা-বৃত্তিও নাগৰিক জীৱনৰ অভিন্ন অঙ্গ আছিল (২, ৫১, ২১) যদিও তেওঁলোকে কেনেদৰে পেচা কৰিছিল জনা নেযায়—তেওঁলোকক সন্মান দিয়া নিদিয়াৰ বিষয়েও ৰামায়ণ স্পষ্ট নহয়।

ৰামায়ণৰ কালৰ নাৰীৰ বিষয়ে অধ্যয়ন কৰি ডক্টৰ শান্তিকুমাৰ দাসে লিখিছে—"সেই সময়ত নাৰীয়ে কন্যা, পত্নী, মাতৃ আৰু বিধবাৰ ৰূপত সমস্ত সুবিধা আৰু অধিকাৰ প্ৰাপ্ত কৰিছিল। ইয়াৰ সহায়ত নাৰীয়ে পৰিয়াল, সমাজ আৰু ৰাষ্ট্ৰৰ সাংস্কৃতিক উত্থানত অমূল্য যোগান দিছিল।"

ৰামায়ণকালীন সমাজ, পৃষ্ঠা ২১২।

মনুৰ দিনত ( আনুমানিক খৃঃ পূঃ ২০০ৰ পৰা খৃষ্টাব্দ ২০০ লৈকে ) নাৰীৰ ভৰিত যি শিকলি বান্ধি দিয়া হ'ল, সেই শিকলিৰ ঝঙ্কাৰ এতিয়াও শেষ হোৱা নাই। মনুস্মৃতিৰ বাৰটা অধ্যায়ৰ ভিতৰত পঞ্চম আৰু নৱম অধ্যায়ত যিবোৰ কঠিন নিয়ম বান্ধি দিয়া হৈছিল সেইবোৰে তৃতীয় অধ্যায়ত নাৰীক প্ৰতিষ্ঠা কৰাৰ চেষ্টাকে বিফল কৰা দেখা গৈছিল।

only those who had felt the lightning of her glances could know how deeply they borned into the hearts of men."[২]

সময় সলনি হ'ল। নাৰী মনৰ ৰহস্য আৰু সংঘৰ্ষৰ কাহিনী প্ৰকাশ কৰাৰ প্ৰতি লিখকসকল সজাগ হৈ পৰিল। সেয়ে অসমীয়া সাহিত্যতো ৰজনীকান্ত বৰদলৈৰ হাতত জীৱন্ত হৈ পৰা পমীলাৰ চৰিত্ৰটিৰ বিষয়ে এগৰাকী অসমীয়া সমালোচকে লিখিছিল—"মনোমতী উপন্যাসত পমীলাৰ চৰিত্ৰত দেশপ্ৰেম ইমান উজ্জ্বল আৰু তীব্ৰ ভাষাত প্ৰকাশ কৰা হৈছে যে পমীলাৰ মিঙিমাহাৰ হাতত পতনো কোনো যেন দোষৰ কথা বুলি বিবেচিত নহয়। পমীলাৰ দেশৰ কাৰণে আত্ম-উৎসৰ্গীৰ উদাহৰণ সাধাৰণ সমাজৰ মানদণ্ডৰ নীতিত বৈষম্যকৰ, আৰু সেই কাৰণেই অসমীয়া সাহিত্যৰ নাৰী চৰিত্ৰৰ ক্ষেত্ৰত পমীলাক এটি বিপ্লৱৰ আগজননী বুলি ক'ব পাৰি……।"[৩]

সুখ্যাত ঔপন্যাসিক নৱকান্ত বৰুৱাই তেওঁৰ 'গড়মা কুঁৱৰী' উপন্যাসত (১৯৮০) গড়মাৰ মুখেদিয়েই নাৰী-চৰিত্ৰৰ ৰহস্যৰ কথা প্ৰকাশ কৰিছে। তেওঁ গড়মা কুঁৱৰীৰ এটা সময়ত হোৱা মনৰ সংঘাতৰ কথা তলত দিয়া মতে প্ৰকাশ কৰিছে —"তাই ৰাণী হ'ব নোখোজে। নাৰী হৈ থাকিব পাৰি এজন পুৰুষৰ লগত য'ত সমাজৰ বাধা নিষেধ নাই, য'ত দুয়ো মুক্ত। ধনশিৰীৰ বাঁহবত যি সম্ভৱ কাৰেঙত সেইটো সম্ভৱ নহয়…আৰু তাই মাতৃ হৈ থাকিব? কিন্তু দুয়োটা একেলগে।[৪]

পদদলিত আৰু নিম্ন অৱস্থাৰ দেহোপজীৱিনী নাৰীৰ প্ৰতি সমবেদনাৰ দৃষ্টি ৰখা এজন ঔপন্যাসিকো ভাৰতীয় সাহিত্যত আবিৰ্ভাৱ হ'ল। এইসকলৰ সাহিত্যই জনপ্ৰিয়তাও লাভ কৰিলে। অসমীয়া সাহিত্যত স্বৰ্গীয় অমূল্য বৰুৱাই (১৯২২-১৯৪৬) কবিতাৰ যোগেৰে এই বিষয়টিক যথেষ্ট জনপ্ৰিয় তুলিলে। সুখ্যাত লিখক হোমেন বৰগোহাঞিৰ 'সুবালা'ই (১৯৬৩) অসমীয়া পাঠকৰ হৃদয় স্পৰ্শ কৰিলে।

ভাৰতীয় সাহিত্যলৈ লক্ষ্য কৰিলে দেখা যায়, উৰ্দু সাহিত্যতেই মিৰ্জা মহম্মদ ৰোসভাৰ (১৮৫৮-১৯৩১) হাতত এই বিষয়টি অবিস্মৰণীয় হৈ পৰিল। মহম্মদ

---

২. টি, ডব্লিউ ক্লাৰ্ক সম্পাদিত 'দি নভেল অব ইণ্ডিয়া, পৃষ্ঠা ২১৩

৩ শ্ৰীবীৰেন তালুকদাৰ "অসমীয়া সাহিত্যত নাৰী চৰিত্ৰ' সাহিত্য কানন, পৃষ্ঠা ৮৬

৪. নৱকান্ত বৰুৱা 'গড়মা কুঁৱৰী', পৃষ্ঠা ১১০

বোসভাৰ 'উমৰাও জান আদাই' (১৮৯৯) পাঠকৰ অভূতপূৰ্ব সমাদৰ লাভ কৰিছিল। এই উপন্যাসৰ নায়িকা আছিল লক্ষ্ণৌ চহৰৰ এগৰাকী বাৰাঙ্গনা। ঔপন্যাসিক বোসভাৰ লৈতে এই উমৰাও জান নামৰ বাৰাঙ্গনা গৰাকীৰ চিনাকি আছিল। এই প্ৰত্যক্ষ অভিজ্ঞতাক কেন্দ্ৰ কৰিয়েই বোসভাই তেওঁৰ এই মহান উপন্যাস ৰচনা কৰিছিল। সেই বাবে এঠাইত তেওঁ নিজেই লিখিছিল—"My novels should be regarded as a history of our times."

'উমৰাও জান'ৰ কাহিনী-ভাগ চিপাহী বিদ্ৰোহৰ সমসাময়িক আছিল। 'উমৰাও জান' বাৰাঙ্গনা আছিল যদিও তেওঁ সঙ্গীতজ্ঞ আৰু কবি আছিল। প্ৰাচীন লক্ষ্ণৌৰ এই বাৰাঙ্গনাসকলৰ জীৱনধাৰাক এথেন্সৰ 'Hetaerae' নাইবা প্ৰাচীন জাপানৰ 'গাইসা'সকলৰ লগত তুলনা কৰিব পাৰি।

উমৰাও জানে নিজেই তেওঁৰ কাহিনী ঔপন্যাসিক বোসভাক বৰ্ণনা কৰিছিল। সাতবছৰ বয়সতে পিতাকৰ শত্ৰুৱে কেনেদৰে তেওঁক পলুৱাই নি এই পথত ভৰি দিব লগীয়া কৰিলে, কেনেদৰে তেওঁৰ সকলো মানৱীয় আশা-আকাঙ্ক্ষা ধূলিসাৎ হৈ পৰিল, আৰু শেষত লক্ষ্ণৌৰ এক অখ্যাত গলিত কেনেদৰে তেওঁ জীৱনৰ শেষ দিনবোৰ অতিবাহিত কৰিবলৈ আৰম্ভ কৰিলে তাৰ এক অত্যন্ত মাৰ্মিক বৰ্ণনা মিৰ্জা মহম্মদৰ লিখনিত সজীৱ হৈ উঠিল। এনে ধৰণৰ নাৰীৰ প্ৰতি লিখকৰ সমবেদনাৰ কথা বোসভাই নিজেই প্ৰকাশ কৰি গৈছে—"Wise men have divided sins into two kinds. The first are those which affect only the sinner and the second those whose effect extends to others. In my humble opinion the first are minor sins, and the second are major sins,—and sins that affect others can be forgiven only by those whom they have harmed. You know what Hafiz says; Drink wine; burn the Quārn; set fire to the Kaba and dwell in the house of idols; but do not harm your fellow men! Remember this, Umrāo Jān; to harm one's fellow men is the worst sin. This is a sin for which there is no forgiveness, and if there is then God preserve me; His godhead is in vain.[৫]

---

৫. টি ডব্লিউ ক্লাক সম্পাদিত 'দি নভেল ইন ইণ্ডিয়া' পৃষ্ঠা, ১৩৭

পণ্ডিতসকলৰ মতে—"Rusva saw Umrao Jan, as the victim of other's sins against her".

নাৰীৰ হৃদয়ৰ কাহিনী পুৰুষ-লিখকৰ কণ্ঠেৰেহে সাধাৰণতে শুনা যায়। নাৰীয়ে নিজে ভূমিকা ধৰি দ্বিধাহীনভাৱে নিজকে প্ৰকাশ কৰাৰ ক্ষীণ সুৰ কিছুদিনৰপৰাহে ভাৰতীয় সাহিত্যত শুনা গৈছে। ড° শ্ৰীকুমাৰ বন্দোপাধ্যায় মহোদয়ে তেওঁৰ 'বঙ্গ সাহিত্যত উপন্যাসৰ ধাৰা'[৬] নামৰ গ্ৰন্থখনিত উল্লেখ কৰা কিছুমান কথা আমাৰ অসমীয়া সাহিত্যতো প্ৰযোজ্য বুলি ধাৰণা হয়। অৱশ্যে অসমীয়া সাহিত্যত নাৰীৰ অৱদান সম্পূৰ্ণৰূপে সীমাবদ্ধ।

শ্ৰীকুমাৰ বন্দোপাধ্যায়ে লিখিছিল—"বঙ্গৰ উপন্যাসত নাৰীৰ বৈশিষ্ট্য ঠিক ইউৰোপীয় সাহিত্যৰ সৈতে অভিন্ন নহয়। সামাজিক ৰীতি-নীতি আৰু অৱস্থা বৈষম্যৰ বাবে উভয়ক্ষেত্ৰত সুৰৰ পাৰ্থক্য দেখা যায়। যি তীব্ৰ ৰুদ্ধ বিদ্ৰোহে ইউৰোপীয় সাহিত্যত এটা তুমুল বিক্ষোভৰ সৃষ্টি কৰিছে সি অপেক্ষাকৃত মৃদু অভিযোগৰ আকাৰত বঙ্গ উপন্যাসত প্ৰতিধ্বনিত হৈছে। বঙ্গৰ নাৰীয়ে এই পৰ্যন্ত পুৰুষৰ সৈতে সমকক্ষতাৰ আৰু তুল্য প্ৰতিযোগিতাৰ কোনো ব্যাপক দাবী উপস্থিত কৰা নাই, কেৱল কিছুমান অন্যায় অত্যাচাৰ আৰু বৈষম্যৰ হাতৰপৰা আত্মৰক্ষাৰ চেষ্টা কৰিছে। ...জীৱন সংগ্ৰামৰত অভিভাৱকহীন নাৰীৰ শোচনীয় অসহায় অৱস্থা, পুৰুষৰ হৃদয়হীন স্বেচ্ছাচাৰিতাৰ নিৰ্মম অবিচাৰে নাৰীৰ আত্মমৰ্যাদাত প্ৰবলভাৱে আঘাত দি তেওঁলোকক যুগযুগান্তৰৰ নিষ্ক্ৰিয় ঔদাসীন্য আৰু নিশ্চল জড়তাৰপৰা জগাই তুলিছে! তথাপিও তেওঁলোকৰ অভিযোগৰ মাজত বিদ্ৰোহৰ অপেক্ষা কৰুণ ৰসৰেই প্ৰাধান্য দেখা যায়। অৱশ্যে এই কথাও স্বীকাৰ কৰিব লাগিব যে এই আন্দোলনত পুৰুষেই অগ্ৰণী আৰু পথপ্ৰদৰ্শক হৈ নাৰীৰ গূঢ় অনুযোগক সাহিত্যিক আত্মপ্ৰকাশৰ ক্ষেত্ৰত আকৰ্ষণ কৰিছে।"[৬]

শ্ৰীশ্ৰীকুমাৰ বন্দোপাধ্যায়দেৱৰ ওপৰোক্ত কথা কেইষাৰ অসমীয়া লেখিকাসকলৰ ক্ষেত্ৰতো প্ৰযোজ্য যেন ধাৰণা হয়, যদিও অসমীয়া লিখিকাৰ সংখ্যা বৰ বিস্ময়জনকভাৱে কম। ১৯৬৩ চনতে আমেৰিকাত বেট্টি ফ্ৰীডন—"The Feminist Mystic," 'Second Stage' গেল শীহীৰ Path finders

৬। শ্ৰীশ্ৰীকুমাৰ বন্দোপাধ্যায় "বঙ্গ সাহিত্যত উপন্যাসৰ ধাৰা" পৃষ্ঠা, ২৮১

ইত্যাদি গ্ৰন্থই পশ্চিমৰ নাৰীক জাগৃত কৰি তুলিছিল। অসমীয়া লেখিকা-সকলৰ তুলিকাই এই শক্তিৰ বাবে এতিয়াও যেন অপেক্ষা কৰি আছে।

অসমীয়া সাহিত্যত ড° বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্যৰ উপন্যাসৰ দুই এটি চৰিত্ৰই এই শক্তিক জাগ্ৰত কৰিবলৈ প্ৰেৰণা দিয়ে। আলোচনাৰ সুবিধাৰ বাবে ভট্টাচাৰ্যৰ 'মৃত্যুঞ্জয়' উপন্যাসৰ গোসাঁনীৰ চৰিত্ৰটিকে এই প্ৰসঙ্গত লোৱা হ'ল।

দৈপাৰা সত্ৰৰ মহদা গোসাঁইৰ পত্নী আছিল গোসাঁনী। তেওঁক আমি উপন্যাসখনৰ দ্বিতীয় অধ্যায়ত প্ৰথমবাৰৰ বাবে লগ পাইছো। লিখকে ধনপুৰ নামৰ চৰিত্ৰটিৰ হতুৱাই গোসাঁনীৰ বৰ্ণনা এটা নিম্নলিখিত ৰূপে দিছে—"······তেনেতে এহাতমান ওৰণি লৈ বোকা বৰণীয়া কপাহী মেখলা-চাদৰ পিন্ধা ঘুটুমুটীয়া বগী মানুহ এজনীয়ে বান বাটিত আগেয়েপে চাহ আনি মাণিক বৰাইঁতৰ ওচৰত থৈ গ'ল।··· ধনপুৰে বালাৰ থুনথুননি শুনিলে, আৰু গোসাঁনীৰ গোলাপফুল যেন ৰঙা গাভৰু মুখখন দেখিলে। গোসাঁইতকৈ বয়সে বহুত সৰু হ'ব গোসাঁনী। সচৰাচৰ বামুণ-গোসাঁইৰ ছোৱালীৰ কম বয়সতে বিয়া হয়। ······ গোসাঁনী আকৌ নিবাক প্ৰতিমাৰ দৰে ভিতৰলৈ সোমাই গ'ল। মেখেলাৰ খচ্‌মচনি নীৰৱ হ'লত ·········।" ('মৃত্যুঞ্জয়', তৃতীয় সংস্কৰণ, পৃষ্ঠা ২৬-২৭) অতি সংক্ষিপ্ত কথাৰে একোটা চৰিত্ৰৰ ছবি ফুটাই তুলিব পৰা ক্ষমতা বীৰেন ভট্টৰ আছে। এই ক্ষেত্ৰত সুখ্যাত হিন্দী লিখক স্বৰ্গীয় হাজাৰী প্ৰসাদ দ্বিবেদীৰ কথা মনলৈ আহে।

চতুৰ্থ অধ্যায়ত আমি আকৌ গোসাঁনীক লগ পাওঁ। এইবাৰৰ ভীতি ত্ৰস্তা গোসাঁনীয়ে প্ৰাচীন কবি-সাহিত্যিকসকলে বৰ্ণনা কৰি অহা নাৰীৰ চিৰন্তন ৰূপ এটাৰ কথা সোঁৱৰাই দিছে। গোসাঁইৰ ভয়ঙ্কৰ সংকল্পৰ কথা তেওঁ শুনিছে আৰু গোসাঁইৰ গতিবিধি একেবাৰে নীৰৱ হৈ লক্ষ্য কৰিছে। তেওঁ কৈছে—"··· ··· কিন্তু ইমানবোৰ কৰি দেহটোলৈ নেচালে জানো হ'ব? দেহটোৱেই যদি ঘূণীয়া হ'ল মনেৰেই বা অকলে টানিব কেনেকৈ? আৰু অ'তবোৰ অস্ত্ৰ-শস্ত্ৰধাৰী মিলিটেৰীৰ আগত অকল কেইটামান মানুহে কি কৰিব? তিলকক মৰা দি মাৰিব। গহপুৰত কনকলতাক মৰা দি মাৰিব। ঢেকিয়া-জুলিত তিলেশ্বৰীক মৰা দি মৰিব···।" ('মৃত্যুঞ্জয়', পৃষ্ঠা ৬১)

নাৰীৰ সকলোখিনি স্বাভাৱিক গুণেৰে বিভূষিতা আছিল গোসাঁনী।

সৈনিকৰ দ্বাৰা ধৰ্ষিতা সুভদ্ৰাৰ দুঃখত তেওঁ কাতৰ হৈ পৰিছিল। মাজৰাতি তেওঁ শৰপহুৱে কন্দা শব্দ শুনি সুভদ্ৰাৰ কান্দোনৰ দৰেই একে বুলি ভাবিছিল। এই শৰপহুৰ কান্দোনক অৱশ্যে ঔপন্যাসিকে ভৱিষ্যতৰ ট্ৰেজেদিৰ 'সংকেত' হিচাপেও ব্যৱহাৰ কৰিছিল। গোসাঁনীয়ে নাৰীসুলভ দুৰ্বলতা প্ৰকাশ কৰি সুভদ্ৰাৰ মনৰ স্থিৰতা হেৰুওৱা কাৰণক কোনো অপদেৱতাৰ কুদৃষ্টি বুলিও বিবেচনা কৰিছিল। গোসাঁইৰ সেই মহান 'মিশ্যন' সফল হোৱাৰ আশা তেওঁ নেদেখিছিল। তেওঁৰ আশংকাৰ কথা তেওঁ বৰ স্পষ্টভাৱে গোসাঁইৰ আগত প্ৰকাশ কৰিছিল—"আৰু বা কাৰ ভাগ্যত কি ঘটে কোনে জানে? বহুতৰে বুকু সুদা হ'ব। কেনোৰ তিৰোতাৰ কপালখন উকা হ'ব। কেনোৰ দেহা ঘূণীয়া হ'ব—।" (পৃষ্ঠা ৬৫) গোসাঁনীয়ে কমাৰকুছিৰ আশ্ৰমত 'নিজৰ ঘৰতে ভগনীয়া' হোৱাৰ সময়ত দেশ স্বাধীন হোৱাৰ বিষয়ে তেওঁৰ অন্তৰত যি সামান্য বিশ্বাস আছিল সেইখিনিৰো সমাপ্তি ঘটিছে। চৰম নৈৰাশ্যৰ গ্ৰাসত পৰিয়েই যেন তেওঁ গোসাঁইক কৈছে—

—"আপোনাক ঈশ্বৰৰ হাতত সঁপিলোঁ। মযো তেওঁৰে শৰণাপন্ন হলোঁ।"

(পৃষ্ঠা ১১৫)

শেষত যেতিয়া মহদা গোসাঁয়ে তেওঁৰ 'মিশ্যন' সম্পূৰ্ণ কৰিবলৈ সাজু হৈ গোসাঁনীক মাত লগাবলৈ সাজু হ'ল—গোসাঁনীয়ে ভলাই আহি তেওঁক মাত নিদিলে। মহদা গোসাঁয়ে মনত বিষম আঘাত পালে। (পৃষ্ঠা ৬৬)

সমগ্ৰ উপন্যাসখনৰ মাজেৰে এইগৰাকী নাৰীয়ে যি সংঘাতৰ মাজেৰে পাৰ হ'ব লগা হ'ল ই সহজেই পাঠকৰ হৃদয় স্পৰ্শ কৰে। জেলৰ আগৰ বিজাৰ্ভৰ পথাৰত পৰি থাকোঁতে তেওঁৰ অৱস্থাৰ বৰ্ণনা কৰি ঔপন্যাসিকে লিখিছে —"গৰে নিশা মহ-চেৰেপাৰ কামোৰত আৰু জাৰত কষ্ট পাই থকা মানুহবোৰে ৰ'দত সোলোক ঢোলোক দেহবোৰ পোনাইছিল। কেৱল গোসাঁনীয়ে যন্ত্ৰণাত চটফটাবলৈ ধৰিলে।.....গৰ্ভৱতী মানুহজনীৰ ছাটি ফুটি দেখিও বহুত সময়লৈ পুলিচৰ খবৰ নাই।...... চহৰৰ মাজ মজিয়াত দিনৰ পোহৰত সকলোৰে দেখাকৈ এজনী সম্ভ্ৰান্ত ঘৰৰ তিৰোতাই প্ৰসৱ কৰিব, ইয়াতকৈ পৃথিৱীত আৰু অঘটন কি আছে? (পৃষ্ঠা ২০৪)

যন্ত্ৰণা আৰু অভিজ্ঞতাই শেষৰ পিনে গোসাঁনীৰ মনৰ দুৰ্বলতা বহুখিনি আঁতৰাই পেলালে। শাৰীৰিক আৰু মানসিক যন্ত্ৰণাৰ মাজেৰে এই চৰিত্ৰটিয়ে যেন এক চিৰন্তন সত্য আৰু আশাৰ জ্যোতিকণা দেখা পাইছে। সেইবাবেই

আন এটা চৰিত্ৰ—অনুপমাৰ আগত তেওঁ মনৰ ভাব প্ৰকাশ কৰিছে—"স্বৰাজ হ'বই। ভাল হওক বেয়া হওক এইবোৰ মানুহেই স্বৰাজ আনিছে·····" [ পৃষ্ঠা ২৬১ ]

শেষৰ ফালে স্বাধীনতা লাভৰ আশা গোসাঁনীৰ হৃদয়ত বদ্ধমূল হৈ উঠিছে। লগে লগে এটি প্ৰশ্ন জাগিছে—স্বাধীনতা পালে মানুহ আগতকৈ ভাল হ'ব নে বেয়া হ'ব?" [ পৃষ্ঠা ২৬৮ ]

ভট্টাচাৰ্যই যি সময়ৰ পটভূমি লৈছিল সেই সময়ত অনেক ভাৰতীয় ঔপন্যাসিকে সেই একেই পটভূমি আৰু দেশ বিভাজনৰ ভয়ঙ্কৰ আৰু করুণ কাহিনীক উপন্যাসৰ সমল হিচাপে লৈছিল। প্ৰখ্যাত উৰ্দু সাহিত্যিক সাদাত হাছান মাণ্টুৰ জনপ্ৰিয় উপন্যাস 'গদ্দাৰ'ত প্ৰধান নায়ক বৈষ্ণনাথেও বীৰেন ভট্টৰ গোসাঁনীৰ দৰে ভৱিষ্যতৰ স্বপ্ন দেখিছিল —"and then, I remembered the epoch, not yet arrived, but sure to come—when there will be no India or Pakistan ··· ··· when this wide earth will be transformed into a small village where the entire humanity will reside in love and peace, equality and liberty .... ... If man is really the pride of all creation ··· ··· if his life has an aim and objective ... ... Such a day is sure to dawn".[৭]

বীৰেন ভট্টৰ গোসাঁনীৰ স্বপ্ন সন্দেহৰ ডাৱৰে আবৰি আছে। আনহাতে সাদাত হাছানৰ বৈষ্ণনাথৰ স্বপ্নক আশাৰ বেঙনিয়ে উজ্জ্বল কৰি ৰাখিছে—অথচ দুয়ো যেন একেই স্বপ্ন দেখিছে।

গোসাঁনীৰ চৰিত্ৰটি অঁকাৰ সময়ত ভাব হয় ভট্টাচাৰ্য দেৱ কিছু সঙ্কুচিত আছিল। ঔপন্যাসিকে যেন অনেক সময় গোসাঁনীৰ জড়তা ভঙ্গ কৰি তেওঁৰ ভিতৰৰ সাহসী সত্তাক জাগ্ৰত কৰাৰ আশা কৰিছিল। 'মৃত্যুঞ্জয়'ৰ' আন এটা মনোমোহা নাৰী চৰিত্ৰ ডিমিক অঙ্কন কৰাৰ সময়ত অহৰহ যেন ঔপন্যাসিকৰ মানস পটত গোসাঁনীৰ চৰিত্ৰটিয়ে ভুমুকি মাৰিছিল। ডিমিৰ স্বাধীন মনোবৃত্তি আৰু চাল-চলন ইত্যাদিয়ে গোসাঁনীৰ স্বামী মহদা গোসাঁইৰ মনত গোসাঁনীৰ কথা সোঁৱৰাই দিছিল। ৰংগলা উৎসৱৰ সময়ত

৭. কুৰাসাৰ বাইচ, Realism and moral values in Urdu fiction. সাহিত্য একাডেমীৰ উদ্যোগৰ চেমিনাৰ, ২০. ৩. ৭৯।

তেওঁ নাৰী-পুৰুষৰ সহযোগত যি নৃত্য দেখিছিল সেই নৃত্য দেখি তেওঁ অভিভূত হৈছিল। সেয়ে তেওঁ কৈছিল—"ডিমিয়েও অলপ আগতে নাচিছিল, গাইছিল আৰু উছৰৰ আনন্দত গা ঢালি দিছিল। কিন্তু সেইবোৰতো তাই ক্ষয় যোৱা নাই, তাই কৰ্তব্য কাম কৰি নিঃসঙ্কোচে নিৰ্ভয়ে ঘাৰ ঘুৰিছে। ক'তো সীমা চেৰাই যোৱা নাই। তাই সতী। বন্ধ ঘৰত থাকি সতী হোৱা সহজ, কিন্তু সেই সতী বাহিৰৰ মুকলিত নিলাজী বন, চুই দিলেই জঁয় পৰি যায়। কিন্তু ডিমিয়ে বাহিৰৰ মুকলিত থাকি সংযত চিত্তে সতীত্ব লাভ কৰিছে।" (পৃষ্ঠা ১২৭)

নিজৰ গাঁও আৰু সতীত্ব ৰক্ষা কৰি মাজৰাতি সাঁতুৰি কপিলী পাৰ হ'ব পৰা বীৰৰ দৰে গৰ্জন কৰি সহলাগ্ৰ সকলক, নিজৰ কৰ্তব্যৰ বিষয়ে সজাগ কৰি দিব পৰা—এজনৰ লগত বিয়া হৈ যোৱাৰ পাছতো ধনপুৰৰ প্ৰতি পবিত্ৰ প্ৰেম বুকুত সাঁচি ৰাখি কালজয়ী প্ৰেমৰ জয়গান গাব পৰা ডিমিৰ চৰিত্ৰই—মহন্ত গোসাঁইক মুগ্ধ কৰিছিল। তেওঁ যেন এই চৰিত্ৰটিক অন্তৰেৰে প্ৰশংসা কৰিছিল। এই চৰিত্ৰটিয়ে অহৰহ তেওঁক গোসাঁনীৰ কথা সোঁৱৰাই দিছিল। গোসাঁনী কিয় মুক্ত হ'ব নোৱাৰে? নিজৰ চিন্তাধাৰাক কিয় তেওঁ স্বাধীনভাৱে প্ৰকাশ কৰিব নোৱাৰে? ঘৰ এৰি আশ্ৰমলৈ ওলাই আহা গোসাঁনীৰ কথা জানিব পাৰি সেয়ে তেওঁ যেন আপোনা আপুনি কৈছিল

—" এইদৰে যে বাহিৰলৈ ওলাই আহিছে, ভালেই হৈছে, আৰু বাহিৰলৈ আহা, আহি একেবাৰে ডিমিৰ লগত একে শাৰীত থিয় দিয়াহি। তেতিয়া তোমাৰ অবলাৰ ৰূপ বদলি যাব, মনত সৃষ্টি হ'ব এক সবলাৰ শক্তি। সেই শক্তিযেই হ'ল নাৰী।" (পৃষ্ঠা ১২৭)

ভট্টাচাৰ্যৰ উপন্যাসসমূহে ইতিমধ্যে সকলো শ্ৰেণীৰ পাঠকৰ মনত সমানভাৱেই ৰেখাপাত কৰিছে। ভবিষ্যতলৈও তেওঁৰ উপন্যাসে লেখিকাসকলৰ বাবে নিশ্চয় প্ৰেৰণাৰ বাণী কঢ়িয়াই আনিবলৈ সক্ষম হ'ব।

# 'মৃত্যুঞ্জয়'ৰ ভাষা

অধ্যাপক শ্ৰীবিশ্বেশ্বৰ হাজৰিকা

বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্যৰ ( ১৯২৪ ) প্ৰখ্যাত উপন্যাস 'মৃত্যুঞ্জয়'ৰ ( ১৯৭০ ) ভাষাৰ এটা বিশ্লেষণমূলক আলোচনা কৰিবলৈ চেষ্টা কৰা হৈছে। ভাষাৰ বিশ্লেষণ কৰোঁতে সাধাৰণতে শব্দচয়ন, বাক্য-গাঁথনি আৰু অনুচ্ছেদ ৰচনাৰেই বিশ্লেষণ কৰা হয়।

শব্দ হৈছে ভাষাৰ অৰ্থপূৰ্ণ একক। যাৰ ভাষাত বেছি পৰিমাণে অৰ্থপূৰ্ণ একক থাকে, তেওঁৰ ভাষা বেছি অৰ্থপূৰ্ণ হোৱাটো স্বাভাৱিক। উদাহৰণ স্বৰূপে আমি দুটা বাক্য লওঁ :

(১) ঘৰলৈ গৈ ভাত খাই ঘূৰি পঢ়াশালিলৈ আহোঁতে হঠাৎ ৰামক দেখিলোঁ।

(২) চেষ্টা কৰিলোঁ, কাবৌ কৰিলোঁ, হাতত ধৰিলোঁ, ভৰিত ধৰিলোঁ, কত কৰিলোঁ।

এই দুয়োটা বাক্যতে শব্দ সংখ্যা দহোটা। কিন্তু ১নং বাক্যত আহোঁতে, খাই, গৈ, ঘৰলৈ, ঘূৰি, দেখিলোঁ, পঢ়াশালিলৈ, ভাত, ৰামক হঠাৎ—এই ১০টা শব্দ আছে। ২নং বাক্যত কত, কৰিলোঁ, কাবৌ, চেষ্টা, ধৰিলোঁ, ভৰিত, হাতত —এই সাতটা শব্দ আছে। ইয়াৰে কৰিলোঁ শব্দটো ৩ বাৰ আৰু ধৰিলোঁ শব্দটো ২ বাৰ পুনৰুক্ত হোৱাত শব্দ সংখ্যা ১০ হয়গৈ। প্ৰথম বাক্যত ১০ টা শব্দই (ক) অহা কাৰ্য, (খ) খোৱা কাৰ্য, (গ) যোৱা কাৰ্য, (ঘ) ঘৰ, (ঙ) ঘূৰি অহা কাৰ্য, (চ) দেখা কাৰ্য, (ছ) পঢ়াশলি, (জ) ভাত, (ঝ) ৰাম আৰু (ঞ) আকস্মিকতা—এই দহোটা অৰ্থ বুজাইছে। কিন্তু দ্বিতীয় বাক্যত ৭টা শব্দই (ক) কত বা অনিশ্চিত সৰহ সংখ্যা, (খ) কাবৌ কৰা কাৰ্য, (গ) চেষ্টা কৰা কাৰ্য, (ঘ) ভৰিত ধৰা কাৰ্য আৰু (ঙ) হাতত ধৰা—এই পাঁচটা অৰ্থ বুজাইছে। ইয়াৰপৰা সিদ্ধান্তলৈ আহিব পাৰি যে অ-পুনৰুক্ত

শব্দসংখ্যা বেছি হ'লে অৰ্থ প্ৰকাশো বেছি হয়। 'মৃত্যুঞ্জয়'ৰ শব্দৰ অ-পুনৰুক্ততা শতকৰা ৬৬। অন্য এজন প্ৰখ্যাত ঔপন্যাসিক আব্দুল মালিকৰ 'অঘৰী আত্মাৰ কাহিনী'ৰ (১৯৭৩) অ-পুনৰুক্ততা শতকৰা ৫২। ইয়াৰপৰা সিদ্ধান্ত কৰিব পাৰি যে বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্যৰ 'মৃত্যুঞ্জয়'ৰ ভাষাত অ-পুনৰুক্ততাৰ আধিক্য দেখা যায়। ফল স্বৰূপে 'মৃত্যুঞ্জয়'ৰ ভাষাৰ অৰ্থপ্ৰকাশ শক্তি বেছি।

শব্দ-সমীক্ষাৰপৰা দেখা যায়—'মৃত্যুঞ্জয়'ৰ শব্দাৱলীত শতকৰা ১৬৬২টা তৎসম শব্দ, শতকৰা ৮১'৬২টা তদ্ভৱ শব্দ, শতকৰা ১'৭৬টা ইংৰাজী শব্দ আৰু শতকৰা ৩৪'৯৯টা ক্ৰিয়া পোৱা যায়। তদ্ভৱ শব্দৰ আধিক্যই 'মৃত্যুঞ্জয়'ৰ ভাষা সহজবোধ্য কৰি তুলিছে।

বাক্য এটাৰ অৰ্থপ্ৰকাশ কৰা কাৰ্য ক্ৰিয়াৰ দ্বাৰা সাধিত হয়। বাক্যটোত থকা বিশেষ্য, সৰ্বনাম, বিশেষণ, ক্ৰিয়াবিশেষণ আদি পৰিচালনা কৰে ক্ৰিয়াই। ক্ৰিয়াৰ লগত জড়িত নহ'লে শব্দবোৰে কোনো বাক্য সাজিব নোৱাৰে। আনহাতে, উহ্য হৈয়েই থাকক লাগিলে, ক্ৰিয়া নহ'লে কোনো বাক্য হ'ব নোৱাৰে। ক্ৰিয়াই অকলেও অৰ্থপ্ৰকাশ কৰিব পাৰে, যিটো কাম অন্য পদবোৰে অকলে কৰিব নোৱাৰে। 'মৃত্যুঞ্জয়'ৰ ভাষাত ক্ৰিয়াৰ আধিক্য দেখা যায়। ইয়াৰ ফলত বাক্যবোৰৰ গতি বৃদ্ধি হৈছে।

যৌগিক ক্ৰিয়াতকৈ মৌলিক ক্ৰিয়া বেছি শক্তিশালী। "ৰামে ৰাৱণক মাৰিলে" আৰু "ৰামে ৰাৱণক নিধন কৰিলে" বোলা বাক্য দুটাৰ মাজৰ প্ৰথমটোত মৌলিক ক্ৰিয়া "মাৰ্" আৰু দ্বিতীয়টোত যৌগিক ক্ৰিয়া "নিধন কৰ্" ব্যৱহাৰ হৈছে। স্বাভাৱিকতে প্ৰথমটোৰ শক্তি দ্বিতীয়টোতকৈ বেছি। "মৃত্যুঞ্জয়"ৰ ভাষাত মৌলিক ক্ৰিয়াৰ ব্যৱহাৰ শতকৰা ৩০'৮৬টা। আনহাতে যৌগিক ক্ৰিয়াৰ ব্যৱহাৰ শতকৰা ৬৯'১৪টা। ইয়াৰ দ্বাৰা প্ৰমাণিত হ'ল যে 'মৃত্যুঞ্জয়'ৰ ভাষাত যৌগিক ক্ৰিয়াৰ প্ৰাধান্য অধিক ( ৬৯'১৪টা প্ৰতি এশ ক্ৰিয়াত )। ফল স্বৰূপে ইয়াৰ ভাষাৰ শক্তি যিমান শক্তিশালী হ'ব লাগিছিল সিমান শক্তিশালী নহ'ল।

ব্যাকৰণগতভাৱে পূৰ্ণাঙ্গ অৰ্থ-একক এটা তৈয়াৰ কৰিবলৈ প্ৰয়োজনীয় হোৱা ব্যাকৰণসন্মত আৰু বাক্য বিজ্ঞানসন্মত শব্দ বিন্যাস এটাকে বাক্য বোলে। ব্যাকৰণৰ দৃষ্টিৰ পৰা সৰল, যৌগিক আৰু জটিল—এই তিনি ভাগত বাক্যবোৰ বিভক্ত হলেও সাহিত্যৰ প্ৰয়োজনীয়তাৰ কাৰণে পৰা বাক্যবোৰ পৰ্যায়ৱাচী, শিথিল আৰু তুলিত এই তিনি ভাগত ভগোৱা হয়। শেষৰ শব্দটো উচ্চাৰিত নোহোৱালৈকে যিটো বাক্য ব্যাকৰণগতভাৱে সম্পূৰ্ণ নহয়, তাকে পৰ্যায়ৱাচী

বাক্য বোলে ; যেনে—এটা ভেড়া-বথীয়া, এপাল ভেড়া, সম্ভৱতঃ এটি লক পঁজা—এনে ধৰণৰ মানুহৰ বসতি থকা কিবা সামান্য এটা হলেও চিন পৰ্বতৰ টিঙৰ পৰা দেখা পাব বুলি তেওঁ অত কষ্ট কৰি পৰ্বতৰ টিংটোত উঠিলগৈ ; কিন্তু তাত উঠি তেওঁ তেনে ধৰণৰ একো চিন নাপালে। ইয়াৰ পৰা স্পষ্ট হ'ল যে শেষৰ "নাপালে" শব্দটো উচ্চাৰিত নোহোৱালৈকে গোটেই বাক্যটো ব্যাকৰণগতভাৱে সম্পূৰ্ণ নহয়।

"মৃত্যুঞ্জয়"ৰ ভাষাত ৭৭'৬৩ শতাংশ পৰ্যায়বাচী বাক্য পোৱা যায়। পৰ্যায়বাচী বাক্যই তাৰ অৰ্থ আৰু অনুৰাগ পিছলৈ থৈ পাঠকক উৎকণ্ঠিত কৰি ৰাখিব পাৰে। সেই কাৰণে "মৃত্যুঞ্জয়" পঢ়িলে পাঠকৰ উৎকণ্ঠা বাঢ়ি যায়।

পুথিখনত শিথিল বাক্যৰ পৰিমাণ ২১'১৭ শতাংশ। বাক্যৰ আৰম্ভণি অংশতে সমাপিকা ক্ৰিয়া দি এই বাক্য তৈয়াৰ কৰা হয় ; যেনে—যোগাৰ এতিয়াই কৰিব লাগে, যদি আমি নিৰ্দিষ্ট সময়-সূচী অনুসৰি যাত্ৰা কৰিব খোজোঁ ; কাৰণ যাত্ৰা আৰম্ভ কৰাৰ আগতে কৰিবলগীয়া কাম ভালেখিনি আছে। "কৰিব লাগে" এই সমাপিকা ক্ৰিয়া বাক্যৰ আৰম্ভ দি শিথিল বাক্যটো ৰচনা কৰা হৈছে। পৰ্যায়বাচী বাক্যৰ আধিক্য হলে পাঠকৰ মন শ্ৰান্ত হোৱাৰ সম্ভাৱনা আছে, আনহাতে শিথিল বাক্যৰ আধিক্য হলে লিখাখিনি অসাৱধানতাপূৰ্ণ, খেয়ালী, আৰু অনাকৰ্ষণীয় বুলি পাঠকৰ মনত ধাৰণা হব পাৰে। গতিকে দুয়োবিধ বাক্যৰ যুক্তিসম্মত মিশ্ৰণ ঘটিব লাগে।

ভট্টাচাৰ্যৰ উপন্যাসখনত তুলিত বাক্যৰ পৰিমাণ শতকৰা ১.২টা। চিন্তা-বোৰ ওচৰাউচৰিকৈ বহুৱাই আমি সিহঁতৰ পৰস্পৰ বিৰোধিতা এই বাক্যবোৰত দেখুৱাওঁ ; যেনে—যেতিয়া পৃথিৱী অজ্ঞান আন্ধাৰত বুৰ গৈ আছিল, তেতিয়া ভাৰত জ্ঞানৰ পোহৰত থিয় দি আছিল। তুলিত বাক্যবোৰ পোনপটীয়া আৰু শক্তিশালী। তুলিত বাক্যৰ পৰিমাণ নগণ্য হোৱাৰ কাৰণে "মৃত্যুঞ্জয়"ৰ ভাষা শক্তিশালী আৰু পোনপটীয়া হব পৰা নাই।

যি কোনো ৰচনাতে ৰচিত অনুচ্ছেদবোৰত ঐক্য, সঙ্গতি, বৈচিত্ৰ্য আৰু গুৰুত্বাৰোপণ থাকিব লাগে। প্ৰথমে ঐক্যৰ কথাকে লোৱা হওক। এটা বিষয় এটা অনুচ্ছেদত লিখিলেই ঐক্য ৰক্ষিত হয়। ইয়াৰ অৰ্থ হ'ল— একাধিক অনুচ্ছেদত লিখিব লগীয়া বাক্যখিনি এটা অনুচ্ছেদত নিলিখিলে, এটা অনুচ্ছেদত লিখিব লগীয়া বাক্যখিনি একাধিক অনুচ্ছেদত নিলিখিলে

আৰু অবান্তৰ বা অসাৰ্থক বিষয়ান্তৰগমন নকৰিলে, অনুচ্ছেদবোৰৰ ঐক্য ৰক্ষিত হয়।

"মৃত্যুঞ্জয়"ত ঐক্য ৰক্ষা কৰিব পৰা হৈছে যদিও কোনো কোনো অনুচ্ছেদত এই ঐক্য ভঙ্গও হৈছে। উদাহৰণ স্বৰূপে "মৃত্যুঞ্জয়"ৰ ১ম অধ্যায়ৰ ১৫৪টা অনুচ্ছেদৰ ভিতৰত ৯ম, ১০ম, ৮৭ তম, ৯৯ তম, ১০৩ তম আৰু ১১১ তম অনুচ্ছেদত ঐক্য ভঙ্গ হোৱা যেন লাগে। নৱম অনুচ্ছেদত "সেই সময়ৰে কথা" হলেও কামপুৰ আৰু ৰহাৰ আন্দোলনৰ বিৱৰণ একে অনুচ্ছেদতে লিখা উচিত নাছিল।

দশম অনুচ্ছেদত যমুনাপৰৰ (যমুনামুখ ?) ঘটনা, পঢ়া শুনাত সকতে ধনপুৰ অমনোযোগী থকাৰ কথা, আৰু "পৰতৰ দাতিতে ৰংথাং মৌজা"ৰ মিকিৰনী ছোৱালী ডিমিৰ কথা একে অনুচ্ছেদতে বৰ্ণাব নালাগিছিল। জাগীৰোডৰ পৰা দৈপাৰালৈ যাওঁতে নুইতৰ চাপৰিত নেপালী আৰু মৈমনচিঙীয়া বহাৰ কথাবাৰ থাপ-নোখোৱা হৈ পৰিছে আৰু অনুচ্ছেদবোৰৰ মাজত ঐক্য ভঙ্গ কৰিছে। সপ্তাশীতিতম্ অনুচ্ছেদটো সেই কাৰণে প্ৰয়োজনীয় নহয়। উনশততম অনুচ্ছেদত ধনপুৰে ডাক্তৰৰ পৰা জোঙালবলহুত পুলিচে কৰা হত্যা, শইকীয়া ডাৰোগাৰ আগমন, ডাৰোগা শইকীয়াৰ পৰা ধনপুৰৰ আত্মগোপন আৰু ডাক্তৰনীৰ পৰা ধনপুৰে পোৱা আতথা—এই চাৰিটা বিষয় একেলগে দিব নালাগিছিল।

১৫৪ টা অনুচ্ছেদৰ মাজৰ ৬ট অনুচ্ছেদত ঐক্য ৰক্ষিত নহলেও বাকী ১৪৮টা অনুচ্ছেদত ঐক্য ৰক্ষিত হৈছে। ১ম অধ্যায়ৰ অনুচ্ছেদবোৰত ৯৬ শতাংশ ঐক্য ৰক্ষিত হৈছে। এই পৰিসংখ্যাকে গোটেই কিতাপখনৰ পৰিসংখ্যা বুলি ধৰিলে ৯৬ শতাংশ অনুচ্ছেদত ঐক্য ৰক্ষিত হৈছে বুলি ধৰিব পৰা যায়।

কাহিনী বৰ্ণনাত কালক্ৰমিক, আৱস্থিতিক ,আৰু যৌক্তিক অনুক্ৰমেৰে সঙ্গতি (coherence) ৰক্ষা কৰা হয়। "মৃত্যুঞ্জয়"ৰ ১ম অধ্যায়ৰ ১৫৪টা অনুচ্ছেদৰ ভিতৰত ১০ম, ৬২তম আৰু ৮৬তম অনুচ্ছেদৰ বাহিৰে বাকী-বোৰ অনুচ্ছেদত ঐক্য ৰক্ষিত হৈছে। দশম অনুচ্ছেদত ধনপুৰে যমুনাপুৰলৈ যোৱা আৰু ক্লাছত মাষ্টৰে অক বুজোৱা এই দুটা সময়ত দুটা ঘটনা একেটা অনুচ্ছেদতে লিখা হৈছে। বিষষ্টিতম অনুচ্ছেদত ধনপুৰে বিড়ী জলোৱা আৰু তাৰ স্বভাৱ-চৰিত্ৰ ভাল হবলৈ নখোৱেকে বুঢ়া-বুঢ়ীৰ থানলৈ কিবা আগ-

বঢ়োৱা, এই বৰ্ত্তমান আৰু অতীতৰ ঘটনা দুটা একেলগে লিখিব পাৰিলে-হেঁতেন। ষড়শীতিতম অনুচ্ছেদত ভিতিৰামইতে তামোল খোৱা বৰ্ত্তমান কালৰ ঘটনাৰ পৰা সুভদ্ৰাক কঢ়িয়াই নিওঁতে গাৰ পৰা কেচেমাকেচেম গোন্ধ ওলোৱা, সুভদ্ৰাৰ ওপৰত ত্ৰিশটা মিলিটেৰীয়ে অত্যাচাৰ কৰা, চৰকাৰৰ বিপক্ষে গৰিলা যুদ্ধ কৰাৰ কথালৈকে চাৰিটা বিষয় সামৰি লোৱা হৈছে। এইবোৰৰ ফলত ঐক্য ভঙ্গ হৈছে।

সামগ্ৰিকভাৱে "মৃত্যুঞ্জয়"ত ঐক্য সাধাৰণভাৱে ৰক্ষিত হোৱা বুলিয়েই কব লাগিব। ১ম অধ্যায়ত ৯৮'১ শতাংশ ক্ষেত্ৰত ঐক্য ৰক্ষিত হৈছে, বাকী ১'৯ শতাংশ ক্ষেত্ৰতহে ঐক্য ভঙ্গ হৈছে। এই হিচাপকেই আমি "মৃত্যুঞ্জয়"ৰ ভাষাৰ সমুহীয়া হিচাপ বুলি ধৰি লৈছোঁ।

অনুচ্ছেদৰ দীৰ্ঘতাৰ বৈবিধ্যৰে অনুচ্ছেদৰ বৈচিত্ৰ্য ৰক্ষা কৰিব পাৰি। আনহাতে, বাক্যৰ দীৰ্ঘতাৰ ন্যূনাধিক্যেৰে অনুচ্ছেদৰ বৈচিত্ৰ্য ৰক্ষা কৰিব পাৰি। উদাহৰণ স্বৰূপে "মৃত্যুঞ্জয়"ৰ ১ম অধ্যায়ৰ ১ম অনুচ্ছেদত ৭টা বাক্য আছে; ইয়াৰে ১ম বাক্যত ১০টা, ২য় বাক্যত ২৬টা, ৩য় বাক্যত ২১টা, ৪ৰ্থ বাক্যত ৪টা, ৫ম বাক্যত ৩টা, ৬ষ্ঠ বাক্যত ২৮টা আৰু ৭ম বাক্যত ৫টা শব্দ আছে। এই সাতোটা বাক্যৰ শব্দ সংখ্যা একে নোহোৱা বাবে অনুচ্ছেদটোত বৈচিত্ৰ্য ৰক্ষিত হৈছে। "মৃত্যুঞ্জয়"ৰ প্ৰায়বোৰ অনুচ্ছেদতেই বৈচিত্ৰ্য ৰক্ষিত হৈছে বুলি কব পাৰি।

শিৰোবাক্যৰ দ্বাৰা (topic sentence) অনুচ্ছেদত গুৰুত্বাৰোপণ কৰিব পাৰি। "মৃত্যুঞ্জয়"ত তেনে ধৰণৰ গুৰুত্বাৰোপিত অনুচ্ছেদ পোৱা যায়; যেনে—

"ৰূপনাৰায়ণৰ আগৰ আত্মবিশ্বাস হেৰাই গৈছে। এই দুৰ্ঘটনাৰ দৃশ্য দেখি মানুহটোৰ মন ঘোলান পৰি গৈছে। ভুল কৰিছোঁ বুলি ধাৰণা হোৱা নাই, কিন্তু মনত যেন আনন্দ আৰু উৎসাহ একো নোহোৱা হৈছে। মানুহৰ তেজেৰে মানুহৰ হাত ৰোলালে কোনে আনন্দ কৰিব পাৰে? যুদ্ধ বৰ নিষ্ঠুৰ। গৰিলা যুঁজো নিষ্ঠুৰ। স্বাধীনতাৰ বাবে অতবোৰ মানুহ মাৰিব লগা হ'ল! ক'ৰ মানুহ, কি কথা, একো নাজানে ৰূপনাৰায়ণে। হয়তো লণ্ডনৰ, হয়তো কালিফৰ্ণিয়াৰ, হয়তো লুধিয়ানাৰ, হয়তো পিকিঙৰ। সিহঁত আহিছিল যুদ্ধ কৰিবলৈ জাপানৰ লগত, ভাৰতৰ মাটিত ভাৰতৰ বাইজৰ বিনানুমতিত ইহঁতে যুদ্ধ কৰিবলৈ আহিছিল। যিটো বিদেশী শক্তি

ইয়াত আছে, সেই শক্তিৰ বহতীয়া হয়। সেয়েই সিহঁতৰ অপৰাধ। সেই শক্তিৰ সগত গৰিলাবোৰে যুঁজ কৰিছে।" পৃঃ ২০৫।

অনুচ্ছেদবোৰ পৰীক্ষাৰ পাছত দেখা গ'ল যে, কিছুমান অনুচ্ছেদত ঐক্য, সঙ্গতি, বৈচিত্ৰ্য আৰু গুৰুত্বাৰোপণৰ কালৰ পৰা খুঁত থাকিলেও অধিকাংশ অনুচ্ছেদত তেনে খুঁত পোৱা নাযায়। খুঁত থকা অনুচ্ছেদকেইটা অলপ চিন্তা কৰি পুনৰ্লিখন কৰিলেই সেই খুঁতবোৰ আঁতৰিব।

"মৃত্যুঞ্জয়"ৰ ভাষা বিশ্লেষণ কৰি আমি দেখিলোঁ—ইয়াৰ শব্দাৱলীত তদ্ভৱ শব্দ আৰু ক্ৰিয়াৰ আধিক্যৰ ফলত ভাষা সুগম আৰু সক্ৰিয় হৈছে যদিও যৌগিক ক্ৰিয়াৰ আধিক্যৰ বাবে প্ৰকাশিকা শক্তি বলৱতী হ'ব পৰা নাই। ইয়াৰ ভাষাত পৰ্যায়বাচী বাক্যৰ পৰিমাণ বেছি হোৱা বাবে প্ৰকাশভঙ্গীত উৎকণ্ঠা (suspense) ৰক্ষিত হলেও তুলিত বাক্যৰ ব্যৱহাৰ কম হোৱাৰ বাবে ধাৰণাবোৰৰ তুলনা আৰু বিৰোধ দৰ্শোৱাত লিখক সফল হ'ব পৰা নাই। অনুচ্ছেদবোৰত ঐক্য আৰু সঙ্গতি ঠিকেই ৰক্ষিত হৈছে, কিন্তু গুৰুত্বাৰোপণত অলপ মনোযোগৰ অভাৱ দেখা গৈছে। মুঠতে ইয়াৰ ভাষা সৰ্বাঙ্গসুন্দৰ বুলি কব নোৱাৰিলেও সুন্দৰ বুলিব পাৰি।

# ভট্টাচাৰ্যৰ উপন্যাস : প্ৰতিপদ

শ্ৰীৰাম গোস্বামী

অসমীয়া সাহিত্যত ডঃ বীৰেন্দ্ৰকুমাৰ ভট্টাচাৰ্যৰ এখন বিশিষ্ট আসন আছে। সচেতন অকল নহয়, সুঅবহিত এই লেখকে কবিতা, গল্প, উপন্যাস, প্ৰবন্ধ আদি বিভিন্ন দিশত অসমীয়া ভাষা-সাহিত্য, কলা-সংস্কৃতিক যথাৰ্থভাৱে থাণ্ডি ধৰিছে। পঞ্চম দশকৰপৰা সাম্প্ৰতিক সময়লৈকে দেশ-বিদেশৰ, ভূগোল-ইতিহাসৰ, ৰাজনীতি-সমাজনীতিৰ সংবাদ লেখক স্বৰূপে তেওঁৰ নাম সু-প্ৰতিষ্ঠিত। 'মৃত্যুঞ্জয়ে' জ্ঞানপীঠ বঁটা দান কৰি তেওঁৰ খ্যাতি আৰু উজ্জ্বল কৰি তুলিলে।

ভট্টাচাৰ্যই কেবাখনো উপন্যাস লেখিছে। সেইবোৰৰ ভিতৰত 'ৰাজপথে ৰিঙিয়ায়', 'আই', 'ইয়াৰুইঙ্গম', 'শতঘ্নী', 'মৃত্যুঞ্জয়', 'প্ৰতিপদ', 'বল্লৰী' প্ৰভৃতি উল্লেখযোগ্য। ইয়াৰুইঙ্গমে আনিছিল তেওঁলৈ সাহিত্য একাডমীৰ পুৰস্কাৰ, সৰ্ব-ভাৰতীয় স্বীকৃতিৰ এক অমূল্য সন্মান। তেওঁৰ অন্যতম আকৰ্ষণীয় উপন্যাস, 'প্ৰতিপদ' সৰ্বভাৰতীয় মানৱতাবোধৰ এখন উজ্জ্বল ইতিহাস। জীৱন জিজ্ঞাসাৰ তীব্ৰতা, গভীৰতা আৰু সাৰ্থকতা এই উপন্যাসত প্ৰতিফলিত হৈছে। পৰম যত্নেৰে ভট্টাচাৰ্যই দলিত, অৱহেলিত সাধাৰণ মানৱ জীৱনৰ সকলো সত্য তন্ন তন্নকৈ উদ্ঘাটন কৰিবলৈ 'প্ৰতিপদ'ক সৃষ্টি কৰিছে। ইয়াৰ প্ৰথম প্ৰকাশ হৈছিল ১৯৭০ চনত। 'প্ৰতিপদ'ৰ ঘটনাৰ অংকন পদ্ধতি গতানুগতিক নহয়। লেখকে 'মোখনি'ৰ শিতানত কৈছে :

উপন্যাসৰ চিত্ৰণ-পদ্ধতি গতানুগতিক নহয়। এটা গতিৰ মাজেদি ঘটনাৱলী আগ বাঢ়িছে। তাত ওপ-চাপৰ, ঘচা-টুটা আছে, সেইবোৰকো গতিৰ অংগ বুলি ধৰা হৈছে। ই এক যুগৰ এক শ্ৰেণীৰ মানসৰ প্ৰতিফলন।"

প্ৰতিপদত ভট্টাচাৰ্যই ৰাজনীতি-সমাজতত্ত্বৰ যি ভাৱধাৰা আন্তৰিকভাৱে ফুটাই তুলিবলৈ চেষ্টা কৰিছে, তাক আমি উপন্যাসখনৰ এটা উজ্জ্বল স্বকীয়

দিশ বুলি অভিহিত কৰিব পাৰোঁ। এটা কথা এইখিনিতে কৈ থোৱা ভাল হ'ব যে অনেক নাম থকা লেখকৰ উপন্যাস বিষয়গৌৰৱৰ বিচাৰত দুৰ্বল আৰু উদ্দেশ্যবিহীন। লেখকৰ ৰুচি ভিন্ন হলেও ভাল উপন্যাস এখনত ৰসস্বাদৰ উপৰিও আদৰ্শৰ এক বৃহৎ ভূমিকা থাকে। এই আদৰ্শৰ অন্তৰালত লেখকৰ যি দায়বদ্ধতা থাকে, সেই দায়বদ্ধতাই তেওঁৰ বিচাৰ-বুদ্ধিক শিকনি দিয়ে, তলে তলে শাসনো কৰে। অৱশ্যে বিষয় প্ৰসংগক "মাউথপিছ" কৰোঁতে প্ৰচাৰধৰ্মী গোন্ধে যাতে উপন্যাসৰ প্ৰকৃত সৌন্দৰ্য ম্লান কৰিব নোৱাৰে তাৰ প্ৰতি অৱশ্যেই লেখক সাৱধান হব লাগিব। উপন্যাসৰ মূল কাহিনী পৰিহাৰ নকৰাকৈ কোনো সত্যৰ বা তত্ত্বৰ আভাস দিব পৰাটো কৃতিত্বৰ পৰিচয়। লেখকৰ লেখাৰ দক্ষতাৰ ওপৰত কাহিনীৰ ভাৱবস্তু আবেগিক, আলঙ্কাৰিক বা যুক্তিবিস্তাৰ পৰম্পৰাৰ মাজেদি অগ্ৰসৰ হয়। অভিনৱ বৈচিত্ৰ্যৰ অৱতাৰণা কৰিও কৃতী লেখকে তেওঁৰ কাহিনীৰ ভিতৰতে কোনো সমস্যাত অতিৰিক্ত 'এমকেছিছ' দি তন্দ্ৰাচ্ছন্ন জাতি এটাৰ প্ৰতি সাৱধান বাণী শুনাব পাৰে, প্ৰতিশ্ৰুতিও দিব পাৰে। অৰ্ধচেতন গতানুগতিক জাতিৰ প্ৰতি লেখক, ঔপন্যাসিকৰ যি দায়বদ্ধতা, ইয়াৰ মাজেদি অনেক সময়ত স্পষ্ট হৈ পৰে। ইয়াৰ বাবে সাহিত্যৰ ৰস ভঙ্গ নহয়, গতিতত্ত্ব বা নন্দনতত্ত্বকো বিশেষ ক্ষতি নকৰে।

ভট্টাচাৰ্যৰ 'প্ৰতিপদ' এনে এখন উপন্যাস যিখনৰ মাজেদি লেখকৰ সমাজৰ প্ৰতি থকা দায়িত্ববোধৰ কথা এক সংগ্ৰামী মনোভাৱেৰে ব্যক্ত হৈছে। এই উপন্যাসৰ উপজীব্য বিষয় শ্ৰমিক আন্দোলন আৰু ইয়াৰ ৰাজনৈতিক চেতনা। প্ৰাক্‌স্বাধীনতাৰ সময়ত অসমৰ তেল নগৰী ডিগবৈত ঘটা এটা উল্লেখযোগ্য শ্ৰমিক ধৰ্মঘটৰ পটভূমিত উপন্যাসৰ কাহিনীয়ে বিস্তাৰ লাভ কৰিছে। তেল শোধনাগাৰত কাম কৰা শ্ৰমিক বনুৱাসকলক এক সমষ্টিগত গোষ্ঠী বা শ্ৰেণী হিচাপে লৈ বিচিত্ৰ ঘটনাৰ সমাবেশ কৰিছে এই উপন্যাসত। একালে এই শ্ৰমিক বনুৱাসকল, আনকালে নিয়োগকাৰী শ্বেতকায় চাহাবসকল। এই দুয়ো শ্ৰেণীৰ মাজত যি বিৰোধ তাৰ ক্ৰিয়া-প্ৰতিক্ৰিয়া, উপন্যাসত নানা ব্যাখ্যাৰে, আশা-আকাঙ্খাৰে, হতাশা-বিপৰ্যয়েৰে প্ৰতিফলিত হৈছে।

ভাৰতৰ স্বাধীনতা আন্দোলনৰ জৰিয়তে আমাৰ মধ্যবিত্ত লেখকসকলৰ মন ব্যাপকভাৱে ব্যক্তিগত সমস্যাবপৰা দেশ আৰু সমাজৰ সামগ্ৰিক সমস্যালৈ বিয়পি পৰিছিল। স্বদেশী আন্দোলনৰ লগত জড়িত ৰাজনৈতিক দলসমূহৰ লক্ষ্য আৰু সামগ্ৰিক বোধৰ প্ৰতি তেওঁলোকে গভীৰ শ্ৰদ্ধা জনাইছিল।

তেওঁলোকৰ অনেকৰে সাম্যবাদী আৰু সমাজতান্ত্ৰিক সমাজ গঠনৰ বাবে নীতিগত আস্থা আছিল। ধনতান্ত্ৰিক সমাজ ব্যৱস্থাত সাধাৰণ মানুহৰ ওপৰত, বিশেষকৈ কৃষক, শ্ৰমিক-মজুৰা প্ৰভৃতিৰ ওপৰত শোষণ অনিবাৰ্য। শোষণৰ মাজেদি জন্ম লাভ কৰে বিচ্ছিন্নতা। শ্ৰমিক শ্ৰেণীৰ বাবে ই এক অভিশাপ। কালান্তক জীৱন ধাৰণ ব্যৱস্থাৰ বিপৰ্যয়ৰ ফলত ৰাজনৈতিক আৰু অৰ্থনৈতিক হেঁচাই দুখী-দৰিদ্ৰক, কৃষক-মজুৰাক শোষক শ্ৰেণীৰপৰা বিচ্ছিন্ন কৰে। বিচ্ছিন্নতাৰ মাজেদি শ্ৰমিক, কৃষকে শ্ৰমৰ উৎপাদিত ভোগৰ পৰা বিতাৰিত হয়, শ্ৰমৰ লগত থকা তেওঁলোকৰ আত্মীয়তা সুলকি পৰে। এনে অৱস্থাতে আহে বিভ্ৰান্তি, পৰাজয় আৰু ধ্বংস। কিন্তু, পদদলিত মানুহে নিবিড় বেদনা বহন কৰিও, সকলো প্ৰলোভন জয় কৰিও নিজৰ অপ্ৰাপ্য অধিকাৰ বিচাৰি হাহাকাৰ কৰে, বিপ্লৱৰ সূচনা কৰে, দলবদ্ধ জনতাৰ পদধ্বনিত পৃথিৱীৰ মাটি কঁপি উঠে। বিৱৰ্তনৰ মাজেদি শৃংখলিত মানুহে হতাশাস অন্ধকাৰ আঁতৰাই নতুন পৃথিৱী, নতুন ইতিহাস ৰচনা কৰিবলৈ আগবাঢ়ে।

বীৰেন্দ্ৰকুমাৰ ভট্টাচাৰ্য মাৰ্কসবাদী নহয়। কিন্তু তেওঁ সচেতন সংবেদনশীল, মানৱতাবাদত বিশ্বাসী এজন উদাৰ মনৰ সাহিত্যিক। তেওঁৰ উপন্যাসৰ প্ৰধান প্ৰসঙ্গ মানুহ—শ্ৰমজীৱী মানুহ। এওঁলোকৰ বিবাদ, জাতৰ নহয়। কলিতা, কেওট, আহোম, বামুণ, কায়স্থ, জনজাতি, হৰিজন, অনুসূচিত, অন্যান্য পিছপৰা সম্প্ৰদায়, হিন্দু, মুছলমান, খ্ৰীষ্টানসকলৰ সাম্প্ৰদায়িক হাইকন্দলৰ অৱতাৰণা কৰি তেওঁ 'প্ৰতিপদ'ৰ কাহিনীক গুৰুত্ব দিয়া নাই। গিয়াছুদ্দিন, নাচিৰুদ্দিন, জেবুন্নিছা, চণ্ডী, বকৰা, চেটাৰ্জী, দুৰ্গা, বোধন, মালসিং, লছমী, পান্না, নয়নমণি, শ্ৰীমতী ফেলসিং প্ৰভৃতি মানুহবোৰৰ মাজত থকা মনস্তত্ত্বগত বিৰোধ, ব্যৱহাৰ আৰু সামগ্ৰিক চৈতন্য ব্যক্ত কৰা আৰু ইংৰাজ ওপৰৱালাসকলৰ অমানুষিক উৎপীড়ন আৰু চক্ৰান্তৰ বিপক্ষে নিৰ্ভীকভাৱে শ্ৰমিক আন্দোলন গঢ়ি তোলাৰ এটা সজ্ঞবদ্ধ প্ৰচেষ্টা উপন্যাসত তেওঁ দাঙি ধৰিছে। ভট্টাচাৰ্যই নিজেই লিখিছে—"ইয়াত কোনো বীৰ বা বীৰাঙ্গনা নাই, সকলোবোৰ চৰিত্ৰ গতিৰ বন্দী। মজুৰাসকলৰ জীৱনক সামূহিক ৰূপতে কল্পনা কৰা হৈছে।" এই সমষ্টিগত মানুহ সমাজক কেন্দ্ৰ কৰি সক-ডাঙৰ অনেক ঘটনাৰে 'প্ৰতিপদ' নতুন দিগন্তলৈ অগ্ৰসৰ হৈছে। ইয়াত ব্যক্তিৰ প্ৰাধান্য নাই, প্ৰেমৰ অহৈতুকী বৰ্ণনা নাই। ইয়াত শ্ৰমজীৱী

মানুহৰ দলবদ্ধ বিকাশৰ পথত সৃষ্টি হোৱা বলিষ্ঠ অন্তৰায়, শোষণমুক্ত হোৱা বাসনা, কৰ্মপ্ৰেৰণাক হত্যা কৰাৰ জঘন্য প্ৰচেষ্টা উজ্জ্বল চিত্ৰৰে পৰিণতিৰ কালে আগ বাঢ়িছে।

ইংৰাজ চাহাবসকলে ডিগবই তেল শোধনাগাৰত সাধাৰণ ঘটনাৰ চেলু লৈ তাত কাম কৰা শ্ৰমিক-বনুৱা আৰু আন আন দুখীয়া কৰ্মচাৰীৰ ওপৰত সঘনাই অত্যাচাৰ, উৎপীড়ন চলাই আহিছিল; ইংৰাজ কৰ্মকৰ্তাসকলে কৰ্মীসকলৰ ন্যায্য দাবী দলিয়াই পেলাই কঠোৰ দমননীতি প্ৰয়োগ কৰিছিল। এনে ধৰণৰ সঘনাই হৈ থকা দমন নীতিয়ে মানুহৰ জীয়াই থকাৰ অধিকাৰ ঠানবান কৰি পেলাইছিল। ওপৰৱালা চাহাবৰ শোষণ, উৎপীড়ন, নানা অভাৱ-অনাটন, ৰোগ-পীড়া, বিপদ-পয়মালত কৰ্মীসকলৰ মনোবল ভাঙি পৰিছিল। ডিগবই হৈ পৰিছিল অভিশপ্ত চহৰ। বেমাৰ-আজাৰ হলে দুখীয়া মানুহৰ বাবে ডাক্তৰ নাই, ইনজেকচন নাই, ঔষধ নাই। পাৰ-বাহৰ দৰে সৰু সৰু অস্বাস্থ্যকৰ কোৱাৰ্টাৰবোৰ। পানীকলৰ অভাৱ, সামান্য যি কেইটাইদি যৎসামান্য পানী ধৰা বন্ধা সময়ত যোগান ধৰা হয়, তাৰ সম্মুখত পানী ভৰোৱাতে চিঞৰ-বাখৰ, হাই-কাজিয়া, গালি-গালাজ। উৎসৱ-পৰ্বত ছুটী নাই। কামলৈ নগলে চাহাবে হাজিৰা কাটে। সপ্তাহিক ছুটী নাই, চিফ্‌টৰ কোনো নিৰ্ধাৰিত নিয়ম নাই। চাহাবক লাগে ধন-সোণ আৰু তেল। সাধাৰণ কথাতে তেলপাদৰ বনুৱা চাটাই হয়, কোনো বিচাৰ নাই, বিবেচনা নাই। "যত সুখ চাহাবৰ বাবে হে, আমাৰ বাবে কেৱল দুখ।" ডিগবই চহৰলৈ কাম কৰিবলৈ বনুৱা আহিছিল বিভিন্ন ঠাইৰ পৰা। সিহঁত আৰু সেইবোৰ ঠাইলৈ উভতি যাব নোৱাৰে; তাত সিহঁতৰ ঠাই অইনে দখল কৰি লৈছে। কাম সিহঁতে কৰিবই লাগিব, নহলে অনাহাৰে অনিদ্ৰাত মৰিব লাগিব। চাহাবৰ অত্যাচাৰ সিহঁতে নীৰৱে অনেক দিনৰ পৰা সহ্য কৰি আহিছে। কেতিয়াবা অত্যাচাৰৰ কোব অসহ্য হলে সিহঁতৰ কোনো কোনোৱে চিঞৰি কান্দে, অৰ্থহীন কিছুমান কথাৰে চীৎকাৰ কৰে, কিন্তু প্ৰতিবাদ কৰিব নোৱাৰে। দলবদ্ধ হৈ কিবা এটা কৰাৰ সাহস সিহঁতৰ নাই। ভগৱান মূক-মৌন-বধিৰ! ভগৱানৰ নীৰৱতাক ভঙ্গ কৰি বনুৱাৰ দুৰ্গন্ধ কলোনিলৈ টানি আনিবলৈ কাৰো শক্তি নাই, পূজা অৰ্চনাৰ সামৰ্থ্যও নাই।

চাহাববোৰে ধন দিছে, বুদ্ধি দিছে, জ্ঞান দিছে আৰু এইবোৰৰ বিনিময়ত খাৰৰ পৰা তেল উলিয়াই শোধন কৰাৰ ব্যৱস্থা কৰিছে। তেওঁলোকৰ কামত

ব্যাঘাত ঘটিলে বনুৱাক খেদি পঠিয়ায়। ইচ্ছামতে নতুন মানুহ কামত ভৰ্তি কৰে। বনুৱাৰ বাবে আইনসঙ্গত কোনো ছুটী তেওঁলোকে দিব নোখোজে। দৰমহাও নিচেই তাকৰ, বনুৱাৰ দিনে হাজিৰা আঠ দহ অনা, কেৰাণীৰ নিম্নতম বেতন মাত্ৰ ২৫ টকা। চিকিৎসাৰ সা-সুবিধা নিচেই নগণ্য, প্ৰয়োজনত একো নাহে। দুৰ্ঘটনাৰ ক্ষতিপূৰণ দিয়াত সদায় আপত্তি। অভাৰ-টাইমৰ পইচা, টিফিনৰ পইচা, পৰবৰ পইচা বিচাৰিলে চাহাবে ধমকি সোধায়; কামৰ পৰা খেদোৱাৰ ভয় দেখুৱায়। বনুৱা উপায়হীন। চাহাবৰ প্ৰতি তেওঁলোকে কিবা এটা অভিযোগ তুলিলেই উৎপীড়ন, উৎপাত আৰম্ভ হয়। সেয়েহে ভয়তে সকলোৱে ভাগ্যক ধিয়াই সকলো যন্ত্ৰণা নীৰৱে সহ্য কৰি যায়। দোষো দিব নোৱাৰি, বছৰৰ পাছত বছৰ ধৰি ইংৰাজ চাহাবে ডিগবই তেল নগৰী এনেকৈয়ে লুটি খাইছে। বনুৱাৰ মঙ্গল কামনা কৰা অভিলাষ তেওঁলোকৰ নাই। তাতে শোধনাগাৰ চলাবলৈ নতুন নতুন যন্ত্ৰপাতি ওলাইছে, সেইবোৰ বিলাতৰ পৰা আনি কলঘৰত লগালে বহুতো মানুহ চাটাই কৰিবৰ উপায় আছে। মানুহৰ পৰিবৰ্তে মেচিনে বৰং ভাল কাম কৰিব, খৰচো কমিব। শিল্প-সভ্যতাই গৰীব মজদুৰ বনুৱালৈ আনে অভিশাপো। প্ৰয়োজন নহলে শিল্পপতিয়ে তেওঁলোকক ৰাস্তাৰ ডাষ্টবিনলৈ দলিয়াই পেলাই দিয়ে। বিচাৰ নাই, দয়া মমতা একোৱেই নাই। চাহাব ডিগবই তেল শোধনাগাৰৰ শিল্পপতি, তেলৰ ব্যৱসায় লাভজনক কৰি তুলিবৰ বাবেই তেওঁলোক ইমান দূৰলৈ আহিছে। অৰ্থ নৈতিক দিশৰ পৰা ব্যৱসায়ৰ সুযোগ সুবিধা তেওঁলোকে আদায় কৰে। তেওঁলোকে ক'লা মানুহক বিশ্বাস নকৰে; হিন্দু-মুছলমানৰ মাজত কাজিয়া লগাই ইউনিয়ন ভাঙিবলৈ দালাল নিয়োগ কৰে, ধন খৰচ কৰে। কেতিয়াবা আকৌ মানুহ চাই চাই কোম্পানীৰ কামত প্ৰমোচন দিয়ে, নিজৰ স্বাৰ্থ পূৰণ কৰিবলৈ। চাহাবে শোষণ চলাই তেওঁলোকৰ নিযুক্ত কিছুমান সুবিধাভোগী কৰ্মচাৰীৰ হতুৱায়। চাহাবৰ ঘৰ ওখ ওখ টিলাৰ ওপৰত। বনুৱাই বাস কৰা গেলাবস্তিৰপৰা ভালেমান নিলগত তেওঁলোকে মহাসুখে আৰাম কৰে। কত ৰকমৰ আমোদ-প্ৰমোদ কৰে। বাবুৰ্চি, খানচামা, চকীদাৰ, মালী অনবৰত লাগি থাকে; তেওঁলোকৰ সুখ-সম্ভোগ বাধাহীনভাৱে বৰ্ত্তি ৰাখিবলৈ। সুযোগ পালেই এইবোৰ তলতীয়া কৰ্মচাৰীয়ে চাহাবৰ মন যোগাবলৈ লাইনৰ পৰা চকুতলগা গাভৰু আনি যোগা বৰকচিচ্ লয়। খানচামা নাচিকদিনে কৈছিল এওাবচনৰ কথা, কিজিপচ্‌ৰ কথা, মিচেচ্ এগনাচৰ কথা। কৈছিল, "চাহাবৰ বঙলা যেখিছো এখন ভুৱাবেদি বাতি

বেশ্যাও সোমায়, মেম-চাহাবো সোমায়। অনেক চাহাবৰ ক'লা মাইকীৰ প্ৰতি এটা আকৰ্ষণ থাকে। এগৰাকী চাহাবক দেখিলো—বিলাতলৈ উলটি যাবৰ সময়ত ক'লা মেমক এজনী ছোৱালী, অলেখ টকা পইচা আৰু এটা মটা মানুহ দি পানখিত লগাই গ'ল। মটাটোৱে সম্পত্তি পাই বাতিৰ ভিতৰতে ডাঙৰ ঠিকাদাৰ হৈ পৰিল চাহাবৰ কালৰ বগী ছোৱালীজনীও বিয়া দিলে, নিজৰো ল'ৰা-ছোৱালী হ'ল। এতিয়া সি ডিগবইৰ নামজ্বলা ঠিকাদাৰ। এতিয়া সিয়েই আকৌ মাইকীৰখা চাহাব হৈ পৰিছে।"

কাঞ্চন চাহাব, জেলাপচী চাহাব সকলোবোৰ একেই। এই চাহাববোৰ যিমান দিনলৈকে থাকে, অকল মাইকী মানুহেই নহয়, মতা মানুহো সুখেৰে থাকিব নোৱাৰে। ডিগবই অভিশপ্ত চহৰ, ইয়াত হিন্দু হৈ পৰে মুছলমান আৰু মুছলমান হৈ পৰে হিন্দু। বেশ্যাও সতী হৈ পৰে, সতীও বেশ্যা ৰূপে সমাজত ঠাই পায়। ডুবীয়া বনুৱাবোৰৰ দুখৰ একমাত্ৰ লগৰীয়া মদ। সুন্দৰী স্ত্ৰী থাকিলেও দাম্পত্য জীৱন সিহঁতৰ সুখী নহয়। অনাহাৰক্লিষ্টা অনেক স্ত্ৰীয়ে পৰপুৰুষৰ পৰা সুখ-সম্ভোগ বিচাৰি ৰাতি অন্ধকাৰত বাহিৰলৈ যায়। যৌৱনত অভাৱৰ আলাই অনেক তিৰোতাক মাজে মাজে প্ৰলোভনত পেলায়। প্ৰত্যেকজনী ছোৱালীয়েই ঘৰপাতি সুখেৰে থাকিবলৈ বাসনা কৰে। ঘৰ মানেইতো ধন-সম্পত্তি, ঘৰ-বাৰী ল'ৰা-ছোৱালী। এইবোৰ মানেইতো বন্ধন, এইবোৰ মানেইতো সংসাৰ। কিন্তু ভাগ্যত এইবোৰ নিমিলে। কিমান অন্তৰ! মতাবোৰে তিৰোতাৰ গালিগালাজ পায়, চুপমাৰি থাকিব লগাও পৰে, ঘৰ-সংসাৰত জটিলতা সোমাই তিক্ততা বৃদ্ধি কৰে। মানুহবোৰ কিমান অভাৱগ্ৰস্ত! চণ্ডীৰ দুখ-দৈন্যৰে ভৰা সংসাৰখন? চিকিৎসাৰ অভাৱত বৈণীয়েকে অকালতে প্ৰাণ হেৰুৱালে। ল'ৰা দুৰ্গা, ছোৱালী পাৰু, অভাৱত সিহঁতৰ মন বিদ্ৰোহী হৈ উঠে। চণ্ডীৰ যেন জীৱনৰ লগত সম্পৰ্ক একেবাৰে নোহোৱা হৈ গৈছে। মুমূৰ্ষু জীৱন-মৰণৰ সৈতে যুঁজ কৰি সি ভাগৰি পৰিছে! পাৰুৰ চাৰিত্ৰিক ভাল গুণবোৰ অনেক সময়ত অথলে গৈছিল। বাবু, ইস্মাইল, চেটাৰ্জী, গিয়াছুদ্দিন, প্ৰভৃতিয়ে তাইৰ সঙ্গ লাভ কৰিবলৈ কামনা কৰিছিল। নৰ-নাৰীৰ ভালপোৱা স্থায়ী নে অস্থায়ী তাক নিৰ্ণয় কৰা কঠিন সমস্যা। জীৱনৰ আন আন আনুষঙ্গিক অভ্যাসৰ দৰে যৌৱনত নৰ-নাৰীৰ ভাল পোৱা অভ্যাস এটা কেতিয়াবা হঠাতে আৰম্ভ হয়। পাৰুৰেও এই অভ্যাস আৰম্ভ কৰিছিল, কিন্তু পাপৰ পথত ভৰি দিয়াৰ আশংকাই তাইৰ এই অভ্যাস দূৰ কৰিলে, আশ্ৰয় চেতনা প্ৰবল হোৱাত তাই মৃত্যুমুখী জাহানাৰাৰ মুখৰ কথা

এবাৰতে গিয়াছুদ্দিনক পতিৰূপে গ্ৰহণ কৰিবলৈ ইচ্ছা প্ৰকাশ কৰি প্ৰেমৰ সোৱতী মুঁতিত বান্ধ দি পেলালে। "গাভৰু ছোৱালীৰ কিবা মূল্য আছে? সকলো পুৰুষে মাথোন বিচাৰে দেহটো। কিন্তু ছোৱালীৰ যে এটা মন বোলা বস্তু আছে, সেই বিষয়ে কাৰো লক্ষ, নাই। কোনেও বুজিবলৈ যত্ন নকৰে—সেইটো মনত কি আছে!"

তেল শোধনাগাৰৰ কৰ্মচাৰী ডিম্বেশ্বৰ, পঢ়া-শুনা কৰি বি, এছ চি পাছ কৰিছিল। উপন্যাসখনত এই চৰিত্ৰটোৱে মাজে মাজে প্ৰাধান্য লাভ কৰিছে। ডিম্বেশ্বৰৰ সংস্কাৰকামী মনটো দাঙি ধৰি ভট্টাচাৰ্যই বহুতো কথাৰ অৱতাৰণা কৰিছে। জেবুন্নিচাক চাহাবৰ কবলৰ পৰা ৰক্ষা কৰি ডিম্বেশ্বৰে ডিগবই চহৰত এটা সাহসৰ কাম কৰিছিল। ধৰ্মৰ প্ৰতি তাৰ কোনো আসক্তি নাছিল। ডিম্বেশ্বৰে কৈছিল, "ধৰ্ম মোৰ বাবে কোট ছোলা। কোট ছোলা সলালে জানো মানুহ সলনি হয়? মুছলমান ধৰ্ম ললে মানুহটোৰ দেহ বা মনৰ কিবা পৰিবৰ্ত্তন হবনে?" বিবাহিত জীৱনৰ তীব্ৰ বেদনা সহ্য কৰিব নোৱাৰি, প্ৰথম পত্নীৰ যোগেদি কোনো সন্তানৰ মুখ নেদেখি, ডিম্বেশ্বৰে মুছলমান ধৰ্ম গ্ৰহণ কৰি "গিয়াছুদ্দিন" নাম লৈছিল আৰু সুন্দৰী নহলেও স্বামীপৰায়ণা, সহজ, সৰল জাহানাৰাক দ্বিতীয় বাৰৰ বাবে বিয়া কৰাইছিল। জাহানাৰাৰ অকাল মৃত্যু ঘটিলত পাযুক সি লাভ কৰিছিল। অৱশেষে তিৰোতাৰ হৃদয়ত প্ৰবেশ কৰিবলৈ যি সাহসৰ প্ৰয়োজন, যি শক্তিৰ প্ৰয়োজন সেই শক্তি তাৰ আছিল নে নাই, সন্দেহৰ বিষয়। প্ৰেম আৰু মঙহৰ ভিতৰত যে বহুতো পাৰ্থক্য আছে, সেই কথা ডিম্বেশ্বৰে হয়তো সুবুজিছিল। ইয়াৰ বাবে তাক দোষো দিব নোৱাৰি। দেশ ব্যাপী হোৱা স্বাধীনতা-আন্দোলনে তাৰ মনটো কিবা বেলেগ কৰি পেলাইছিল। শোধনাগাৰৰ বনুৱাবোৰৰ বিভিন্ন সমস্যাই তাৰ মন-প্ৰাণ বিহ্বল কৰিছিল। "বনুৱা"সকলে যদি পেতিয়েকৰ লগ লাগে তেন্তে স্বাধীনতা-আন্দোলন অসীম শক্তিশালী ব্ৰহ্মপুত্ৰৰ দৰে দুৰ্দমনীয় আৰু তেজী হব। বনুৱাসকলে ইউনিয়ন সংগঠন কৰি বল গোটোৱাৰ লগে লগে স্বাধীনতা-আন্দোলনতো জড়িত হৈ বৃটিছ শাসকক ভাৰত-বৰ্ষৰ পৰা খেদোৱা সহজ হব।" কোম্পানীয়ে ডিগবৈত ড্ৰিলিং কৰি খাদৰ পৰা তেল উলিয়ায়, বনুৱাই কঠোৰ শ্ৰম কৰি কপালৰ ঘাম মাটিত পেলায়, শৰীৰৰ তেজ পানী কৰে, কেতিয়াবা প্ৰাণ এৰে। ইউনিয়ন সংগঠনেই বনুৱাসকলৰ প্ৰাথমিক কৰ্ত্তব্য। ইউনিয়ন লাগে অন্যায়ৰ বিৰুদ্ধে, শোষণৰ বিৰুদ্ধে দলবদ্ধ হৈ সংগ্ৰাম কৰিবলৈ। এই ইউনিয়নৰ মাজেদি বনুৱা শ্ৰেণীৰ ৰাজনীতি, সমাজনীতি

আৰু অৰ্থনীতি বিকশিত হৈ দেশত সমাজবাদী শাসন প্ৰৱৰ্তনৰ পথ মুকলি হোৱাত সহায়ক হৈ উঠিব। ইউনিয়ন গঠনৰ কামেই স্বাধীনতা লাভৰ প্ৰাথমিক ব্যৱস্থা। চেটাৰ্জীৰ মনটো বিপ্লৱেৰে ভৰা। অনেক কিতাপ-পত্ৰ পঢ়িছে, সভা-সমিতিত যোগ দিছে। তেওঁ বুজিছিল, "কৃষক-বনুৱাৰ অৰ্থনীতি দেশৰ স্বাধীনতাৰ লগত, দেশৰ সুখৰ লগত জড়িত। পৰাধীন ভাৰতত কাৰো সুখ নাই। দেশক স্বাধীন কৰা মানেই জনসাধাৰণৰ মুক্তি। বিদেশী ৰাজ-শক্তিৰ দ্বাৰা পৰিচালিত বিদেশী জীৱন-আদৰ্শই ভাৰতীয় মধ্যবিত্ত অনেকক পংগু কৰিছে। এই পংগুলোকেৰে সমাজক নতুনকৈ গঢ় দিব পৰা সম্ভৱ নহয়। আনহাতে, বনুৱা-মজদুৰে কিবা এটা আন্দোলন কৰিলেই তাক নামকৰণ কৰা হয় "টেৰৰিষ্ট-মুভমেণ্ট।" স্বাৰ্থসিদ্ধিৰ বাবে শাসকগোষ্ঠীয়ে এইবোৰ নাম বিচাৰি উলিয়ায়।"

মিঃ ফেলমিং আৰু মিছেছ ফেলমিং চৰিত্ৰ দুটা সহৃদয়তাৰে ভট্টাচাৰ্যই অঙ্কন কৰিছে। কোম্পানীৰ কৰ্মচাৰী হলেও মিঃ ফেলমিংৰ এখন বহল অন্তৰ আমি দেখিবলৈ পাওঁ। অনৰ্থক বনুৱা গণ্ডগোলত যাতে বৃটিছ শাসক লিপ্ত হৈ নপৰে, তেওঁ আশা কৰিছিল। তেওঁ বুজিছিল যে ভাৰতবৰ্ষত ৰাজনৈতিক স্বাধীনতাৰ আন্দোলন পুৰাদমে চলাৰ সময়ত ইংৰাজসকলে স্বেচ্ছাচাৰিতাৰ ঠাইত বিচক্ষণতাৰহে চিনাকি দিব লাগিব। মিছেছ ফেলমিং আছিল এটি উপাদেয় চৰিত্ৰ। বিলাতী মেম হলেও তেওঁৰ এখন কোমল হৃদয় আছে। ভবা-চিন্তা কৰিব পৰা এটা সজীৱ বিবেক আছে। "ইংৰাজসকল ভাৰতবৰ্ষলৈ আহি চাল-চলন কিয় হঠাতে সলনি কৰে। ইয়াত হেনো ইংৰাজ-সকল 'ফৰেইন্ আনটচেবোল।' ইংৰাজ শিল্পপতিৰ কাৰখানাবোৰত দেশীয় লোকসকলৰ লগত মিলিজুলি চলিবলৈ ইংৰাজ চাহাবসকলক কোনো সুবিধা দিয়া নহয়। কাৰখানাৰ নিয়ম, কঠোৰ চাল-চলনত একচুলি মানো হেৰফেৰ হলে ইংৰাজ কৰ্মচাৰীৰ কামত গণ্ডগোল লাগে। মিনিবতে তেওঁক তাৰ পৰা আঁতৰোৱা হয়।" মিছেছ ফেলমিং আছিল বঞ্চিত মানুহৰ সেৱা, কল্যাণ আৰু মুক্তিৰ বাবে চিন্তা কৰা এগৰাকী ইংৰাজ মহিলা।

ভট্টাচাৰ্যৰ 'প্ৰতিপদ' উপন্যাসত দেশাত্মবোধ উদ্দীপিত হৈছে। মূলতঃ গান্ধীবাদকে অনুসৰণ কৰি জাতীয়চেতনা আৰু সামাজিক সংস্কাৰৰ আদৰ্শৰে

উপন্যাসখন সজোৰা হৈছে। গান্ধীজীৰ সত্যাগ্ৰহ, অসহযোগ আন্দোলন, ধৰ্মঘট, মিছিল প্ৰভৃতিৰে ডিগবইৰ বনুৱাসকলে সচেতন আন্দোলন গঢ়ি তুলিবলৈ কৰা এটা ৰাজনৈতিক, অৰ্থনৈতিক প্ৰচেষ্টা 'প্ৰতিপদ'ৰ চন্দ্ৰৰ দৰে ইয়াত জিলিকি উঠিছে। কোৱা নিষ্প্ৰয়োজন যে লেখকৰ অভিজ্ঞতাই সু-সংগতি-পূৰ্ণ সহযোগিতা আগবঢ়াই উপন্যাসৰ বিষয়বস্তু বোধগম্য কৰি তুলিছে।

# ভ্ৰমণ-কাহিনী : সীমাই আমনি কৰে

অধ্যাপিকা শ্ৰীমতী অৰুণিমা ভৰালী

সাহিত্য অনুভূতিশীল মানুহৰ অন্তৰৰ অভিব্যক্তি। অভিজ্ঞতাৰ ৰতাহে পৰশা মানৱ-মনে বাৰে বাৰে বিচাৰে আনকো জুৰণি দিবলৈ। অনুভূতিশীল মনৰ প্ৰকাশ-চেষ্টাই জন্ম দিয়ে সাহিত্যৰ, এচাম সাহিত্যিকৰ। 'সাহিত্য চিন্তাশীলৰ চিন্তা' হ'লেও ই অভিজ্ঞতাৰো বস্তু। ব্যক্তিগত অভিজ্ঞতাইহে কালজয়ী আৰু বাস্তৱ সাহিত্য সৃষ্টিত অৰিহণা যোগায়। বিভিন্ন অভিজ্ঞতাৰ ভিতৰত ভ্ৰমণ অভিজ্ঞতায়ো উচ্চ আসন লৈ সাহিত্য-সৃষ্টিত দুই ধৰণে সহায় কৰি আহিছে। সেয়া হৈছে—ভ্ৰমণৰ প্ৰত্যক্ষ অভিজ্ঞতাৰ বৰ্ণনাৰে সৃষ্ট হোৱা সাহিত্য আৰু সেই অভিজ্ঞতাৰ সমলেৰে সজীৱ হৈ উঠা সাহিত্য। মহাপুৰুষ শ্ৰীশঙ্কৰদেৱৰ অঙ্কীয়া নাটৰ সৃষ্টি, বৈষ্ণৱ গুৰুসকলৰ 'চৰিতপুথিসমূহ' কিছু পৰিমাণে ভ্ৰমণ অভিজ্ঞতাৰে সুফল বুলি কব লাগিব। সেইদৰে "ত্ৰিপুৰা বুৰঞ্জী"ত ৰুদ্ৰসিংহ স্বৰ্গদেৱৰ কটকী দুজনাৰ ত্ৰিপুৰা দেশ ভ্ৰমণৰ অভিজ্ঞতাৰে লিখা বুৰঞ্জীখনি আন এটি উজ্জ্বল পৰোক্ষ প্ৰমাণ। ইয়াৰ পিছত অৰ্থাৎ ঊনবিংশ শতিকাৰ শেষৰ ফালে "জোনাকী" কাকতত প্ৰকাশিত গুণাভিৰাম বৰুৱাৰ "লোমাৰ ভ্ৰমণ" নামৰ প্ৰবন্ধটিত ভ্ৰমণ অভিজ্ঞতাতকৈ ভ্ৰমণৰ আৱশ্যকতা, ভ্ৰমণৰ উপযুক্ত সময় আদিৰ বিষয়েহে উপদেশ-নীতি বেছিকৈ পোৱা যায়।

ওপৰত উল্লেখ কৰা গ্ৰন্থসমূহত ভ্ৰমণ-অভিজ্ঞতাৰ বিৱৰণ বা ভ্ৰমণ অভিজ্ঞতাৰ অনুপ্ৰেৰণাৰে নতুন সৃষ্টিৰ প্ৰকাশ বিচাৰি পালেও এইবোৰক ভ্ৰমণ কাহিনী বা প্ৰকৃত ভ্ৰমণ সাহিত্যৰ পৰ্য্যায়ভুক্ত কৰিব নোৱাৰি। অৱশ্যে সেইসকল সাহিত্যিকক অসমীয়া ভ্ৰমণ-সাহিত্যৰ পথ-প্ৰদৰ্শক বুলি নক'লে ভুল কৰা হ'ব।

প্ৰকৃতপক্ষে অসমীয়া সাহিত্যত ঊনবিংশ শতিকাৰ শেষ ভাগৰ পৰাহে ভ্ৰমণ-কাহিনী বা ভ্ৰমণ-সাহিত্যৰ জন্ম হয়। অৱশ্যে "বাহী"ৰ (জন্মকাল ১৯১০ খৃষ্টাব্দ) পাতত প্ৰকাশ পোৱা জ্ঞানদাভিৰাম বৰুৱাৰ "বিলাতৰ চিঠি" (কিতাপ

আকাৰে ১৯৩৯ চন ) নামৰ ভ্ৰমণ কাহিনীখনিত উপদেশ-নীতিৰ গাঢ়তা অনুভৱ কৰা যায় যদিও এই গ্ৰন্থখনিয়েই অসমীয়া ভ্ৰমণ-কাহিনীৰ জন্মযাত্ৰা সূচনা কৰিলে। ইয়াৰ পিছত কেইবাজনো অসমীয়া সাহিত্যিকে বিভিন্ন আলোচনীৰ পাতত বিদেশৰ খবৰ খণ্ড খণ্ডকৈ প্ৰকাশ কৰিছে যদিও বিংশ শতিকাৰ মাজভাগৰ পৰাহে ধাৰাবাহিকভাৱে কিতাপ আকাৰে অসমীয়া ভ্ৰমণ-কাহিনী প্ৰকাশ হৈছে। এইক্ষেত্ৰত হেম বৰুৱাই ( 'সাগৰ দেখিছা' ১৯৫৫ ) অগ্ৰণী।

ভাৰতৰ বিভিন্ন তীৰ্থ-ভ্ৰমণ বা ভাৰতৰ বিভিন্ন অঞ্চল ভ্ৰমণ সম্পৰ্কীয় কাহিনী ইতিমধ্যে কেইবাখনো প্ৰকাশ পাইছে। এই ভ্ৰমণ কাহিনীসমূহৰ পৰা আমি ভাৰতৰ বিভিন্ন অঞ্চলৰ বিভিন্ন সাজ-সজ্জা, কৃষ্টি-সংস্কৃতি, ভৌগোলিক অৱস্থান, ভাব-ভাষা আদিৰ লগত কিছু পৰিচয় হ'বলৈ সুবিধা পাইছো আৰু লিখকসকলৰ ভ্ৰমণৰ তিতা-মিঠা অভিজ্ঞতাৰ সোৱাদো পাইছো।

অসমীয়া ভ্ৰমণ-সাহিত্য শিশু অৱস্থাৰ পৰা আজি কিশোৰ অৱস্থা পাইছেহি। ভ্ৰমণ-কাহিনীসমূহৰ দ্বাৰাই আমি পৃথিৱীৰ বিভিন্ন অঞ্চলৰ হুবহু ছবি চোৱাৰ সৌভাগ্য নহ'লেও তাৰ প্ৰতিচ্ছবিখনি চোৱাৰ সুবিধা পাইছো আৰু এইদৰে পৃথিৱীৰ বিভিন্ন অঞ্চলৰ কৃষ্টি-সংস্কৃতিৰ বিচিত্ৰ ৰূপ আমাৰ আগত প্ৰতিভাত কৰি তুলিছে। অসমীয়া ভ্ৰমণ-কাহিনীসমূহৰ ভিতৰত এতিয়ালৈকে ইউৰোপৰ বিষয়ে লিখা ভ্ৰমণ-কাহিনীৰ সংখ্যাই সৰহ। কিয়নো ভাৰতৰ স্বাধীনতাৰ আগৰেপৰাই ইউৰোপৰ সতেই আমাৰ সম্বন্ধ গাঢ়। আমাৰ দেশৰ কেইবাগৰাকী ছাত্ৰ-ছাত্ৰীয়েই উচ্চ-শিক্ষা লাভৰ বাবে গ্ৰেট বৃটেন, ছুইজাৰলেণ্ড আদিলৈকে গৈছে। সেয়েহে সেই অভিজ্ঞতাসমূহৰ প্ৰকাশো সৰহ যদিও স্বাধীনতাৰ পিছত অন্য দেশৰ লগত বেছিকৈ যোগাযোগ ঘটি কছিয়া, আমেৰিকা যুক্তৰাষ্ট্ৰ, ইজৰাইল, ডেনমাৰ্ক, আফগানিস্থান আদি দেশৰ বিষয়ে লিখা বিভিন্ন ভ্ৰমণ-কাহিনীও ইতিমধ্যে কেইবাখনো প্ৰকাশ পাইছে। বৰ্তমানৰ ভ্ৰমণ কাহিনীসমূহ অসমীয়া পাঠক-পাঠিকাৰ মাজত বেছি আকৰ্ষণীয় হৈ আলোড়নৰ সৃষ্টি কৰিব পৰা হৈছে যেন লাগে। ই অসমীয়া ভ্ৰমণ-সাহিত্যৰ পক্ষে এটি সুখৰ বিষয়।

আমাৰ আলোচ্য ডক্টৰ বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্যৰ "পীনাই আমনি কৰে" নামৰ ভ্ৰমণ কাহিনীখনি কছিয়া ভ্ৰমণৰ অভিজ্ঞতাৰেই বৰ্ণনা। ইতিমধ্যে কছিয়া ভ্ৰমণক কেন্দ্ৰ কৰি লিখা কেইবাখনিও ভ্ৰমণ কাহিনী অসমীয়া সাহিত্যত

প্ৰকাশ পাইছে। কছিয়া ভ্ৰমণ-অভিজ্ঞতাক হেম বৰুৱাদেৱে "ৰঙা কৰবীৰ ফুলে"ৰে (১৯৫৯) সুশোভিত কৰি তুলিছে। তদুপৰি অমলেন্দু গুহৰ "ছোভিয়েত দেশত এভুমুকি" ( ১৯৫৮), ড° কনক মহন্তৰ "বগা তৰা ৰঙা আকাশ" (১৯৬২), চৈয়দ আব্দুল মালিকৰ "মাজত মাথোন হিমালয়", সুৰেন্দ্ৰমোহন দাসৰ "টলষ্টয়ৰ দেশত" আদি ভ্ৰমণ কাহিনীয়ে আমাক কছিয়াৰ বিষয়ে জানিবলৈ সুবিধা দিছে।

১৯৭৫ চনত প্ৰকাশিত ভট্টাচাৰ্যৰ "সীমাই আমনি কৰে" নামৰ পুথিখনি উচ্চ সমলেৰে পুষ্ট অসমীয়া ভ্ৰমণ-সাহিত্য সম্ভাৰৰ মাজেৰে এখন। ১৯৬৮ চনত ভাৰত চৰকাৰৰ সাংস্কৃতিক বিনিময় আঁচনি অনুসৰি ভট্টাচাৰ্যই কাশ্মিৰী লেখক আখ্‌তাৰ মহিউদ্দিন চাহাবৰ লগত একেলগে এমাহৰ বাবে কছদেশ ভ্ৰমণ কৰে। উল্লেখযোগ্য যে আখ্‌তাৰ মহিউদ্দিন ভাৰতলৈ ঘূৰি অহাৰ পিছতো ভট্টাচাৰ্য অকলে তিনিসপ্তাহৰ বাবে পোলেণ্ড ভ্ৰমণৰ বাবে যায়। সেই ভ্ৰমণ অভিজ্ঞতাৰ বৰ্ণনাৰে সৰস প্ৰকাশ "সীমাই আমনি কৰে"।

ইতিমধ্যে প্ৰকাশ পোৱা বিভিন্ন ভ্ৰমণ কাহিনীৰ মাজৰে এখন যদিও "সীমাই আমনি কৰে" নামৰ ভ্ৰমণ-কাহিনীখনিত কিছু পাৰ্থক্য পৰিলক্ষিত হৈছে। ৰচনাৰ ক্ষেত্ৰত লেখকক গতানুগতিকতাৰ পৰা কিছু আঁতৰি অহা দেখা গৈছে আৰু সেয়েহে পুথিখনিয়েও অনন্য ৰূপ লাভ কৰিছে। দিনলেখাৰ আৰ্হি লৈ লিখা এই গ্ৰন্থখনি তেখেতে ১৯৬৮ চনৰ ৪ এপ্ৰিল, পৰা আৰম্ভ কৰি '২৬ মে'ত সামৰিছে। ভ্ৰমণৰ এই কালছোৱাত লেখকে ৰখা 'দৈনিক টোকা'সমূহৰে পৰিমাৰ্জিত ৰূপ "সীমাই আমনি কৰে।" গ্ৰন্থখনিৰ পাতনিতে কছ দেশ আৰু পোলেণ্ড ভ্ৰমণৰ আভাস আছে। ভ্ৰমণাৱস্থাত চাক্ষুষ আৰু মানসিক পৰ্যবেক্ষণ, বিভিন্ন লেখক আৰু ব্যক্তিৰ লগত হোৱা আলাপ-আলোচনা আৰু এইবিলাকৰ প্ৰতি হোৱা লেখকৰ বুদ্ধি আৰু অন্তৰৰ প্ৰতিক্ৰিয়া আদিয়েই পুথিখনিৰ বিষয়-বস্তু।

পুথিখনি লেখকে প্ৰথমৰে পৰা 'চকু, মন আদিৰে দেখা পৰিবেশৰ' হুবহু বৰ্ণনা দিবলৈকে চেষ্টা কৰিছে। সেয়েহে পোনতেই আকাশী জাহাজৰ 'আকাশী সংসাৰ'খনৰ বৰ্ণনা দিবলৈকো তেখেতে পাহৰা নাই। তদুপৰি আকাশী জাহাজত লেখকৰ কাষৰ আসনতে বহি যোৱা দুটি দেশীয় মহিলা গৰাকীৰ লগত কথা পাতি তেওঁৰ কথা-বতৰা, সাজ-পাৰ, আচাৰ-ব্যৱহাৰ, ৰুচি আদিলৈ লক্ষ্য কৰি এচাম কছ মহিলাৰ লগত বিজাই লেইচামক সাধাৰণ কম'পজিটানৰ শাৰীতে বহুৱাই

খজে। লেখকে আকাশী যানৰ পৰা নামি ষ্টেলিনৰ দিনৰ ৰুছ দেশৰ কৰ্তৃকটীয়া কাষ্টমছ নিয়ন্ত্ৰণ পদ্ধতিত শিথিলতা আহি পৰা কথাও ব্যক্ত কৰিছে। কাষ্টমছৰ কৰ্মচাৰীসকলৰ শৃংখলা আৰু কৰ্ম পটুতাৰো উল্লেখ নকৰাকৈ থকা নাই।

লেখকে মুঠতে চুকুৰি তেৰ দিনহে ভ্ৰমণ কৰিলে। এই কম দিনৰ ভিতৰত ৰুছিয়াৰ দৰে বিশাল দেশ এখন ভ্ৰমণ কৰি তাৰ কথা তন্ন তন্নকৈ বৰ্ণনা কৰাটো সম্ভৱ নহয়। তথাপিও গৰ্কী মিউজিয়াম, টলষ্টয় মিউজিয়াম. ভুচেৰেৰ ঐতিহাসিক মিউজিয়াম, উলুগ্‌বেগৰ অবজাৰভেটৰী মিউজিয়াম আদি আৰু সৰ্বশেষত পোলেণ্ডৰ মিউজিয়াম (বন্দী শিবিৰ) দৰ্শনৰ বৰ্ণনা আৰু লেখকৰ নিজ উপলব্ধিৰ বৰ্ণনা অতি হৃদয়গ্ৰাহী হৈছে বুলি ক'ব পাৰি। ঐতিহাসিক দৃষ্টিভঙ্গীৰে পৰ্য্যালোচনা কৰি প্ৰতিটো পৰিবেশৰ হুবহু বৰ্ণনা দিবলৈ তেখেতে চেষ্টা কৰিছে। …"দশম শতিকাৰে পৰা ৰুছ দেশত বাইজান্টেনীয় নিৰ্মাণ কলাৰ ভাবধাৰে প্ৰচলন হয়। কিন্তু তৃতীয় ইভানৰ দিনত সজা মস্কোৰ প্ৰাসাদ আৰু গীৰ্জাবোৰত ৰেনেচাঁযুগীয় কলাৰ প্ৰভাৱো আছে…।" বাইজান্টেনীয় ৰীতিৰ বৈশিষ্ট্য হ'ল পিঁয়াজৰ দৰে সোণালী কলচী। ছেণ্ট বেছিল কেথেড্ৰল আদিত এনে ধুনীয়া ধুনীয়া কলচীবোৰ দেখি তেওঁ কৰা উক্তিবোৰত আৰু পুথিখনিৰ বিভিন্ন বৰ্ণনাত ৰুছ ইতিহাসৰ লগত লেখকৰ ওচৰ পৰিচয় থকা যেন পৰিলক্ষিত হয়। চমৰখণ্ডৰ মুছলিম ভাস্কৰ্য, 'এৰেবস্ক' বা চেৰাচেনিক কলা আদিৰ বিৱৰণো আছে। চমৰখণ্ডত আৰবীয় ৰীতিৰ লিখন কলা বা মুছলমান সংস্কৃতিৰ মহিমাময় বিৰাট ৰূপ দেখি লেখক আচৰিত হৈ পৰিছে আৰু নিজেই বিস্ময় ভাৱত কৈ উঠিছে—"ইতিহাস চকুৰ আগত জিলিকি উঠিল।·· তাৰ স্মৃতি ৰিণি ৰিণি মনলৈ আহিল। তাঝিকিস্থানৰ পৰা আৰ্মেনিয়াৰ যুৱতীৰ তেখেতে পাত্ত মেলিছে। মুঠতে পুথিখনিৰ ঠাচে ভাৰত যুৱতীৰ পৰা মধ্য এচিয়াৰ যুৱতীও লেখকৰ চিতাৰ আগতে থকা বুলিয়েই যেন ক'ব খোজে।

ৰাজনীতিৰ ক্ষেত্ৰতো ড° ভট্টাচাৰ্যই নিজৰ মত বা ধাৰণাক ব্যক্ত কৰিবলৈ লৈ তেখেতৰ সাহসী মনৰেই পৰিচয় দিছে। "গণতন্ত্ৰ বহুদলীয় কৰিব লাগিব।" ১৯৮৯ চনতে যেন কৰবাই দেখি অহা ৰুছ দেশখনৰ বিশেষ পৰিবৰ্তন লেখকে দেখা নাই।……"কতকো খবৰ চৰকাৰৰ ঘৰলৈ যায়। সৰ্বসাধাৰণ মানুহে কি ভাৱধাৰে চলন-ফুৰণ কৰিব লগা হয়।" (ৰঙা কৰবীৰ ফুল') উপৰেও ৰকৰাৰ কলেই ভট্টাচাৰ্যজো এনে ভাৱিকেই যেন দেখা পাইছে।—'ৰাজনীতিৰ কথা' ক'লেই

যেন তেওঁলোক নীৰৱ হয়।" তথাপিও দুই-এজন কমিউনিষ্ট বুদ্ধিজীৱীৰ কথাৰ-পৰা লেখকে ধাৰণা কৰিবলৈ সক্ষম হৈছে—"ডেমক্ৰেটিক চেন্ট্ৰেলিজম্" আৰু এক-দলীয় শাসন নীতি তেওঁলোকে পৰিহাৰ কৰিব নোখোজে। ছোভিয়েত সমাজত স্বাৰ্থৰ বিৰোধৰ থল আছে বুলি নাভাবে। ছচিয়েলিষ্ট সমাজত দুই-তিনিটা দলৰ অৱস্থিতিও অপ্ৰয়োজনীয়। সাংবিধানিক গণতন্ত্ৰত তেওঁলোকৰ বিশ্বাস নাই। ৰাষ্ট্ৰ আৰু দলৰ এদিন বিলুপ্তি ঘটাৰ আশা কমিউনিষ্টসকলৰ মনত দৃঢ়ভাৱে সোমাই আছে। লেখকৰ মতে তেওঁলোকে ষ্টেলিনক ডাঙৰ কমিউনিষ্ট বুলি ভাবিলেও আন দৃষ্টিৰে তেওঁ স্বেচ্ছাচাৰী, নিষ্ঠুৰ আৰু সহকৰ্মীৰ প্ৰতি অশ্ৰদ্ধাশীল বুলিও ভাবে। অথচ ষ্টেলিনৰ দৰেই সমাজবাদী নেতা লেনিনৰ মূৰ্তিৰ আগত অক্ষয় বন্তি—যাক ৰুছ বুদ্ধিজীৱীয়ে সাংস্কৃতিক বা কমিউনিজমৰ প্ৰতীক বুলিও ক'ব পাৰে আৰু যাৰ সাংস্কৃতিক বিপ্লৱত চীনদেশৰ মাও-চে-টুংৰ উৎকট ব্যক্তিপূজাৰ মতবাদ দেখা নাযায়। লেনিনৰ ব্যক্তিত্বই এওঁলোকৰ জীৱন আচ্ছন্ন কৰি আছে। সেয়েহে তাত লেনিনক দেৱতাৰ সাৰীলৈ তুলিব খুজিছে বুলি লেখকে ক'বলৈকো দ্বিধাবোধ কৰা নাই। আকৌ ৰুছদেশত গাঁও আৰু নগৰৰ প্ৰভেদ; ধৰ্ম, মানসিক আৰু শাৰীৰিক শ্ৰমৰ মাজত প্ৰভেদ লক্ষ্য কৰিয়েই কমিউনিজমৰ অন্তিম লক্ষ্যৰ কথা ভাবিবলৈকো বাধ্য হৈছে। মাৰ্ক্সৰ শাৰীৰিক আৰু মানসিক শ্ৰমত সমানে পাৰ্গত পূৰ্ণ মানৱ সৃষ্টিৰ সপোন ফলিয়াবলৈ এতিয়াও বহুযুগ বাকী; যিহেতু কমিউনিজমক আঁকোৱালি লৈ ৰাষ্ট্ৰৰ কট্‌কটীয়া নিয়ন্ত্ৰণ মানিও ৰুছদেশীয়সকলে আয় আৰু সুবিধাৰ প্ৰভেদ আঁতৰাবলৈ সক্ষম হোৱা নাই। মাৰ্কিন যুক্তৰাষ্ট্ৰৰ দৰে ছোভিয়েত ৰুছিয়াত মানুহৰ জীৱন নিৰ্বাহৰ প্ৰণালী সকলোৰে একে হৈ যোৱা নাই। লেখকে নগৰীয়াৰ তুলনাত গাঁৱলীয়াৰ জীৱন নিৰ্বাহৰ প্ৰণালী বহু পিছপৰা যেন দেখিবলৈ পাইছে। অৱশ্যে খোৱাবস্তুৰ দাম কমাই ৰাখিবলৈ ৰাষ্ট্ৰই খাজনাৰ ঘৰে অনুদান আগবঢ়ায়। এই ব্যৱস্থাই হয়তো জনসাধাৰণক সন্তুষ্ট ৰাখিছে। আনহাতে পোলেণ্ডলৈ গৈ লেখকে তাৰ ৰাজনৈতিক পৰিস্থিতিত জটিলতা বোধ কৰিছে। মানুহৰ মন যেন ভিতৰি উমি উমি জ্বলি থকা ধুঁৱলীহে। সৌভাগ্যৰ সেহুৰত চলা পোলেণ্ডৰ কমিউনিষ্ট শাসনত ষ্টেলিনৰ দিনৰ ব্যক্তিপূজা কেতো দেখা নাই। ৰুছদেশৰ লগত পোলেণ্ডৰ ৰাজনৈতিক চালচলনৰ কিছু পাৰ্থক্যও দেখা পাইছে। পোলেণ্ডৰ সংস্কৃতিৰ আধাৰ ইউৰোপৰ উদাৰ নৈতিকতাবাদ আৰু মতবাদ। কেথলিক ধৰ্মৰ প্ৰভাৱো ইয়াত স্পষ্ট। বিবাহৰ ক্ষেত্ৰত কেথলিক

ধৰ্মৰ কঠোৰ অনুশাসনৰ বিৰুদ্ধে স্পষ্ট নিন্দা থকা প্ৰচাৰধৰ্মী নাটকৰ কথাবো উল্লেখ গ্ৰন্থখনিত আছে।

'ব্ৰেইন ড্ৰেইন'ৰ সমস্যা ৰুছদেশৰ ৰাষ্ট্ৰীয় সমস্যা, যাৰ বাবে কৰ্তৃকৰ্তাসকলে ৰাষ্ট্ৰ নিয়ন্ত্ৰণে ৰুছদেশীয়সকলক সহজে বিদেশলৈ যোৱাৰ সুবিধা বা অনুমতি নিদিয়ে।

ৰুছদেশত বাতৰি কাকতসমূহৰ স্বাধীনতা নাই বুলিলেই হয়। বাতৰি কাকতৰ বাতৰি পৰিবেশন ৰীতিও বেলেগ। ইয়াৰ বেছিভাগ সংবাদপত্ৰই ৰাষ্ট্ৰৰ বা দলৰ। ট্ৰেড্ ইউনিয়ন আদি সংস্থাৰ বেলেগ বেলেগ পত্ৰিকা, মস্কোৰ আলিবাটত প্ৰাচীৰ পত্ৰিকা আছে যদিও সকলোবোৰ পত্ৰৰে ৰাজনৈতিক মত একে। সংবাদপত্ৰবোৰত আন্তৰ্জাতিক খবৰতকৈ স্থানীয় খবৰেই বেছি। বুৰ্জোৱা দেশৰ কোনো পৰিস্থিতিৰ ওপৰত ৰুছদেশৰ চৰকাৰৰ মতহে এইবোৰত প্ৰকাশ পায়। চৰকাৰক সদায় প্ৰতিখন কাকতেই সমৰ্থন কৰিব লাগিব। গণতান্ত্ৰিক স্বাধীনতা তাত একেবাৰেই নাই যেন ভাব হয়। এইখিনিতে লেখকে নিজৰ দেশৰ প্ৰতি থকা মনোভাব আৰু নিজৰ মত প্ৰকাশ কৰিবলৈ কুণ্ঠাবোধ কৰা নাই …"আমাৰ দেশখনত নেতৃত্বৰ অভাৱ ঘটিছে। আমাৰ তাত সমাজ পৰিবৰ্তন খুব জৰুৰী। কিন্তু গণতান্ত্ৰিক স্বাধীনতা আমাৰ দেশত আছে।……ধৰ্মৰ গোড়ামিয়ে আমাক খালে। হিন্দু-মুছলমান একগোট হ'ব নোৱাৰাৰ কোনো মানে নাই।…এই বিষয়ত লেখকসকলৰ ভূমিকা বৰ ডাঙৰ।"

ষ্টেলিন-যুগত ১৯৩০ চনত কুলাকসকলক উচ্ছেদ কৰি 'সংগ্ৰাম' নামৰ কলখজ পামখনৰ ওপৰতো একক কলখজ কৰিটিৰে নহয়, কমিউনিষ্ট দল আৰু ৰাষ্ট্ৰবো অধিকাৰ থকা লেখকে দেখিবলৈ পাইছে।

লেখক সংঘৰ লগতো চৰকাৰৰ যোগাযোগ নিবিড়। গতিকে ৰুছদেশৰ লেখকবো নিশ্চয় স্বাধীনতা নাই। জাতীয়তাবাদী লেখকৰ ভূমিকাইহে ইয়াত আগ আসন পায়। তাৰহতেবো দুই-এজন কমিউনিষ্ট লেখকেও লেনিনে ইয়াত জনপ্ৰিয়তা লাভ কৰিছে। পোলেণ্ডৰ বাৰ্ষ লেখকসংঘৰ লগত ৰাষ্ট্ৰৰ আৰু কমিউনিষ্ট দলৰ মতভেদ হৈছিল লেখকৰ স্বাধীনতা লৈ। নতুন লেখকসকলে অনুবাদৰ সাহায্য কৰাৰ ব্যৱস্থা কৰিবলৈ বিচাৰে। কিন্তু ছোভিয়েট ৰাছিয়াৰ লগত সম্পৰ্ক বেয়া হয় বুলি পোলেণ্ড ৰাষ্ট্ৰৰ এই নিয়ন্ত্ৰণ। ৰাষ্ট্ৰৰ স্বাৰ্থত সকলো এক। কামুলোকৰ মতে—"লেখকৰ স্বাৰ্থ আৰু সমাজৰ স্বাৰ্থ একে। ক্ষুদ্ৰ গণ্ডীৰ উৰ্দ্ধত থাকিবৰ লেখা, এই লেখাৰ উদ্দেশ্যে বাহিৰৰ জীৱন যাপন

মান উন্নীত কৰা।" ছোভিয়েত সাহিত্য-সমালোচকসকলে এবিধ বিশেষ নন্দনতত্ত্ব মানি চলে আৰু তেওঁলোকে কলাৰ মহান দায়িত্বৰ লগত মাৰ্ক্সীয় সমাজতত্ত্বৰ দায়িত্বৰ সমন্বয় সাধনত জোৰ দিয়ে যেন অনুমান কৰিয়েই ভট্টাচাৰ্যই কৈছে যে—"ইয়াৰ ফলতেই সাহিত্য আৰু কলাৰ ওপৰত দল আৰু ৰাষ্ট্ৰৰ নিয়ন্ত্ৰণ প্ৰয়োগ কৰা সম্ভৱপৰ হৈছে।" ভাৰতীয় সাহিত্যৰ ছাব্বিশ জন লেখকৰ কিতাপ ৰুছ সাহিত্যলৈ অনুবাদ কৰা হৈছে। এইসকল লেখকৰ ভিতৰত বেছিভাগেই কমিউনিষ্ট পন্থী।

ভ্ৰমণ অভিজ্ঞতাৰে ভৰা ড° ভট্টাচাৰ্যৰ পুথিখনিয়ে ৰুছ সাহিত্যৰ বিষয়ে আমাক যথেষ্ট সংবাদ দিবলৈ সক্ষম হৈছে বুলিয়েই ক'ব লাগিব। উজবেক কবিতাৰ পুৰণি ঠাঁচ এতিয়া নাইকিয়া হৈছে। মধ্যযুগীয় বিষয়বস্তুক তেওঁলোকে বিসৰ্জন দিছে। বৰ্তমানৰ সাহিত্য ইছলামৰ প্ৰভাৱৰপৰা মুক্ত। দুই-এটা কাব্যছন্দৰ ব্যৱহাৰ আছে যদিও ভাৱধাৰাৰ প্ৰভাৱ দেখা নাযায়। "ইছলাম ধৰ্ম গ্ৰহণৰ ফলত বাইজৰ দুখ-কষ্ট বেছি বাঢ়িছিল।" বৰ্তমান সাহিত্যৰ আদৰ্শ সমাজবাদী বাস্তৱতা। সকলোতে লেনিনৰ বিখ্যাত নীতিৰ মূল আধাৰ "পাৰ্টিৰ নীতি" আগত ৰাখি লেখকসকলে বিভিন্ন আঙ্গিকত লিখিলেও সমাজবাদী সমাজৰ সমালোচনা বা বিৰোধিতা কৰিব নোৱাৰে। পোলেণ্ডৰ সাহিত্যৰো এটি সুন্দৰ বৰ্ণনা লেখকে দিছে। ৰোমান্টিক যুগৰ সৰ্বশ্ৰেষ্ঠ সঙ্গীতজ্ঞ চাপিনৰ সঙ্গীত চ'ৰাৰ লগতে কাশ্মিৰী সাহিত্যৰ কথাও লেখকে দোহাৰিবলৈ পাহৰা নাই। কাশ্মিৰী সাহিত্যও আধুনিকতাৰ যুগৰ বিষয়েও এটি আভাস ছেগ বুজি দি থৈছে।

ৰুছদেশত প্ৰি-প্ৰাইমেৰীৰ শিক্ষা বৰ সুন্দৰ। ল'ৰা-ছোৱালীৰ খেতিবাতিৰপৰা যন্ত্ৰ-পাতিৰ ল'তেও পৰিচয় কৰাই দিয়া হয়। ছোভিয়েত বিদেশী সাহিত্যতকৈ বিদেশী ভাষা শিক্ষাতহে বেছিকৈ জোৰ দিয়া হয়। আদৰ্শ শিক্ষা দিয়াৰ ওপৰত কৰ্তৃপক্ষৰ চোকা নজৰ দেখা যায়। অৱশ্যে ভাৰতৰ বিষয়ে এইদেশৰ জ্ঞান সীমাবদ্ধ।

নগৰ পৰিকল্পনাৰ ক্ষেত্ৰত ছোভিয়েত ইউনিয়নত পাৰ্ক, চাৰ্কাচ, ষ্টেডিয়াম, অপেৰা হাউচ, থিয়েটাৰ, চিনেমা হল, মিউজিয়াম আদিৰ প্ৰতি বিশেষ চকু দিয়া লেখকে দেখিবলৈ পাইছে। দেশখনত কুটীৰ শিল্পৰ প্ৰসাৰ বৃদ্ধিও লক্ষ্য কৰিব লগীয়া। ৰাসায়নিক শিল্পতো কোনোখন ঠায়েই পিছপৰা নহয়।

ৰুছদেশৰ বিখ্যাত বেলে নৃত্যৰ লগত তাচকেণ্ডৰ থেলেৰ কিছু বৈসাদৃশ্য-

লেখকৰ চকুত উদ্ভাসিত হৈ উঠিছে। আৰ্মেনীয় দেশৰ সম্পৰ্কেও একেই বৈদাদৃশ্য বা কছ দেশতকৈ পিছপৰা যেন অনুভৱ কৰিছে। পাপেট থিয়েটাৰৰ নাট, ভুচেন্‌দেৰ তথ্য চিনেমা আদি চাই লেখকে আমাৰ দৰে কছদেশতো উপলব্ধি কৰিছে আদিম বিষয়বস্তুৰ প্ৰতি থকা মানৱৰ মোহ। অৱশ্যে পুথিখনিত লেখকে ৰঙ্গমঞ্চ বা পৰীক্ষামূলক ৰঙ্গমঞ্চ আদিৰ বৰ্ণনা আৰু সুন্দৰকৈ দিয়াটো বাঞ্ছনীয় আছিল।

কছদেশত ভড্‌কা বৰ প্ৰিয় পানীয় খাদ্য। সামাজিক আচাৰ-ব্যৱহাৰৰ অঙ্গ স্বৰূপে ভড্‌কা উৎসৱ আদিৰ বাবেহে ব্যৱহৃত হয়। তেওঁলোকে কনিয়াক খাই বেছি ভাল পায়। যদিও আনন্দ আৰু স্বতঃস্ফূৰ্তভাৱ স্বভাৱ উথলি উঠে, তথাপিও তেওঁলোকৰ এনে পানীয় নিত্য ব্যৱহৃত বস্তু নহয়। চাহ, কফি, বিয়েৰ মিনাৰেল ৱাটাৰ আদিহে বেছি প্ৰিয়। মদ অবিহনে কিন্তু একো উৎসৱেই তেওঁলোকৰ বাবে সম্পূৰ্ণ নহয়। পৰম্পৰাগতভাৱে এনে ৰীতি কছ সমাজত চলি আহিছে। অৱশ্যে মাতলামি তেওঁলোকে ভাল নাপায় বুলি কয় যদিও লেখকে সেইকেইদিনতে দুই-এজন মাতালৰ সংস্পৰ্শলৈকো আহিব লগীয়া হৈছে। আঙুৰ, কিচ্‌মিচ, এপ্ৰিকট, ৰুটি, ভাতৰ লগতে কছদেশীয় শিংখ কাবাব আৰু ট্ৰাউট মাছৰ সোৱাদ লেখকে কথাৰেই পাঠকক দিছে। তাচকেণ্ডৰ বাহিৰৰ অনিমন্ত্ৰিত বিবাহ-ভোজৰ ভাঙৰ ঘূৰণীয়া তাচকেণ্ডী ৰুটি-মঙহ আৰু বিবিধ বস্তু ভোজন কৰি দোভাৰা আৰু ডায়েৰাৰ সুৰে সুৰে নচাৰ আনন্দ উপভোগ কৰি লেখকে পাঠককো তাৰ ভাগ দিবলৈ আগবাঢ়ি আহিছে। উজবেকী বিবাহৰ ছবি এখনি যেন গ্ৰন্থখনিত প্ৰতিফলিত হৈছে। দোভাষীসকলে কোৱা মতে তাৰ বেছিভাগ ডেকা-গাভৰুৱেই এতিয়া ধৰ্ম এৰিছে যদিও প্ৰাচীন ধৰণ কৰণ এইবোৰ ঠাইত লেখকে স্পষ্টকৈ দেখা পাইছে। অৱশ্যে অভিজাত সম্প্ৰদায়ৰ ঘৰৰ লাজ সজ্জা চৌদিশে মুখৰিত হোৱাও দেখিছে। ইচ্ছা থকা সত্ত্বেও লেখকে অৱশ্যে কছ পৰিয়াল এটিৰ ঘৰলৈ যাবলৈ অৱকাশ নাপালে। কিয়নো "মানুহবোৰে ঘৰলৈ নেমাতে।"

প্ৰাচীন গীৰ্জাঘৰ গ্ৰীগাচলৈ যোৱা বোকাৰে পিছল বাটটোত ভৰি দি লেখকে অকাই চুকত সোমোৱা যেনেই অনুভৱ কৰিছিল। আৰ্মেনীয়সকলৰ এই প্ৰাচীনতম গীৰ্জাৰ ভিতৰখন এতিয়া জীৰ্ণ, পৰিত্যক্ত আৰু নিৰ্জন। তাৰপৰা ওলাই আন এটি ৰাস্টেৰি তলৰ মহলালৈ যাওঁতে শুনা স্পুট্‌নিকৰ দেশৰ মেডাম কেটেৰিনৰ "এই ৰাস্টেৰি যাব পাৰিলে পাপ খণ্ডন হয় আৰু অভীষ্টও পূৰণ হয়"

বোলা কথবাৰিয়ে মানৱ মনৰ একেই ইঙ্গিত বহন কৰিছে। তলৰ কেঁটাৰ কাষত থৈ যেটেঙ্কেই গোৱা প্ৰাৰ্থনা গীতৰ মাজত লেখকে যেন একেই বেদমন্ত্ৰৰ সুৰ শুনিবলৈ পাইছে। কছদেশৰ জাতীয় প্ৰতীক ঈগল চৰাই, পদুমফুলৰ মাজতো লেখকে ভাৰতবৰ্ষৰ পদুমফুল আৰু গৰুড়পক্ষীৰ মিলত ঐতিহাসিক তাৎপৰ্য বিচাৰি পাইছে।

কছদেশত প্ৰচলিত বাহ্যিক নিয়মবোৰ যেনে—চেল্‌ফ চাৰ্ভিচ বাৰ'ৰ বাহিৰে আকাশী জাহাজ, থিয়েটাৰ, অপেৰা হাউচ, চাৰ্কাচ, ক্লাব, ৰেষ্টোৰাঁ আদিত সোমাওঁতে 'অভাৰ কোট, টুপী সোলোকাই থোৱাৰ উল্লেখ পুথিখনিৰ কেইবা ঠাইতো আছে। বহু সংখ্যক স্ত্ৰীপুলিচ সেই ঠাইত আছে। বিশেষ কিছুমান ঠাইত স্ত্ৰী পুলিচৰ ধূমপান নিষেধৰ নিৰ্দেশো লেখকে দেখিবলৈ পাইছিল। নিবনুৱা সেই দেশত নাই বুলিলেই হয়। অৱশ্যে এলেহুৱা তিৰোতা এগৰাকীয়ে লেখকৰ ওচৰত হাত পাতি মগনীয়াৰ সংখ্যা এটি দেখুৱাই দিলে।

ভোভিয়েত কছিয়াত ডেকা-গাভৰুৰ মুক্ত প্ৰণয়-আলিঙ্গনৰ কথা লেখকে একেটা শাৰীতে শেষ কৰিছে। অৱশ্যে জাৰজ সন্তানৰ প্ৰতি কোনো আইনগত অসুবিধা নাই বুলি অন্য এঠাইত কৈছে।

গ্ৰন্থখনি পঢ়ি ড° ভট্টাচাৰ্যৰ দৃষ্টিভঙ্গী প্ৰগতিশীল বুলিয়েই ক'ব লাগিব। পুৰঠ বয়সৰ ৰচনা বাবে গ্ৰন্থখনিত গহীন গম্ভীৰ ভাৱ দেখা যায়। ভ্ৰমণৰত অৱস্থাত তেখেতৰ প্ৰকৃতি-প্ৰেমী মনটোৱে অৱশ্যে মাজে মাজে সুন্দৰ উপমাৰে প্ৰকৃতিৰ সৌন্দৰ্য চাই নাইৰা নিজৰ মনৰ লগতে কথা পাতি ভাৱত বিভোৰ হৈ ৰয়। ইয়াৰ ফলত গ্ৰন্থখনিৰ মাজে মাজে বৰ্ণনীয় বিষয়ৰ যোগসূত্ৰ হেৰাই ৰসভঙ্গ হৈছে বুলি ক'ব পাৰি। গ্ৰন্থখনিৰ কেইবাঠাইতো এনে বিচ্যুতি ঘটা যেন অনুভূত হৈছে। আকৌ লেখকে দোহাৰিছে—"বিদেশলৈ আহিলে অথবা দেশ ফুৰিলে মানুহে জ্ঞানৰ সীমাবদ্ধতাৰ কথা উপলব্ধি কৰে।" ইভ্‌তুচেঙ্কোৰ কবিতাত সীমাৰ বাহিৰলৈ গৈ চোৱাৰ আৰু তাৰ লগত নিজক মিলাই দি অসীমক উপলব্ধি কৰাৰ প্ৰবল আৰু সাৰ্বজনিক আকাংক্ষা লেখকৰ মনৰ মাজত প্ৰবাহিত হৈ আছে যদিও তাৰ জ্ঞানৰ সীমাইহে লেখকক আমনি কৰিছে প্ৰতিটো পদক্ষেপত।—যাৰ বাবে হয়তো লেখকে আৰু বেছি সমল আনিব খুজিও আনিব নোৱাৰিলে। পুথিখনিৰ পাতনিতে তেওঁ এই বিষয়ে কৈছে।

লেখকৰ হাতেৰে গ্ৰন্থখনিৰ পাতত গফুৰ মির্জা, ভাচা, ড্ৰাইভাৰ, মেডাম মেটেক্সে, ৰবিচ, কস্তম, আদ্ৰেজ-এলিজাবেথৰ চৰিত্ৰ কেইটিয়ে মনোমোহা ৰূপ লৈ আকৰ্ষণীয় হৈ পৰিছে আৰু তেওঁলোকৰ মনৰ খবৰ বিলাইছে। লেখকে অৱশ্যে ভাষা আৰু বেছি ৰসপূৰ্ণ কৰি পুথিখনিৰ জনপ্ৰিয়তা বঢ়াব পাৰিলেহেঁতেন। তথাপিও ড° ভট্টাচাৰ্যৰ "সীমাই আমনি কৰে" নামৰ এই চিন্তাগধুৰ ভ্ৰমণ কাহিনীখনি অসমীয়া সাহিত্য ভঁৰালৰ অমূল্য সম্পদ হৈ ৰব। অৱশ্যে গ্ৰন্থখনিৰ অলঙ্কৰণ নিচেই দুৰ্বল আৰু বেটুপাত অতিকৈ শেঁতাপৰা।

# ভট্টাচাৰ্যৰ চুটি গল্প : এটি আভাস

অধ্যাপক শ্ৰীকৃষ্ণমোহন গোস্বামী

প্ৰথমে কবিতা আৰু চুটি গল্প লিখি সাহিত্য-জগতত প্ৰৱেশ কৰা ডঃ বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্যই বৰ্তমানে শ্ৰেষ্ঠ ঔপন্যাসিক হিচাপে সুখ্যাতি লাভ কৰিছে। অৱশ্যে তেওঁ উপন্যাস লিখাৰ ফাঁকে ফাঁকে বাছকবনীয়া চুটি গল্পও লিখি আছে। উপন্যাসৰ তুলনাত তেওঁৰ চুটি গল্পৰ ছপা পুথি কম। কেৱল 'কলং আজিও বয়' আৰু সাতসৰী (১৯৬৩) এই দুখন চুটি গল্প পুথিত কেইটামান শ্ৰেষ্ঠ গল্প সংকলিত হৈ আছে। তেওঁৰ শতাৰ্দ্ধৰো অধিক চুটি গল্প আলোচনীৰ পাতত অসংগৃহীত অৱস্থাত বৈ আছে।

যোৰহাট চৰকাৰী হাইস্কুলত (১৯৩৭) পঢ়ি থকা সময়ৰ পৰা ১৯৪১ চনত কটন কলেজত পঢ়িবলৈ অহা সময়খিনিৰ ভিতৰত লিখা চুটি গল্প কেইটা তেওঁৰ আদি স্তৰৰ চুটি গল্প। হাইস্কুলৰ 'জেউতি' আলোচনীত মাহীমাকৰ মৰমৰ ভেটিত লিখা গল্পটোকে ধৰি কটন কলেজৰ সুকুমাৰ কলা প্ৰতিযোগিতাত প্ৰথম পুৰস্কাৰ পোৱা 'মৰহি পৰা জীৱন' চুটি গল্পটোৰ যোগেদি তেওঁৰ গল্পৰ গুটি গজি ডাল-পাত ধৰিবলৈ আৰম্ভ কৰে। 'মৰহি পৰা জীৱন' গল্পত সেই সময়ত দুৰাৰোগ্য যক্ষ্মাৰোগী এজনৰ কাহিনী নিহিত আছে। মানৱৰ প্ৰতি সহানুভূতি তেওঁৰ গল্পত পৰিস্ফুট হৈ উঠা দেখা যায়। কলেজত পঢ়ি থাকোঁতে 'নায়ক', 'আৱাহন', 'জয়ন্তী' আদি আলোচনীত তেওঁ চুটি গল্প লিখিবলৈ লৈছিল। সেই সময়ত 'আৱাহন'ত ওলোৱা 'জীয়াই থকাৰ ছবি' চুটি গল্পত চাহবাগিচাৰ বনুৱা-জীৱনৰ ছবি চিত্ৰিত কৰিছিল। চফ্‌ৰাই চাহ বাগানত জন্ম গ্ৰহণ কৰি (১৯২৪) প্ৰাথমিক শিক্ষা চাহ বাগিচাতে আৰম্ভ কৰা বাবে তেওঁৰ জীৱনত ইয়াৰ ছাপ সুন্দৰকৈ পৰিছিল। সেইবাবে তেওঁৰ গল্প আৰু উপন্যাসত চাহ বাগিচাৰ জ্বলেমান চিত্ৰ অংকিত হোৱা দেখিবলৈ পাওঁ। তেওঁৰ প্ৰথম উপন্যাস 'ৰাজপথে ৰিঙিয়াই'ত (১৯৫৫) আংশিকভাৱে আৰু একেবাৰে শেহতীয়া উপন্যাস 'কাৱৰ

হয়ুনিৱা' (১৯৮২) উপন্যাসখনত সম্পূৰ্ণভাবে চাহ বাগানৰ কথা চিত্ৰিত হৈছে। 'আৱাহন'ত ওলোৱা 'ক'লা জৱবৰ হাঁ' গল্পটো গাঁৱলীয়া জীৱনৰ ওপৰত ভেটি কৰি লিখা। সেই একে সময়তে তেওঁ শ্ৰীযোগেন্দ্ৰ নাথ হাজৰিকা সম্পাদিত 'নায়ক' আলোচনীত 'দুটি ভৰাৰ পোহৰ' নামৰ এটা প্ৰেমৰ গল্প লিখিছিল। ডঃ বিৰিঞ্চি কুমাৰ বৰুৱা সম্পাদিত 'ৰংঘৰ'ত লিখা 'পখিলাই পাখি মেলাই' আন এটা প্ৰেমৰ গল্প। তেওঁৰ গল্পত সস্তীয়া যৌন আবেদন বা চঞ্চল বৰ্ণনাৰ বাহুল্য লক্ষ্য কৰা নেযায়। চক্ৰেশ্বৰ ভট্টাচাৰ্য সম্পাদিত 'জয়ন্তী'ত 'শিও এখন জগতৰে কথা' আৰু 'পঁজাৰ জীৱন' নামৰ আন দুটা চুটি গল্প ওলাইছিল। 'শিও এখন জগতৰে কথা' চুটি গল্পত গুৱাহাটীৰ এল, এম, হোষ্টেলৰ ওচৰত কটি এটুকুৰা লৈ কটা-আঁজোৱা কৰা দৃশ্য আৰু 'পঁজাৰ জীৱন'ত মহদেশৰ প্ৰপীড়িত পৰিয়াল এটাই দীঘলী পুখুৰীৰ পাৰত সৰু পঁজা কৰি থকা ছবি অংকিত হৈছে।

ডঃ মহেশ্বৰ নেওগ সম্পাদিত 'ৰামধেনু'ত ওলোৱা সৰু উপন্যাস সদৃশ 'কলং আজিও বয়' চুটি গল্পটোৱে সেই সময়ত বেছ জাগৰণ আনিছিল। এই গল্পৰ মাজেদি ভিন্ ভিন্ সময়ৰ ভিন্ ভিন্ ঘটনাবোৰ ঠগীৰাম আৰু সোণপাহিৰ অৱলম্বনত ফুটাই তোলা হৈছে। ঠগীৰামে স্বাধীনতাৰ আন্দোলনৰ যোগেদি সত্যাগ্ৰহ কৰি যি পাব বিচাৰিছিল তাকে নেপাই নতুনকৈ সংগ্ৰাম কৰিবলৈ সাজু হৈছে। ডঃ ভট্টাচাৰ্যৰ জীৱন দৰ্শনতো ন দৃষ্টি আৰু ন সৃষ্টিৰে সদায় মুক্ত-ভাৱে সংগ্ৰাম কৰি অহা দেখা যায়। তেওঁৰ সৰহ সংখ্যক গল্পত সংস্কাৰ-কামী মনোভাব পৰিলক্ষিত হয়। 'এজনী জাপানী ছোৱালী' গল্পত বিদেহে সংস্কাৰকামী মনোভাৱ প্ৰতিধ্বনিত হৈছে সেইদৰে অষ্টম দশকত লিখা 'মৃত্যু' (১৯৭৫) গল্পটো এই সংস্কাৰ মানৱতা বোধৰ দ্বাৰা অংকিত হৈছে। 'মৃত্যু' গল্পত হাজৰিকাৰ মুখেদি কোৱাইছে, "সেই মন্ত্ৰবোৰত একো নাই। অকল মন্ত্ৰতে নহয় পিণ্ডদান, শ্ৰাদ্ধ, এইবোৰ অন্ধবিশ্বাস।" এইদৰে পুৰণি আৰু নতুনৰ মাজত সংঘাত তেওঁৰ গল্পৰ আন এটি বৈশিষ্ট্য। 'মৃত্যু' গল্পতে আমি চহৰৰ মোহ এৰিব নোৱাৰা কথাৰ ইঙ্গিত আছে। সাধাৰণ কাম কৰা কাঞ্চনাৰ ক্ষেত্ৰত কৈছে, "আমি যেনেকৈ চহৰ এৰিব নোখোজো, কাঞ্চনায়ো নোখোজে, খাবলৈ নাপাই মৰিলেও কাঞ্চনা নাযায়। নগৰৰ মোহ বৰ ডাঙৰ।" এই মোহ যেন তিৰোতাৰ মোহতকৈও ডাঙৰ।

ডঃ ভট্টাচাৰ্যৰ নগা-জীৱনৰ লগত নিবিড় সম্বন্ধ আছিল বাবে তেওঁৰ কোনো কোনো গল্প আৰু উপন্যাসত ( ইয়াৰুইঙ্গম ) নগাজীৱনৰ সুন্দৰ ছবি অংকিত

কথা দেখা যায়। 'কলং আজিও বয়' গল্প-সংকলনত 'ছিৰলা আৰু চিন্দুইন', 'সাতসৰী'ত অন্তর্ভুক্ত 'আজি নিয়া পৰহিলৈ গাঁও পঞ্চায়ত' আৰু 'চাৰ্বন অন দা মাউণ্ট' (১৯৭৭) মগা পটভূমিত লিখা গল্প।

'ছিৰলা আৰু চিন্দুইন' গল্পত নাগিনী গাভৰু ছিৰলাৰ প্ৰতি গল্পৰ নায়কৰ প্ৰীতি চিন্দুইন পাহাৰৰ সুন্দৰ দৃশ্যাৱলীৰ প্ৰতি ভাল পোৱাৰ নিচিনা। গল্পটো সম্পূৰ্ণ ৰোমাণ্টিক। শ্ৰীত্ৰৈলোক্য নাথ গোস্বামীৰ মতে এই গল্পটোৰ দৰে ডঃ ভট্টাচাৰ্যৰ 'শপিতা মাধী' আৰু 'মনু আৰু বাৎস্যায়ন' গল্পত ফ্ৰয়ডীয় চিন্তা-ধাৰাৰ প্ৰভাৱ স্পষ্ট। ডঃ ভট্টাচাৰ্যৰ আগতে আৱাহন যুগত লক্ষ্মীধৰ শৰ্মা আৰু বনা দাশৰ গল্পৰ ওপৰত ফ্ৰয়ডীয় প্ৰভাৱ পৰিছিল যদিও সেই প্ৰভাৱ আছিল এটা নতুন গ্ৰিক্ দৰ্শনকাৰী প্ৰভাৱ। এই ক্ষেত্ৰত শ্ৰীত্ৰৈলোক্য নাথ গোস্বামীয়ে 'বিংশ শতাব্দীৰ অসমীয়া সাহিত্য' সংকলনত থকা তেওঁৰ 'চুটি গল্প' নামৰ প্ৰবন্ধত এনেদৰে উল্লেখ কৰিছে, "ফ্ৰয়ডীয় মনোবৈজ্ঞানিক তত্ত্বৰ আদৰ্শ চকুত ৰাখি বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্যই কেইটামান গল্প লিখিছে, 'ছিৰলা আৰু চিন্দুইন' গল্পৰ ওপৰত এই প্ৰভাৱ স্পষ্ট। ফ্ৰয়ডীয় সিদ্ধান্তৰ এনে স্পষ্ট আৰু পোৰ্ণপটীয়া প্ৰভাৱ ইয়াৰ আগতে ৰচিত গল্পবোৰত পোৱা নাযায়।" (পৃ ৭০) শ্ৰীগোস্বামীয়ে তেওঁৰ 'আধুনিক গল্প সাহিত্য' পুথিতো এই বিষয়ে লিখিছে, "জৈৱিক সমস্যা চিত্ৰণত তেওঁ মাজে মাজে ফ্ৰয়ডীয় চিন্তাধাৰাৰে প্ৰভাৱান্বিত হ'লেও সেই চিন্তাধাৰাকে সম্পূৰ্ণ সত্য বুলি গ্ৰহণ কৰা যেন নালাগে। যৌন আকৰ্ষণৰ গুৰুত্ব তেওঁ উপলব্ধি কৰিছে; কিন্তু এই আকৰ্ষণৰ ওপৰলৈ উঠা যোগ্যতাও তেওঁৰ কোনো কোনো গল্প চৰিত্ৰত নথকা নহয়। দুটা এটা চৰিত্ৰৰ ক্ষেত্ৰত অৱশ্যে ফ্ৰয়ডীয় সত্য আৰু জীৱনৰ আদৰ্শ দ্বন্দ্বৰ মাজতে পৰি আছে। ক'তো ক'তো আকৌ নৈতিক বা আধ্যাত্মিক বলৰ প্ৰকাশো চকুত পৰে।" (আধুনিক গল্প সাহিত্য, পৃঃ ২১০)

বাক্যৰ অযথা আড়ম্বৰ, অনাৱশ্যকীয় ভূমিকা সঙ্গতিবিহীন বাক্যৰীতি তেওঁৰ গল্পত দেখা নাযায়। চুটি চুটি বাক্যৰ মাজেদি কেতিয়াবা গধুৰ ভাৱ প্ৰকাশ কৰা দেখা যায়। তেওঁৰ প্ৰতীক ধৰ্মী 'মাছ' (১৯৭৮) গল্পটোৰপৰা ইয়াৰ নমুনা দেখুওৱা হল, "এটা জলমত পোৰক হৈ জন্ম লোৱা মানুহবোৰ সেই জলমত শান্তি নাথাই সাৰি গ'লে যুৱি জলমত মাছ হৈ জনম পায়। তাতৰ পোৰকবোৰ যৌ মাছ হয়। বাইজক ঠগি গোটোৱা লোণৰ জডাবোৰ পাৰ বাকলি হয়। লুতীয়া বুধখন থাকিয়েই যায়, সেইদৰেবে লক লক মাছ

পুঠি খায়।……মনুষ্যই ভোজন কৰিলে সিহঁতে মুক্তি পায়। আজিকালিৰ ভাবাত তহঁতে এই বৌ মাছবোৰক বুলিব পাৰ বিৰ্লা বা টাটা।"

'মাছ' গল্পটোৰ মাজেৰে দেশভক্ত তৰুণবায় ফুকনৰ চৰিত্ৰ ফুটি উঠিছে। ফুকন কেনে আছিল গল্পকাৰে দেখুৱাইছে, "যি কাম কৰিলে সকলোৱে অন্তৰ জয় কৰিব পাৰি, সেই কামকে তেওঁ কৰিছিল। সকলো কামৰ বজা হ'ল বাইজৰ সেৱা। বাইজৰ সেৱাৰ বজা হ'ল বগা বঙালাহঁতৰ শাসনৰ বিৰুদ্ধে কৰা অসহযোগ আন্দোলন। এইবোৰ কামতে ফুকনে জীৱন নিপাত কৰিলে।" ফুকনৰ মৃত্যুৰ লগে লগে ফুকনক খুৱাবলৈ যশোদাকাই ধৰিবলৈ যোৱা প্ৰকাণ্ড বৌমাছটো মৰা আৰু সাম্ৰাজ্যবাদী অসুৰক বধ কৰিবলৈ দেৱতাই পঠাই দিয়া ফুকনেও চকু মুদা কথা ৰূপকাত্মক। সেই অস্পৃশ্য মাছটো হিন্দু, মুছলমান-খৃষ্টান কোনেও নুচুলে। অৱশেষত মাছটো নৈত পেলাই দিহে পাপৰ মহাভাৰৰ পৰা মুক্তি পোৱা গ'ল। এনেধৰণৰ প্ৰতীক ধৰ্মী গল্প তেওঁৰ কেবাটাও আছে।

ডঃ ভট্টাচাৰ্যৰ একেবাৰে অৰ্বাচীন 'ৰেষ্টহাউচ' (১৯৮২) গল্পত কলিকতাৰ ওচৰত থকা ৰেষ্টহাউচ এটাৰ স্মৃতিৰ কথা মনত ভাহি উঠিছে। ইয়াৰ মাজতো তেওঁৰ সমাজবাদী মনোভাবৰ আভাস পোৱা যায়। যুগে যুগে একশ্ৰেণী লোকে লিখক আৰু শিল্পীসকলক কি দৃষ্টিত চাই আহিছে তাৰ চিত্ৰ এই গল্পত অমৃতে অনুভৱ কৰি কৈছে—"চিৰকাল লেখক আৰু শিল্পীসকলে বোধহয় এইদৰে পৰনিৰ্ভৰশীল হৈয়েই চলি আহিছে। মধ্য যুগত বজাসকলে তেওঁ-লোকৰ আহাৰৰ বিল দিছিল। গণতন্ত্ৰৰ যুগত মন্ত্ৰী আৰু আমোলাসকলে দিয়ে।" ৰেষ্টহাউচৰ চকীদাৰ আব্দুলৰ মুখেদি শুনা কাহিনীৰ মাজেদি তেওঁ অনুভৱ কৰিছে, "এই সংসাৰত কোনোবাই কাম কৰে আৰু কাৰোবাৰ নাম হয়।"

শিল্পীয়ে বিচাৰে কেৱল শিল্পৰ মূল্য। অসমত এতিয়াও শিল্পগোষ্ঠী বা ধাৰাৰ সৃষ্টি নোহোৱা, দুৰ্দশাগ্ৰস্ত শিল্পীৰ জীৱন-চিত্ৰ 'প্ৰজাপতিৰ পাখি' (১৯৭৮), চুটি গল্পত আছে। শিল্পী মহিমে সেইবাবে অনিৰুদ্ধক কৈছিল, "অসমত শিল্পীয়ে বুকলি আকাশৰ বং মাখাই আৰু কি খাই জীয়াই থাকিব? যেখা নাই চকুৰে খাই আছে।" পুৰস্কাৰ পোৱাৰ পাছত শিল্পী-সাহিত্যিকৰ যি স্বীকৃতি সি আচল স্বীকৃতি নহয়; কিন্তু আমি তাকেই বিচাৰোঁ। সেয়ে গল্প লিখকে এঠাইত কৈছে, "শিল্প সাহিত্য প্ৰকৃত পক্ষে খবৰ নহয়। যেতিয়ালৈকে সেই শিল্প বা সাহিত্য কৰ্মই বটা বা চৰকাৰী স্বীকৃতি নাপায়।"

মানুহৰ সত্য অন্বেষণ আৰু তাৰ স্থাপনৰ প্ৰবৃত্তি নোহোৱা হোৱা আৰু থাকিলেও সি সুপ্ত হৈ থকা কথা "সঁজা আৰু চৰাই" (১৯৭৬) গল্পত প্ৰতিফলিত হৈছে। ডঃ ভট্টাচাৰ্যৰ গল্পত কি ঘটিছে, আৰু কি কৰিব লাগে তাৰো সিদ্ধান্ত আগবঢ়োৱা দেখা যায়। 'সঁজা আৰু চৰাই' গল্পত জেইল-জীৱন ভোগ কৰা অবিনাশে জীয়েক স্মৃতিক কৈছে, "মানুহে বিহকে পাওক, বিহকে লওক—নিজে কৰি পাব, নিজে ল'ব লাগিব। ভাত, দাতা আৰু পাত্ৰ সমান। কোনো কাৰো তল নহয়। সুপ্ত সাধাৰণ মানুহবোৰক জগাব লাগিব।"

ডঃ ভট্টাচাৰ্যই অযথা সংলাপ আৰু অনাৱশ্যকীয় বৰ্ণনাৰ পাতনি মেলি গল্পৰ আকাৰ বৃদ্ধি কৰা দেখা নাযায়। তেওঁ সময়ে পৰিস্থিতিৰ বৰ্ণনা আৰু চৰিত্ৰ আগবঢ়াই নিয়া দেখা যায়। কাল্পনিক চৰিত্ৰ সৃষ্টি কৰি কল্পনাৰ মকৰা জাল সজাতকৈ বাস্তৱধৰ্মী চৰিত্ৰ সৃষ্টি কৰি তেওঁ ভাল পায়। ক'লাক ক'লা আৰু বগাক বগা বোলা তেওঁৰ গল্পৰ অন্যতম বৈশিষ্ট্য। এই বিষয়ে শ্ৰীত্ৰৈলোক্য গোস্বামীৰ আধুনিক গল্প সাহিত্যৰপৰা ও উদ্ধৃতি দিয়া হ'ল, "চকুৰে দেখা আৰু হাতেৰে স্পৰ্শ কৰিব পৰা সকলো জাগতিক সৌন্দৰ্যৰ প্ৰতি তেওঁৰ মোহ আছে। বিজ্ঞানৰ দানৰ ওপৰলৈ উঠি শিল্পীৰ মৌলিক দৃষ্টিভঙ্গী প্ৰকাশৰ প্ৰতিও তেওঁৰ আগ্ৰহ নোহোৱা নহয়, কিন্তু ৰূপৰসেৰে পূৰ্ণ বাস্তৱতাৰ আকৰ্ষণে তেওঁক বাস্তৱতাৰ গতানুগতিকভাৱ মাজলৈ সময়ে সময়ে টানি আনে।" (পৃঃ ২১৫)

ডঃ ভট্টাচাৰ্যৰ গল্পৰ সমালোচনা একেলগে কৰিব পৰাকৈ এতিয়াও তেওঁৰ গল্পবোৰ সংকলিত হৈ উঠা নাই। বিভিন্ন আলোচনীৰ পাতত সিঁচৰিত হৈ থকা গল্পবোৰ থুপাই প্ৰকাশ কৰিলে তেওঁৰ গল্পৰ পূৰ্ণাঙ্গ আলোচনা কৰিব পৰা যাব।

# প্ৰবন্ধকাৰ ভট্টাচাৰ্য

ডক্টৰ প্ৰফুল্ল কটকী

লিখক হিচাপে বীৰেন্দ্ৰকুমাৰ ভট্টাচাৰ্যৰ দুটা দিশ আছে: এটা সৃষ্টিশীলতা, আনটো যুক্তিনিষ্ঠা। যি কোনো লিখকৰ ক্ষেত্ৰতে দেখা যায় যে এই দুটা দিশ পৰস্পৰ বিৰোধী নহয়, বৰঞ্চ এটা আনটোৰ পৰিপূৰক বা সহগ, বা এটা আনটোত অন্তৰ্লীন। স্বাভাৱিকভাৱেই সাংবাদিক হিচাপে লিখা বীৰেন্দ্ৰকুমাৰৰ প্ৰবন্ধবোৰত যুক্তিনিষ্ঠাৰ বিকাশ অধিক।

অসমৰ সাংবাদিক জগতত ভট্টাচাৰ্যৰ নাম সুবিদিত। কেইবাখনো অসমীয়া আলোচনীৰ সম্পাদকৰ দায়িত্ব তেওঁ ইতিমধ্যে বহন কৰিছে। এইবোৰৰ ভিতৰত 'ৰামধেনু' (সহকাৰী সম্পাদক হিচাপে), 'ৰামধেনু' আৰু 'সাদিনীয়া নৱযুগ' প্ৰধান। সাহিত্যিক-সাংবাদিক হিচাপে তেওঁ বহুতো প্ৰবন্ধ ৰচনা কৰিছে। বিভিন্ন আলোচনী আৰু বাতৰি কাকতত সিঁচৰতি হৈ থকা সেই প্ৰবন্ধবোৰে লিখক গৰাকীৰ চিন্তা আৰু বৌদ্ধিক দৃষ্টিভংগীৰ স্বাক্ষৰ বহন কৰিছে।

ৰাজনৈতিক, সামাজিক, অৰ্থনৈতিক, সাহিত্য-সম্পৰ্কীয়, সমাজনৈতিক আদি বিভিন্ন বিষয়ৰ প্ৰবন্ধ ভট্টাচাৰ্যই লিখিছে। তদুপৰি অনেক সাময়িক প্ৰসংগও তেওঁ বিষয়বস্তু হিচাপে লৈছে। সাংবাদিকতাৰ তাগিদাত লিখা হ'লেও, বিষয়বস্তুৰ ব্যাপকতাই তেওঁৰ বৌদ্ধিক কৌতূহল আৰু সদাচেতন মনটোৰ পৰিচয় দিয়ে। সমাজ আৰু ব্যক্তি জীৱনৰ সমস্যা সম্পৰ্কে এক যুক্তিনিষ্ঠ, বৈজ্ঞানিক দৃষ্টিভংগী গ্ৰহণ কৰাৰ আৱশ্যকতাৰ ওপৰত এই গৰাকী লিখকে সদায় গুৰুত্ব আৰোপ কৰে। যুক্তিবাদী আৰু বৈজ্ঞানিক চিন্তাহে যে উন্নত জীৱনৰ ভুনিয়াদ সেই কথা তেওঁৰ বিভিন্ন প্ৰবন্ধত স্পষ্ট হৈছে। জীৰ্ণ সংস্কাৰ গোড়ামি আৰু অন্ধবিশ্বাসৰ বিৰুদ্ধে বীৰেন্দ্ৰকুমাৰ ভট্টাচাৰ্যই সততে জেহাদ ঘোষণা কৰি আহিছে। তেওঁ সদায়েই এটা মুকলি মনৰ পৰিপোষক। বিশ্লেষণাত্মকতা বীৰেন্দ্ৰকুমাৰৰ বৌদ্ধিক প্ৰকৃতিৰ অন্যতম বিশিষ্ট উপাদান।

সমস্যা একোটাৰ দ লৈ সোমাই তাৰ মূলোদ্ঘাটন কৰিলেহে যে তাৰ প্ৰকৃত পৰিচয় পাব পাৰি আৰু তেহে তাৰ সমাধানো সম্ভৱ হয়, সেই কথা তেওঁ সদায় সোঁৱাৰি আহিছে। কোনো সমস্যাৰে জোৰাতাপলিমৰা সমাধানত তেওঁৰ বিশ্বাস নাই। সমস্যাৰ সেৰ যে চাপৰিলে নেৰায় সেই কথা তেওঁ অনেক ঠাইত ব্যক্ত কৰিছে। কিন্তু যুক্তিৰ কষটি শিলত কটা তেওঁৰ মনটো মানৱ দৰদীও। যি কোনো সমস্যা বা পৰিস্থিতিৰে মানবীয় দিশটোৰ প্ৰতি তেওঁ সদাসতৰ্ক। 'সবাৰ ওপৰে মানুষ সত্য'—কথাষাৰত তেওঁ বিশ্বাসী। তেওঁ আৰু বিশ্বাস কৰে যে মানবীয় দৃষ্টিভংগী, পাৰস্পৰিক সদিচ্ছা আৰু মুকলি আলোচনাৰ জৰিয়তে যিমানেই কি জটিল নহওক কিয়, সমস্যা একোটাৰ সমাধান সম্ভৱপৰ। ইয়াৰ পৰাই প্ৰমাণ হয় যে বীৰেন্দ্ৰকুমাৰৰ দৃষ্টিভংগী মূলতঃ আদৰ্শবাদী আৰু আশাবাদী। ৰাজনৈতিক মতবাদ হিচাপে তেওঁ সমাজবাদত বিশ্বাসী, কিন্তু সমাজবাদৰ 'শ্লোগান'কে শেষকথা বুলি তেওঁ কেতিয়াও গণ্য কৰা নাই। ব্যক্তি আৰু সমাজৰ অধিকাৰ আৰু দায়িত্বৰ মাজত এক শুভানুগ সমন্বয় সাধান কৰাটো তেওঁৰ কাম্য। তেওঁৰ অনেক গল্প আৰু উপন্যাসৰ কাহিনীৰ মাজেদি এই কথা স্পষ্ট হৈছে। উদাহৰণস্বৰূপে তেওঁৰ আগবয়সৰ ৰচনা আৰু তেওঁৰ সাৰ্থক উপন্যাসকেইখনৰ অন্যতম 'আই'ৰ কাহিনীলৈ আঙুলিয়াব পাৰি।

বীৰেন্দ্ৰকুমাৰ ভট্টাচাৰ্যৰ মনটো প্ৰগতিচঞ্চল। ব্যক্তি-জীৱনতে হওক বা সমাজ-জীৱনতে হওক, যি স্থবিৰ বা প্ৰাণহীন তাৰ বিৰুদ্ধে তেওঁ সদায় প্ৰতিবাদ কৰি আহিছে। তেওঁৰ বিশ্বাস যে গতিয়েই জীৱন। স্থবিৰতাৰ আন নাম মৃত্যু। বিজ্ঞান আৰু প্ৰযুক্তিবিদ্যাৰ চমৎকাৰ উদ্ভাৱনৰ এই যুগটোত প্ৰাচীন বদ্ধমূল সংস্কাৰ আৰু একদেশী চিন্তাক আঁকোৱালি লৈ থকাটো যে চৰম মূঢ়তাৰ পৰিচায়ক সেই কথা এই গৰাকী লিখকে বাৰম্বাৰ সঁকিয়াই দিছে। বৈজ্ঞানিক চিন্তা আৰু উদাৰ মানৱদৰদী দৃষ্টিভংগীহে প্ৰকৃত জীৱনবীক্ষাৰ ভিত্তি বুলি তেওঁ দৃঢ়ভাৱে বিশ্বাস কৰে। জ্ঞানপৰিধিৰ প্ৰাচীন ঐতিহ্য আৰু আধুনিক বৈজ্ঞানিক বিকাশৰ মাজত মধ্যাসত্তৰ সমন্বয়ৰ যোগেদি এই সুস্থ জীৱনবীক্ষা সম্ভৱপৰ বুলি তেওঁ মত পোষণ কৰে। উগ্ৰপন্থী চিন্তা বা 'ৰেডিকেল' দৃষ্টিভংগী ভট্টাচাৰ্যৰ বৈশিষ্ট্য নহয়।

ভট্টাচাৰ্যৰ প্ৰবন্ধবোৰ মন দি পঢ়া পাঠক মাত্ৰেই লিখক গৰাকীৰ যৌক্তিক প্ৰকৃতি সম্পৰ্কে ওপৰত দিয়া অভিমতৰ যথাৰ্থতা স্বীকাৰ কৰিব। কিন্তু এটা

কথা এই খিনিতে উল্লেখ কৰা একান্তই প্ৰয়োজন : লিখক গৰাকীৰ এই বৈশিষ্ট্য-সমূহৰ উত্তম প্ৰকাশ তেওঁৰ সৃষ্টিধৰ্মী ৰচনাসমূহতহে সম্ভৱ হৈছে।

মননশীলতা ভট্টাচাৰ্যৰ ৰচনাৰ অন্যতম প্ৰধান বৈশিষ্ট্য। তেওঁৰ উপন্যাসবোৰত এই বৈশিষ্ট্য সঘনাই প্ৰকাশ পাইছে। প্ৰবন্ধবোৰতো পাইছে। “সাদিনীয়া নৱযুগ'ৰ 'মুকলি চিন্তা' শিতানৰ 'নতুন দিগন্ত' (২ ফেব্ৰুৱাৰী ১৯৬৬ বা চীনৰ সাংস্কৃতিক বিপ্লৱ' (ঐ ৫, অক্টোবৰ, ১৯৬৬) নামৰ প্ৰবন্ধ দুটা উদাহৰণস্বৰূপে উল্লেখ কৰিব পাৰি। লিখকৰ আন এটা উল্লেখযোগ্য প্ৰবন্ধ হ'ল 'অক্ষম অনুকৰণ আৰু মৌলিক সৃষ্টি' (ঐ, ৯ ফেব্ৰুৱাৰী ১৯৬৬)। ইয়াৰ পৰা কেইশাৰীমান তলত দিয়া হ'ল :

> “…ভাৰতীয় জনতাৰ সৰল আৰু অসংস্কৃত জীৱনৰ মাজত মহৎ সাহিত্যৰ উপাদান আছে। আমি যদি প্ৰকৃত সততা, ন্যায়নিষ্ঠা, লিপ্ততা আৰু সৎসাহসেৰে নিজে নতুন কৰ্ম সৃষ্টি কৰিবলৈ ধৰোঁ, তেন্তে আমি আমাৰ জনসাধাৰণৰ কাষ চাপিবলৈ সমৰ্থ হ'ম। আমাৰ বুৰঞ্জী আৰু আমাৰ মানসিক জীৱন বিশ্বৰপৰা বিচ্ছিন্ন হ'ব নোৱাৰে; কিন্তু এই কথা ঠিক যে আজিও ভাৰতবৰ্ষই; আপোন সত্তাৰ মাজেদিহে বিশ্বসত্তাক উপলব্ধি কৰিব পাৰিব।…মৌলিকতা নষ্ট কৰি…কেতিয়াও মহৎ সৌন্দৰ্য সৃষ্টি কৰিব নোৱাৰি।”

বীৰেন্দ্ৰকুমাৰৰ সমাজচেতনাৰ প্ৰকাশ দুই ৰকমে হয় : সমাজৰ স্বাস্থ্য আৰু প্ৰগতিৰ অনুকূল চিন্তা আৰু ভাবাদৰ্শৰ তেওঁ কৰ্ষণ কৰে, আৰু সমাজৰ কিছুমান অভাৱৰ প্ৰতি ৰাইজৰ দৃষ্টি তেওঁ আকৰ্ষণ কৰে। গুৱাহাটী মহানগৰীৰ অনেক অভাৱ-অভিযোগলৈ তেওঁ ৰাইজৰ দৃষ্টি আকৰ্ষণ কৰিছে। 'গুৱাহাটীৰ উন্নয়ন' (ঐ ৮ ডিচেম্বৰ ১৯৬৫), 'গুৱাহাটীত স্থায়ী মঞ্চ' (ঐ ২৯ ডিচেম্বৰ ১৯৬৫) আদি প্ৰবন্ধ এই প্ৰসংগত উল্লেখযোগ্য। প্ৰধানতঃ অসমৰ সমাজখনক কেন্দ্ৰ কৰিয়েই এই গৰাকী লিখকৰ সমাজ চেতনাই বিকাশ লাভ কৰিছে। অসমীয়া জাতীয় জীৱনৰ লগত সংশ্লিষ্ট ঘটনা আৰু পৰিস্থিতি, যেনে—বিয়াল্লিছৰ গণবিপ্লৱ, নগাবিদ্ৰোহ, ডিগবৈৰ বছৰা ধৰ্মঘট, বা বাংলাদেশৰ সৃষ্টি আদি বিষয়সমূহ তেওঁৰ একোখন সাৰ্থক উপন্যাসৰ বিষয়বস্তু হিচাপে লৈছে। পাহাৰ-ভৈয়ামৰ সমস্যা আৰু ভাষা আন্দোলন সম্বন্ধে তেওঁ বহুতো প্ৰবন্ধ লিখিছে। অসমৰ অৰ্থনৈতিক অনগ্ৰসৰতা আৰু বৌদ্ধিক স্থবিৰতা বীৰেন্দ্ৰ-কুমাৰ ভট্টাচাৰ্যৰ চিন্তাৰ কাৰণ। অসমীয়া সমাজ, সংস্কৃতি, সাহিত্য ইত্যাদিৰ

উত্তৰোত্তৰ বিকাশৰ অনুকূল পৰিবেশ কিদৰে সম্ভৱ হ'ব পাৰে সেই বিষয়ে তেওঁৰ চিন্তাৰ যেন শেষ নাই। এই ক্ষেত্ৰত তেওঁৰ দৃষ্টিভংগী-সদায় সমালোচনা-মূলক। 'ধনঞ্জয় চোল' (ঐ ১০ ফেব্ৰুৱাৰী ১৯৬৫) নামৰ প্ৰবন্ধটো এই প্ৰসংগত উল্লেখযোগ্য। প্ৰবন্ধটোত তেওঁ লিখিছে :

"অসমক কেৱল উদ্যোগৰ ধ্বনিয়েহে কোবাইছে ; আচলতে আমাৰ সম্পদৰ অনুপাতে উদ্যোগৰ বিকাশ একো হোৱা নাই।......অসমীয়া মানুহক ধোদৰ পচলা বুলি নিন্দা কৰিবলৈ আমাৰ উদ্যোগমন্ত্ৰী চিৰতৎপৰ, কিন্তু ধোদৰ পচলাক তেজী ঘোঁৰা কৰিব নোৱাৰা মন্ত্ৰী যে তাতোকৈও অধইচ সেইকথা সোঁৱৰাই দিবৰ আৱশ্যক নকৰে।......অসমীয়া মানুহক চৰকাৰ আৰু পুঁজিপতিসকলে মিলি নাদৰ ভেকুলী আৰু ধোদৰ পচলা কৰিব খুজিছে। ইয়াৰ উত্তৰ অসমীয়া মানুহে দিব লাগে। যি দেখা যায় বৰ্তমান চৰকাৰে অসমখনক কিছুমান পাৰত গজা পুঁজিপতিৰ ধনৰ গছ কৰিব খুজিছে। লাগতিয়াল উদ্যোগ—যিবোৰ হ'লে আমি স্বাৱলম্বনৰ পথত খোজ ল'ব পাৰোঁ। সেইবোৰ কৰা হোৱা নাই ; আনহাতে যিবোৰ প্ৰধান উদ্যোগ আছে সেইবোৰ বগা বঙাল আৰু বেণীয় পুঁজিপতিৰ হাতত।"

'মাউথৰ থং' নামৰ প্ৰবন্ধত (ঐ চেপ্তেম্বৰ ১৯৬৫) লিখকে মন্তব্য কৰিছে :

"এই কথা অস্বীকাৰ কৰিব নোৱাৰি যে (অসমৰ) বাইজ নানা কাৰণে অসন্তুষ্ট আৰু তেওঁলোকৰ থং উঠি আছে। যি কোনো মুহূৰ্ততে এই খঙৰ উদগীৰণ হ'ব পাৰে। মাউথৰ দ্ৰোহবোৰৰ দেখনিয়াৰ কাৰণ একো নাথাকিলেও গভীৰ কাৰণ নিশ্চয় থাকে। পুঞ্জীভূত অন্যায় আৰু অবিচাৰৰ কোৰ্ভবিলাক সুযোগ পালেই অগ্নিশিখাৰ দৰে জ্বলি উঠে। আমাৰ ইয়াতো সেইদৰে জ্বলি উঠিব পাৰে।"

'ৰাইজৰ প্ৰতিনিধি নহয়' (ঐ ৩ মাৰ্চ ১৯৬৫) প্ৰবন্ধত তেওঁ লিখিছে :

'ভাৰতবৰ্ষৰ অৰ্থনীতিত অসমীয়া মানুহৰ স্থান থৰিতাৰীতকৈ উন্নত নহয়। অসমীয়া ল'ৰাক পৰিকল্পিত উদ্যোগৰ কামৰ বাবে শিক্ষিত কৰিবলৈ কোনো ভাৰসনি আৰু সুবিধা দিয়া নহয়। ফলত সুৰুকত উদ্যোগ এটা হ'লে বাহিৰৰ পৰা মানুহ আনি ভৰাই দিয়া হয় আৰু কোৱা হয় যে অসমীয়া ধনুৱা অনুপযুক্ত আৰু অসমীয়া ল'ৰা শিক্ষাজৰপৰা পলায়। অসমীয়া নাগৰিকক তৃতীয় শ্ৰেণীৰ নাগৰিক কৰি ৰখাই হৈছে কংগ্ৰেছ শাসনৰ উদ্দেশ্য।'

'মুকুতা নে শোকোত' (ঐ, ১৪ জুলাই ১৯৬৫) প্ৰবন্ধত কৰা বীৰেন্দ্ৰকুমাৰ ভট্টাচাৰ্যৰ এই মন্তব্য আজি অতি সত্য বুলি স্বীকৃত হৈছে :

'অন্তৰ্ঘাতী ৰাজনীতিয়েই অসমৰ জনতাৰ একতা খণ্ড-বিখণ্ড কৰিছে। যেতিয়ালৈকে এই অন্তৰ্ঘাতী ৰাজনীতি থাকে তেতিয়ালৈকে সাম্প্ৰদায়িক নেতৃত্বও থাকিব। দুয়োটাৰে সমান আয়ুস। এই অন্তৰ্ঘাতী ৰাজনীতিৰ বেহুৰপৰা ওলাব পৰা শক্তি নোগোটালে অসমক এবাৰ ভাষা সংঘৰ্ষ আৰু ঘূৰিবাৰ সাম্প্ৰদায়িক সংঘৰ্ষৰ লীলাভূমি ৰূপেই সদায় দেখিবলৈ পাম্ইক।……আমাৰ ভাব হয় গোটেই নেতৃত্বটোকেই বাধ্যতামূলক পেঞ্চন নিদিলে নহ'ব। লগে লগে অসমৰ হিন্দু-মুছলমান জনতাক একগোট কৰাৰ শক্তি আমি গোটাব লাগিব। এইটোৱেই দেশৰক্ষাৰ একমাত্ৰ পথ।……(নতুন পুৰুষে) হাতত ঢাল ল'ব লাগিব, কিন্তু সেই ঢাল হ'ব লাগিব ন্যায়ৰ ঢাল, শক্তিৰ ঢাল, পোহৰৰ ঢাল, সত্যৰ ঢাল। অন্তৰ্ঘাতী দলাদলি আৰু বৰাবৰিৰ ঢাল নহয়।……আমি আমাৰ মাতৃভূমিক ৰক্ষা কৰিবলৈ হ'লে নিৰ্মল, সহজ, সত্য সিদ্ধান্ত গ্ৰহণ কৰিব লাগিব। অবাঞ্চিত দেশদ্ৰোহীক আমি নিবিচাৰোঁ। তেওঁলোকক (বাইজৰ সহযোগত) বাছি উলিয়াব লাগিব আৰু শাস্তি দিব লাগিব; কিন্তু এই কাম সম্ভৱপৰ হ'ব হিন্দু মুছলমান খ্ৰীষ্টানসকলোৰে সম্মিলিত সাধনাতহে।'

বিদেশী অনুপ্ৰৱেশকাৰীৰ বহিষ্কৰণৰ দাবীত চলি থকা সাম্প্ৰতিক গণ আন্দোলনৰ পটভূমিত বিচাৰ কৰিলে এই উক্তিসমূহে লিখক গৰাকীৰ ৰাজনৈতিক দূৰদৰ্শিতাৰ কথা প্ৰমাণ কৰে। 'আইজাল অৱৰোধ' (ঐ, মাৰ্চ ৯, ১৯৬৬) প্ৰবন্ধত অসমৰ জনজাতীয় লোকসকলক "সংকীৰ্ণ জনজাতীয়তাবাদৰ গৰাহৰ পৰা উদ্ধাৰ কৰিবৰ বাবে" যথোপযুক্ত ব্যৱস্থা অসম চৰকাৰে তদবধি গ্ৰহণ নকৰাৰ পৰিপ্ৰেক্ষিতত যি মন্তব্য লিখকে কৰিছে তাৰো যথাৰ্থতা আজি প্ৰমাণ হৈছে।

'সম্পাদক সন্মিলন' (ঐ, ৩০ ডিচেম্বৰ ১৯৬৪) নামৰ প্ৰবন্ধ এটাত ভট্টাচাৰ্যই লিখিছিল : 'সাহিত্য আৰু সাংবাদিকতা দুটা স্বকীয়া বস্তু, যদিও বা সাহিত্যিক আৰু সাংবাদিক দুয়ো শব্দ-শিল্পী।…কিছুমান সাংবাদিক…শব্দ-বেপাৰী।" তেওঁৰ নিজৰ প্ৰবন্ধবোৰৰ সাহিত্যিক মূল্য বিচাৰ কৰাৰ বেলিকা এই মন্তব্যটো মনত ৰখা ভাল হ'ব, কাৰণ সেয়ে নহলে তেওঁৰ প্ৰবন্ধবোৰক তেওঁৰ সৃষ্টিধৰ্মী ৰচনাসমূহৰ সমপৰ্যায়ৰ বুলি কোনো কোনোৱে ভুল কৰিব পাৰে। এই প্ৰবন্ধবোৰ

প্ৰকৃতাৰ্থত প্ৰবন্ধ নহয়; ইইঁতক প্ৰাসঙ্গিক চিন্তাহে বোলা উচিত। প্ৰবন্ধ হিচাপে বিচাৰ কৰিলে ইইঁতৰ কিছুমান দোষ-ক্ৰুটি চকুত নপৰাকৈ নাথাকে। উদাহৰণ স্বৰূপে, সাংবাদিকতাৰ প্ৰভাৱ প্ৰতিটো প্ৰবন্ধত স্পষ্ট। প্ৰবন্ধমাত্ৰতে থাকিব লগা বিষয় বিশেষৰ একান্ত অনুধাৱন এই ৰচনাসমূহত নাই। একাধিক বিষয়ৰ উল্লেখ প্ৰতিটো প্ৰবন্ধত আছে। এই বিভিন্ন বিষয়সমূহৰ সাময়িক তাৎপৰ্য নোহোৱা নহ'লেও প্ৰধান বিষয়ৰ লগত সিইঁতৰ মৌলিক সম্পৰ্ক সাধাৰণতে দেখা নাযায়। তেওঁৰ উপস্থাপন ৰীতিও স্বাভাৱিকতেই শিথিল, অসংক্ষেপ। বহুতো প্ৰবন্ধত লিখকৰ বক্তব্য স্ববিৰোধী আৰু পুনৰুক্তি দোষযুক্ত। উদাহৰণ স্বৰূপে, '১৯৬৫ চনত লিখকৰ পৰিস্থিতি' (ঐ ১৩ জানুৱাৰী, ১৯৫৬) নামৰ প্ৰবন্ধটোলৈ আঙুলিয়াব পাৰি। বহুতো ক্ষেত্ৰত তেওঁৰ মন্তব্য আবেগিক পক্ষপাতিত্বভাৱে আক্ৰান্ত। এই বিষয়ে এটা উদাহৰণ হ'ল 'তিথি পালনৰ কথা' (ঐ ২০ জানুৱাৰী, ১৯৬৫) নামৰ প্ৰবন্ধটো। জ্যোতিপ্ৰসাদৰ প্ৰতি লিখকৰ দৃষ্টিভংগী নিৰপেক্ষও নহয়, সহানুভূতিশীলো নহয়। তেওঁৰ ব্যক্তিগত ৰুচি-অভিৰুচিয়েই বোধহয় ইয়াৰ বাবে দায়ী। বীৰেন্দ্ৰকুমাৰ ভট্টাচাৰ্যৰ বহুতো প্ৰবন্ধ, বাইকৈ ৰাজনৈতিক প্ৰবন্ধবোৰ, লোহিয়াপন্থী সমাজবাদী ধাৰণাৰে প্ৰভাৱান্বিত। তেওঁৰ বহুত মন্তব্য বা সিদ্ধান্ত যুক্তিৰ কষটি শিলত ঘঁহিলে গলি যাব। কিছুমান প্ৰবন্ধ ক্লান্তিকৰ, দীঘলীয়া বক্তৃতাৰ দৰে লাগে। 'বুদ্ধিজীৱীৰ ভূমিকা' (ঐ, ২৭ জানুৱাৰী, ১৯৬৫) বা 'বৈজ্ঞানিক সামৰ্থ্য' (ঐ, ৯ জুন ১৯৬৫) প্ৰবন্ধ দুটা এই ধৰণৰ। নিজৰ দৃষ্টিভংগীৰ মৌলিকতা সাব্যস্ত কৰিবলৈ সততে তৎপৰ প্ৰচেষ্টা এটাৰ উমান ভট্টাচাৰ্যৰ ৰচনাত পোৱা যায়। পিছে তেওঁৰ প্ৰবন্ধবোৰৰ বেছি সামাজিকভাৱে প্ৰত্যয়জনক নহয়। পাঠকৰ মনত দ সাঁচ বহুৱাই যাব পৰা শক্তি তেওঁৰ সৰহভাগ প্ৰবন্ধতে নাই। এইটি গুণ তেওঁৰ সৃষ্টিশীল ৰচনাতহে আছে। সহজ সুখপাঠ্যতাও তেওঁৰ সৰহভাগ প্ৰবন্ধৰে বৈশিষ্ট্য নহয়। সাংবাদিকতাৰ সাময়িক তাৎপৰ্যয়েই এইবোৰৰ যাই বৈশিষ্ট্য। সাময়িক প্ৰসংগবোৰৰ বেলিকাও যে তেওঁ কিবা আলোড়নকাৰী অভিমত বা ব্যাখ্যা দাঙি ধৰে তেনেও নহয়। কিন্তু ইয়াৰ বিপৰীতে দেখা যায় যে লিখকৰ বিশ্লেষণ দক্ষতাৰ স্পষ্ট প্ৰমাণ তেওঁৰ প্ৰতিটো প্ৰবন্ধত আছে।

বীৰেন্দ্ৰকুমাৰ ভট্টাচাৰ্যৰ সৃষ্টিশীল ৰচনাৰ ভাষাৰ সহজ সাৱলীল গতি—এইবোৰ ৰচনাত স্বাভাৱিকতেই নাই। এই ৰীতি যুক্তি-তৰ্ক আৰু বিশ্লেষণৰ ভাষা। কিন্তু গঠন ৰীতিৰ সুসংবদ্ধতা আৰু ভাব বা চিন্তাৰ সুসমৰিত বিস্তাৰ ইবোৰৰ

বৈশিষ্ট্য নহয়। প্ৰবন্ধ লিখক হিচাপে বীৰেন্দ্ৰকুমাৰ সত্যনাথ, লক্ষ্মীনাথ, বাণীকান্ত বা শ্ৰীতীৰ্থনাথ শৰ্মাৰ 'স্কুল'ৰ নহয়।

এইবোৰ খুঁটিনাটি সত্বেও বীৰেন্দ্ৰকুমাৰ ভট্টাচাৰ্যৰ প্ৰবন্ধবোৰ মূল্যবান ৰচনা। গভীৰ আৰু ব্যাপক যুগচেতনা আৰু তীক্ষ্ণ মননশীলতা ইবোৰৰ সাধাৰণ বৈশিষ্ট্য, আৰু এই হেতুকেই চিন্তাশীল পাঠক সমাজৰ সমাদৰ ইবোৰে সদায় লাভ কৰিব।

# ভট্টাচাৰ্যৰ 'শ্ৰীঅৰবিন্দ'

অধ্যাপিকা শ্ৰীমতী যমুনা শৰ্মা চৌধুৰী

ডক্টৰ বীৰেন্দ্ৰকুমাৰ ভট্টাচাৰ্যৰ 'শ্ৰীঅৰবিন্দ' বংগদেশৰ বিপ্লবী নেতা, দাৰ্শনিক, কবি, সাহিত্যিক, আধ্যাত্মিক সাধক ঋষি অৰবিন্দৰ জীৱনৰ বিভিন্ন দিশ সম্বলিত এখন সাৰ্থক আধুনিক জীৱনী গ্ৰন্থ। স্বাধীনতাৰ পাছত জীৱন-চৰিত আৰু আত্মজীৱনীমূলক গ্ৰন্থ যথেষ্ট পৰিমাণে প্ৰকাশ পাইছে যদিও সম্পূৰ্ণ আধুনিক দৃষ্টিভংগীৰে, বৈজ্ঞানিক ভিত্তিত ৰচনা কৰা জীৱনী-চৰিত আমাৰ সাহিত্যত আঙুলিৰ মূৰত লেখিব পৰা হৈ আছে। কিয়নো উৎকৃষ্ট জীৱনী ৰচনা কৰাটো বৰ সহজ নহয়। ব্যক্তি জীৱনীৰ সকলো কথাকে ইয়াত ব্যক্ত কৰা হয় যদিও মানুহ এজনৰ জীৱনৰ সকলোবোৰ কথাই জীৱনীত স্থান পাব নোৱাৰে। লিটন ষ্ট্ৰেচীৰ মতে—"A mass of notes and documents in no more a biograply than a mountain of eggs and Omelette". ব্যক্তি একোজনৰ জীৱনৰ সম্ভাৱনীয় সকলো কথা সংগ্ৰহ কৰি তেওঁৰ পাৰিপাৰ্শ্বিকতা আৰু সেই সময়ৰ সেই যুগৰ চিন্তাধাৰাৰ ওপৰতো লেখকে সজাগ দৃষ্টি ৰাখিব লগীয়া হয়। এইবোৰৰ সামল-মিলেই জীৱনী গ্ৰন্থ এখনক উৎকৃষ্ট জীৱনীত পৰিণত কৰে। ইয়াৰ ফলত এখন জীৱনী পঢ়াৰ পিছত আমি ব্যক্তিজনৰ উপৰিও সেই সময়ৰ দেশৰ ৰাজনৈতিক, সামাজিক আদি অৱস্থাৰ কথা ব্যক্তি গৰাকীৰ জীৱনৰ ওপৰত তাৰ প্ৰভাৱ আদি সকলো কথা সূক্ষ্মাতিসূক্ষ্মভাৱে জানিবলৈ পাওঁ। এই ফালৰপৰা বিচাৰ কৰি চালে ভট্টাচাৰ্যদেৱৰ 'শ্ৰীঅৰবিন্দ' এক সাৰ্থক সৃষ্টি।

মহান আধ্যাত্মিক সাধক ঋষি অৰবিন্দৰ জীৱনৰ কথা বৰ বেছি জানিব পৰা হোৱা নাই। ইয়াৰ যেন এটা নিৰ্দিষ্ট কাৰণ আছে। সেয়া লেখকে অৰবিন্দৰ উক্তিৰেই ব্যক্ত কৰিছে—"মোৰ জীৱনৰ বিষয়ে কোনেও একো নাজানে। ই বাহিৰত অব্যক্ত, সেইবাবে মানুহে দেখা নাপায়।"

উমি উম জ্বলি থকা তুঁহজুইকুৰা সততে কাৰো দৃষ্টিত নপৰে। কিন্তু ইয়াৰ ধোঁৱাই সকলোকে ছাটি পেলায়। অৰবিন্দৰ জীৱনো আছিল তুঁহজুই-কুৰাৰ দৰে।

অৰবিন্দৰ জীৱনৰ বিভিন্ন দিশক লেখকে সুকীয়া সুকীয়াকৈ বৰ্ণনা কৰি গৈছে; যাৰ ফলত এই মহান ঋষিজনাৰ জীৱনৰ সকলো কথাই অতি-স্পষ্ট হৈ পৰিছে। শিক্ষা, ভাৰতীয় সংস্কৃতিৰ প্ৰতি অনুৰাগ, বিপ্লৱ, যোগ-সাধনা, আধ্যাত্মিকতা, দৰ্শন, সাহিত্য আদি সকলোবোৰ কথা লেখকে খৰচি মাৰি আলোচনা কৰি গৈছে।

অৰবিন্দ আমাৰ মাজত এজন মহান আদৰ্শবাদী, দাৰ্শনিক, ঋষি, বিপ্লৱী নেতা হিচাপেহে পৰিচিত। তেওঁৰ জীৱনৰ আদিছোৱাৰ কথা আমি বহুতেই নাজানো। সাধাৰণতে অৰবিন্দৰ দৰে এজন মহান ব্যক্তিৰ সৃষ্টিৰ মূলতে তেওঁৰ ঘৰুৱা পৰিবেশ বুলি হয়তো বহুতে ভাবিব পাৰে। কিন্তু আচৰিত যেন লাগিলেও এই কথা সত্য যে, অৰবিন্দ আৰু তেওঁৰ ঘৰ, পৰিয়াল, মুঠতে, ঘৰৰ পাৰিপাৰ্শ্বিকতা আছিল সম্পূৰ্ণ বিপৰীত; এটা মুদ্ৰাৰ ইপিঠি সিপিঠি।

অৰবিন্দৰ পিতৃ ডাঃ কৃষ্ণধন ঘোষে তেওঁৰ আটাইকেইজন পুত্ৰক বিদেশী শিক্ষা-সংস্কৃতি, আদব-কায়দাৰে ডাঙৰ-দীঘল কৰিছিল। দেউতাকৰ এই বিদেশী স্পৃহাৰপৰা অৰবিন্দও হাত সাৰি যাব পৰা নাছিল। সৰুৰেপৰা বিদেশত থকা বাবে, আৰবিন্দৰ নিজৰ দেশ ভাৰতবৰ্ষ, ইয়াৰ অন্ন, পানী, মাটিৰ লগত পৰিচয় হোৱাৰ সুযোগ ঘটা নাছিল। কি পৰিবেশত, আৰু কেনেকৈ অৰবিন্দৰ মন ভাৰতবৰ্ষ, ইয়াৰ শিক্ষা-সংস্কৃতি, ধৰ্ম, দৰ্শন আদিৰ ফালে ঢালে খালে সেয়া এক বিস্ময়ৰ কথা। "ভাৰতৰ মাটিত ভৰি দিয়াৰ লগে লগে মই আধ্যাত্মিক অভিজ্ঞতা লাভ কৰিবলৈ ধৰিলো। কিন্তু এই অভিজ্ঞতা সংসাৰ বিমুখ নহয়। বৰং সেইবিলাকৰ ওপৰত এইবিলাকৰ আন্তৰিক আৰু অসীম প্ৰভাৱ বিৰাজমান……।" শ্ৰীঅৰবিন্দ, পৃ, ১৬)

যি মুলা বাঢে তাৰ দুপাততে চিন। অৰবিন্দৰ বিপ্লৱী মনোভাৱৰ পৰিচয় পোৱা গৈছিল তেওঁৰ এঘাৰ বছৰ বয়সতে। অস্পষ্টকৈ হ'লেও তেওঁৰ মনত ভাৰতৰ মুক্তিৰ স্বপ্নই ঠাই পাইছিল। কিন্তু কম বয়স হোৱাৰ বাবেই তেওঁৰ স্বপ্নই বাস্তৱ ৰূপ পৰিগ্ৰহণ কৰিব পৰা নাছিল। কিন্তু বয়স বাঢ়ি অহাৰ লগে লগেই সেই স্বপ্ন তেওঁৰ কথা-বতৰা, আলাপ-আলোচনাৰ মাজেৰে প্ৰকাশ হৈছিল, যাৰ বাবে তেওঁ চৰকাৰৰ বিৰাগভাজন হৈ পৰিছিল। ডাঃ কৃষ্ণধন ঘোষৰ বহু আকাংক্ষিত আই. চি. এছ. পৰত অৰবিন্দ উত্তীৰ্ণ হ'ব নোৱাৰিলে। অৰবিন্দৰ বাবে এয়া আছিল গোৰ মাৰি পংগাত পেলোৱাৰ আশীৰ্বাদহে। ইতিমধ্যে

বিদেশী সংস্কৃতি প্ৰেমী ডাঃ ঘোষৰ সামান্য কথা এটাত পশ্চিমীয়া সভ্যতাৰ প্ৰতি বিতৃষ্ণা উপজিছিল। এই বিতৃষ্ণাৰ ফলতে তেওঁৰ মন ভাৰতৰ প্ৰতি ঢাল খাই ছল। ১৮৯৩ চনত অৰবিন্দ ভাৰতবৰ্ষলৈ উভতি আহে।

বৰোদাত তেওঁৰ কৰ্মজীৱন আৰম্ভ হয়। এই সময়তে তেওঁৰ ভাৰতীয় শিক্ষা-সংস্কৃতিৰ লগত পৰিচয় ঘটিছিল। তেওঁৰ মন ক্ৰমে আধ্যাত্মিকতাৰ ফালে ঢাল খায়। তেওঁৰ আধ্যাত্মিক ক্ষুধা কি যে অদমনীয় আছিল সেয়া লেখকৰ বৰ্ণনাত বৰ সুন্দৰভাৱে ফুটি ওলাইছে। এই ক্ষুধাই তেওঁৰ আহাৰ, নিদ্ৰা, ভয়—এই তিনিওটা কথাক সমূলি পাহৰাই ৰাখিছিল। অৰবিন্দৰ জীৱনত এইবোৰ যেন গৌণ কথা। জীৱনৰ মুখ্য উদ্দেশ্য আছিল জ্ঞান আহৰণ আৰু আধ্যাত্মিক লক্ষ্যত উপনীত হোৱা। এই জ্ঞান, এই লক্ষ্য আহৰণৰ বাবে তেওঁ বাহ্যিক সুখ, আনন্দ সকলো বিসৰ্জন দিছিল। উকথা পঁজা, উৱলা ঘৰ, উকা মজিয়া, সকলোতে তেওঁ শান্তচিত্তে বাস কৰিব পাৰিছিল। সেই বুলি যে অৰবিন্দ একেবাৰে সংসাৰ বিৰাগী নিৰস ব্যক্তি আছিল এনে নহয়। জ্ঞান আহৰণ আৰু আধ্যাত্মিকতাৰ মাজত নিমজ্জিত হৈ থাকিলেও লেখকে সময় বুজি অৰবিন্দৰ অন্তৰত পৰিয়ালৰ লোকৰ প্ৰতি স্নেহ, তেওঁলোকৰ লগত তেওঁৰ মধুৰ সম্বন্ধৰ কথা ঠায়ে ঠায়ে উল্লেখ কৰিছে। অৰবিন্দ ক্ৰমে ৰসিয়াল ব্যক্তি আছিল। তেওঁৰ ভতিজা জীয়েক বাসন্তী আছিল অৰবিন্দৰ প্ৰিয় সহচৰী। সময় পালেই তেওঁ বাসন্তীৰ লগত ৰং-ধেমালি কৰিছিল। লেখকৰ ভাষাত অৰবিন্দই জীৱনকো গ্ৰহণ কৰিব জানিছিল।

অৰবিন্দ মাজে সময়ে কিছু বিক্ষিপ্ত হৈ পৰিছিল যেন আমাৰ ভাব হয়। কাৰণ তেওঁৰ জীৱনৰ গতি শৃঙ্খলাবদ্ধভাৱে আগবঢ়া নাছিল। কেতিয়াবা তেওঁ কবিতা লিখিছিল, কেতিয়াবা ৰাজনৈতিক চিন্তাত নিমগ্ন হৈছিল আৰু কেতিয়াবা যোগসাধনাৰ প্ৰতি আগ্ৰহ দেখুৱাইছিল। কিন্তু এই বিক্ষিপ্ততাৰ মাজতে এটা সুদূৰপ্ৰসাৰী লক্ষ্য আছিল—সেয়া হ'ল দেশৰ স্বৰাজ। দেশৰ স্বৰাজ আনিবলৈ দেহৰ শক্তিয়ে সৰ্বস্ব নহয় মনৰ শক্তিহে প্ৰকৃত শক্তি। অৰবিন্দৰ মনোভাব এয়ে আছিল।

অৰবিন্দৰ ৰাজনৈতিক জীৱন বৰ তাৎপৰ্যপূৰ্ণ। তেওঁ ১৮৮৮-৮৯ চনৰ পৰাই বৈপ্লৱিক সংগঠন গঢ়াৰ প্ৰতি আকৃষ্ট হয়। সাংস্কৃতিক, বৌদ্ধিক, নৈতিক আদি বিবিধ উদ্দেশ্য লৈ এই সংগঠনবোৰ গঢ়া হৈছিল। এহাতেদি গীতা আৰু আনহাতেদি তৰোৱাল লৈ তেওঁলোকে এই বুলি শপত খাইছিল, "যেতিয়াকৈকে

মোৰ গাত জীৱন থাকে আৰু যেতিয়ালৈকে ভাৰতবৰ্ষ পৰাধীনতাৰ শৃঙ্খলমুক্ত নহয়, তেতিয়ালৈকে মই বিপ্লৱৰ কাম কৰি যাম……।" (শ্ৰীঅৰবিন্দ পৃ, ৩০)। এই কথাই, এই প্ৰতিজ্ঞাই আমাক ৰাণা প্ৰতাপ সিংহলৈ মনত পেলাই দিয়ে। ৰাজনৈতিক বীৰ যোদ্ধা হিচাপে আৰু দেশৰ প্ৰতি থকা অটুট প্ৰেমে তেওঁৰ ব্যক্তিত্বক আৰু বেছি গভীৰ কৰি তুলিছিল।

পৰাধীন ভাৰতত জন্মলাভ কৰি শৃঙ্খলিত ভাৰত মাতৃৰ বেদনা অৰবিন্দই মনে-প্ৰাণে উপলব্ধি কৰিছিল। দাসত্বৰ বন্ধনৰপৰা ভাৰতমাতৃক মুক্তি দিয়াৰ বাবে তেওঁ আজীৱন বিপ্লৱৰ সাধনাত নিমগ্ন হৈছিল। কিন্তু ইয়াতেই উল্লেখযোগ্য যে, আন আন বিপ্লৱীৰ দৰে তেওঁৰ এই বিপ্লৱৰ সাধনা কেৱল ৰাজনৈতিক সীমাৰ মাজতেই আবদ্ধ হৈ থকা নাছিল। তেওঁৰ অন্তৰত বিপ্লৱৰ যি অগ্নিশিখা জ্বলি উঠিছিল—সেই জুয়ে ভাৰতৰ সাংস্কৃতিক তথা আধ্যাত্মিক জীৱন ধুই নিকা কৰিবৰ বাবেহে জ্বলি উঠিছিল। অৱশ্যে মহাত্মা গান্ধীকে ধৰি দেশৰ প্ৰায়বোৰ ৰাজনৈতিক নেতাই ৰাজনৈতিক মুক্তিক আধ্যাত্মিক মুক্তি লাভৰ এটা সোপান বুলি ভাবিছিল। অৰবিন্দৰ ভাবধাৰাত ইয়াৰ লগত সম্পূৰ্ণ খাপ খাই পৰে। আলিপুৰত বন্দীৰ বিচাৰ-কক্ষত অৰবিন্দৰ জ্ঞানগৰ্ভ আৰু আত্মৰক্ষামূলক বিবৃতিৰ মাজেৰে তেওঁৰ আধ্যাত্মিক সাধনাৰ স্বৰূপ উপলব্ধি কৰিব পাৰি। জীৱনৰ প্ৰথমছোৱা তেওঁতে ভাৰতৰ ৰাজনৈতিক বিপ্লৱৰ সাধনাত যাইকৈ নিমজ্জিত হ'লেও প্ৰথমৰেপৰা তেওঁ ভাৰতীয় জীৱনৰ সাংস্কৃতিক তথা আধ্যাত্মিক পুনৰুজ্জীৱনৰ বাবে চিন্তা কৰিছিল। জীৱনৰ পৰৱৰ্তী অধ্যায়ত তেখেতে কেৱল যোগ-সাধনাত নিমগ্ন হৈ এক নতুন আদৰ্শবাদী জীৱন-দৰ্শনৰ সৃষ্টি কৰিছিল। গীতা, উপনিষদ, শঙ্কৰাচাৰ্যৰ মায়াবাদ, বৈষ্ণৱ-শৈৱ-সাধনা আদিৰপৰা অৰবিন্দৰ সাধনা মূলতঃ বেলেগ বুলি তেওঁ দাবী কৰিলেও অতীতৰ সাধকৰ যোগ সাধনাৰ লগত তেওঁৰ যোগৰ সম্পৰ্ক নথকা নহয়। অতি প্ৰাকৃতিক ক্ৰিয়া বা যাদুবিদ্যাৰ দ্বাৰা ভৌতিক কাৰ্য প্ৰদৰ্শনৰ দ্বাৰা লোকক চমৎকৃত কৰা, ৰোগ নিবাৰণ কৰাৰ উদ্দেশ্যও তেওঁৰ নাছিল। তেওঁৰ যোগসাধনাৰ উদ্দেশ্য আছিল দিব্যজীৱনক সংসাৰলৈ নমাই অনাহে। তেওঁ নিজৰ অভিজ্ঞতা আৰু ধাৰণাৰ ওপৰত নিৰ্ভৰ কৰি প্ৰাচীন সাধনা আৰু দৰ্শনৰ সীমাবদ্ধতা অতিক্ৰম কৰি এটা নতুন আদৰ্শবাদী, পূৰ্ণ দিব্যজীৱনৰ দৰ্শন গঢ়ি তুলিছিল। সেয়েহে তেওঁ নিৰ্বাণ বা মোক্ষ কামনা কৰা নাছিল। মৰতৰ বুকুলৈ এক অতি মানসিক চেতনা নমাই অনাটোহে তেওঁৰ মূল লক্ষ্য আছিল।

হিন্দুৰ সনাতন ধৰ্মৰ প্ৰতি তেওঁৰ আস্থা আছিল। কিয়নো হিন্দুৰ জন্ম হৈছে এই সনাতন ধৰ্মক লৈয়ে। এই ধৰ্মৰ উন্নতি হলেযে জাতিৰ উন্নতি হ'ব।

১৯০৩ চনত তেওঁ কাশ্মীৰৰ শংকৰাচাৰ্য পৰ্বত বা তথত-ই-চুলেমান দৰ্শন কৰোঁতে হঠাতে অদ্বৈতৰ উপলব্ধি কৰে। তেওঁ জগতখনতে নিৰ্গুণ ব্ৰহ্মক অৰূপ ৰূপত দেখিবলৈ ধৰিলে। এই দিব্য ৰূপৰ ওচৰত আত্মসমৰ্পণ কৰাৰ পিছৰেপৰা তেওঁ সুকীয়া এক জগতত বিচৰণ কৰিছিল। এই সময়ৰ পৰা অৰবিন্দই অন্তৰ দেৱতাৰ আদেশ শুনিবলৈ পাইছিল। তেতিয়াৰ পৰা এই গৰাকী মহান ৰাজনৈতিক বিপ্লৱীজনাৰ চিন্তাধাৰাত বিৰাট পৰিবৰ্তন আহিছিল। তেওঁৰ প্ৰধান লক্ষ্য আছিল ভাৰতৰ অনন্ত জীৱন আৰু প্ৰকৃতিৰ নিয়মত সকলো গতি তোলা। অতীতৰ জ্ঞানেৰে তেওঁ ভৱিষ্যতৰ আধাৰ নিৰ্মাণ কৰাৰ ওপৰত গুৰুত্ব দিছিল। অৰবিন্দৰ মনোভাব, তেওঁৰ কাৰ্যাৱলী আৰু লেখনীসমূহে চৰকাৰক চিন্তান্বিত কৰি তুলিছিল। বৃটিছ চৰকাৰে অৰবিন্দক অতিশয় বিপদজনক ব্যক্তি বুলি বিবেচনা কৰিছিল।

১৯১০ চনত অৰবিন্দ পাণ্ডিচেৰীলৈ যায়গৈ। পণ্ডিচেৰীলৈ যোৱাৰ পিছতে অৰবিন্দৰ সক্ৰিয় ৰাজনৈতিক জীৱনৰ অন্ত পৰে। অৱশ্যে তেওঁ তাৰপৰা বহুদিনলৈ বিপ্লৱীসকলৰ লগত চিঠি পত্ৰৰে যোগাযোগ ৰাখিছিল। অৰবিন্দই এবাৰ ভাৰতীয় জাতীয় কংগ্ৰেছৰ সভাপতি হবৰ বাবেও নিমন্ত্ৰণ পাইছিল; কিন্তু তেওঁ সেই পদ গ্ৰহণ কৰা নাছিল।

ৰাজনৈতিক বিপ্লৱৰ বাট এৰি, আনকি সংসাৰধৰ্মৰ পৰাও নিজকে মুক্ত কৰি অৰবিন্দই কিয় পণ্ডিচেৰীৰ আশ্ৰমত তেওঁ আধ্যাত্মিক জীৱনৰ সাধনাৰ থলী বিচাৰি ললে সেয়া এটা ডাঙৰ প্ৰশ্ন। এই প্ৰশ্নৰ উত্তৰ স্বৰূপে লেখকে গ্ৰন্থখনত কিছু আভাস দিছে। বিশেষকৈ পত্নীলৈ লেখা চিঠিত অৰবিন্দৰ মানসিক পৰিবৰ্তন লক্ষ্য কৰিব লগীয়া। পণ্ডিচেৰীলৈ যোৱাৰ আদেশ তেওঁ অন্তৰ দেৱতাৰ পৰা পাইছিল। অন্তৰ দেৱতাৰ ওচৰত তেওঁ পুতলা সদৃশ। দিব্য শক্তিয়ে তেওঁক যলৈকে নিয়ে তেওঁ তালৈকে যাবলৈ বাধ্য। অৰবিন্দই যি পূৰ্ণ মানৱৰ স্বপ্ন দেখিছিল সেয়া ৰাজনৈতিক বিপ্লৱৰ মুক্তিৰ ফলশ্ৰুতি হ'ব নোৱাৰে। আধ্যাত্মিক সাধনাৰ যোগেদি মানুহৰ চেতনাক অতি মানসিক চেতনাৰ স্তৰলৈ উন্নীত কৰি, সেই চেতনাৰে ভৌতিক জগতৰ ৰূপান্তৰ সাধন কৰাটোৱেই অৰবিন্দৰ দৰ্শনৰ মূলকথা। সেয়েহে তেওঁ ৰাজনীতিৰ হুলস্থুলৰ

মাজৰ পৰা আঁতৰি আহি পণ্ডিচেৰীৰ আশ্ৰমৰ নিৰিবিলি ঠাইত তেওঁৰ প্ৰকৃত সাধনাৰ বাট বিচাৰি ললে।

১৯২৬ চনৰ ২৪ নবেম্বৰৰ দিনা সিদ্ধি লাভ হোৱা বুলি অৰবিন্দই দাবী কৰে। এই দিনাই তেওঁৰ ওপৰ স্তৰৰ মনক দৈহিক স্তৰলৈ নমাই আনে। ইয়াৰ পিছৰ পৰা অৰবিন্দই প্ৰায় নিৰ্জনতাৰ আশ্ৰয় লৈছিল। মানুহৰ লগত তেওঁ দেখা সাক্ষাৎ কৰা কমাই দিছিল। ১৯৫০ চনৰ ৫ ডিচেম্বৰৰ দিনা অৰবিন্দৰ মৃত্যু হয়।

ঋষি অৰবিন্দৰ সাহিত্যিক দিশটোও গুৰুত্বপূৰ্ণ। তেওঁৰ সাহিত্য সৃষ্টিৰ মাজতো আধ্যাত্মিকতাৰ প্ৰকাশ দেখা যায়, যি আধ্যাত্মিকতাক লৈ তেওঁ ভাৰতৰ মুক্তিৰ স্বপ্ন দেখিছিল। তেখেতৰ বিখ্যাত কাব্য হৈছে 'সাবিত্ৰী'। অৰবিন্দৰ দিব্যজীৱন আৰু অতিমনৰ সমস্ত সাধনা এই কাব্যত বিস্তাৰিতভাৱে ঠাই পাইছে। অমিত্ৰাক্ষৰ ছন্দত ৰচনা কৰা 'সাবিত্ৰী' এখন ৰহস্যবাদী কাব্য। অৰবিন্দৰ মতে 'সাবিত্ৰী' তেওঁ আধ্যাত্মিক উত্তৰণৰ আলম স্বৰূপ। 'সাবিত্ৰী'ৰ উপৰিও অৰবিন্দই ভাৰতীয় সংস্কৃতি, সাহিত্য, জাতীয়তাবাদ, দৰ্শন আৰু যোগ সম্বন্ধে নানান বহুমূলীয়া গ্ৰন্থ ৰচনা কৰিছে। লেখকে শেষৰকালে সেইবোৰৰ তালিকা এটা প্ৰস্তুত কৰিছে।

অৰবিন্দৰ মতে জ্ঞান, বাসনা আৰু কৰ্মশক্তি এক মূল আত্মশক্তিৰ তিনি মূৰ্তি স্বৰূপ। জগতৰ সৃজনকাৰীয়েই হ'ল এই মূল শক্তি। মানৱৰ মনত থকা অসৎ ভাবে সংসাৰৰ দুখৰ মূল। এই দুখৰ পৰা নিবৃত্তি পাবলৈ হ'লে বাস্তৱ আঘাতৰ মুখামুখি হৈ তাক সহ্য আৰু জয় কৰিবঁ পৰা শক্তি আহৰণ কৰিব লাগিব। এই সহনশীলতা আৰু জয়যাত্ৰাই আমাক আনন্দ দান কৰে। এই আনন্দই আমাক পৰম সত্তা উপলব্ধি কৰাত সহায় কৰে। অৱশ্যে এয়া পূৰ্ণ মুক্তি নহয়। পূৰ্ণ মুক্তিৰ বাবে মানৱে দেহ-মন আৰু আবেগৰ প্ৰতি ঔদাসীন্য প্ৰকাশ কৰিব পাৰিব লাগিব।

অৰবিন্দৰ মতে মায়াই হৈছে সকলো আৱৰণৰ মূল। এই মায়াৰ কাৰণেই ঈশ্বৰ সৰ্বত্ৰতে বিৰাজমান হৈ থকা সত্বেও তেওঁ নাই এনে ভাব জন্মে। আৰু এই ভেদভাবৰ ফলতে নিজকে বেলেগ সত্তা বুলি মানুহে অনুভৱ কৰে। অৰবিন্দৰ দৰ্শনত মনৰ চৰম বিকশিত ৰূপটো হ'ল অতিমন। এই অতিমন যেতিয়া বিশিষ্ট শক্তিৰূপে প্ৰকাশিত হয়, তেতিয়া তাৰ নামেই জীৱন। মৃত্যু তেওঁৰ বাবে জীৱনক নতুন কৰাৰ এটা প্ৰয়োজনীয় প্ৰবাহ। প্ৰত্যেক ব্যক্তিৰ প্ৰধান কৰ্তব্য হৈছে—

নিজৰ ভিতৰত থকা আত্মাৰ আৱিষ্কাৰ কৰাটো। অৰবিন্দই বিশ্বাস কৰিছিল যে পূৰ্ণৰূপত বিকশিত সমাজ গঢ়িবলৈ হ'লে ব্যক্তিসকলৰ পূৰ্ণত্ব আৱশ্যক। এই কাৰণেই ঈশব্যক্তিৰ আৱশ্যক। এই ঈশব্যক্তিক বহুতে অতিমানৱ বুলি ভুল কৰে। নীৎসৰ অতিমানৱৰ লগত তেওঁৰ ঈশব্যক্তিৰ পাৰ্থক্য আছে। নীৎসৰ অতিমানৱে প্ৰাণৰ আৰু জীৱনৰ স্তৰৰ উৰ্ধলৈ যাব নোৱাৰে। কিন্তু ঈশব্যক্তি সম্পূৰ্ণ স্বকীয়। ঈশব্যক্তিৰ চেতনা সসীম নহয়, ই অসীমলৈ বিস্তাৰিত। সেইবাবে তেনে আনন্দ, ৰস আদিও তাত অসীম ৰূপত আনন্দময় হৈ প্ৰকাশ পায়। ঈশব্যক্তিসকল মানৱ সমাজৰ পূৰ্ণতা বিকাশৰ যন্ত্ৰ স্বৰূপ।

একাধাৰে আধ্যাত্মিক সাধক, বিপ্লৱী নেতা, মহান কবি, দাৰ্শনিক আৰু ঋষি শ্ৰীঅৰবিন্দৰ সুমহান ব্যক্তিত্বৰ সকলো দিশ সামৰি শ্ৰী ভট্টাচাৰ্যদেৱে ৰচনা কৰা শ্ৰীঅৰবিন্দ নামৰ জীৱনীগ্ৰন্থ অসমীয়া জীৱনী সাহিত্যৰ ক্ষেত্ৰত এক উল্লেখযোগ্য ৰত্নগুণি। অসমীয়া সাহিত্যত অৰবিন্দৰ জীৱন, দৰ্শন আৰু কৰ্ম প্ৰচেষ্টাৰ বিষয়লৈ লেখা গ্ৰন্থ নাই বুলিলেই হয়। এই ক্ষেত্ৰত ভট্টাচাৰ্য্যদেৱৰ প্ৰচেষ্টা প্ৰশংসনীয়। আধুনিক দৃষ্টিভংগীৰে জীৱনীগ্ৰন্থখন ৰচনা কৰা হেতুকে গ্ৰন্থখনিৰ এটা স্থায়ীমূল্য থকাৰ উপৰিও সকলোৰে উপভোগ্য হৈ পৰিছে। দৰ্শনৰ গুৰুগম্ভীৰ কথাবোৰ সহজ সৰল ভাষাৰে, বিশেষকৈ ঠাই বিশেষে অৰবিন্দৰ নিজা উক্তিৰে বৰ্ণনা কৰা হেতুকে সকলোৰে বাবে সহজবোধ্য হৈ পৰিছে। অৰবিন্দৰ জীৱনৰ আদি ছোৱা ঘৰুৱা জীৱনৰ দুই এটা সৰু সুৰা কথা লেখকে বৰ সুন্দৰকৈ বৰ্ণনা কৰিছে। বৰ্ণনা-বোৰ মাজে মাজে বৰ কোমল আৰু মিঠা হৈ পৰিছে। লেখক নিজে এজন বিশিষ্ট ঔপন্যাসিক হোৱা বাবে বৰ্ণনাবোৰ ঠায়ে ঠায়ে উপন্যাসগন্ধী হৈ পৰিছে। ঠায়ে ঠায়ে লেখকে কথোপকথনবোৰ তুলি দিয়াৰ বাবে জীৱনীখন নাট্যধৰ্মীও হৈ পৰিছে। এই কথোপকথনবোৰে হুবহু তথ্য দাঙি ধৰাতো সহায় কৰিছে। গ্ৰন্থখনিৰ আটাইতকৈ উল্লেখযোগ্য দিশ হৈছে শৃঙ্খলাবদ্ধতা। অৰবিন্দৰ জীৱনৰ বিভিন্ন দিশবোৰৰ কথা তেওঁ ইমান সুশৃঙ্খলাবদ্ধভাৱে গ্ৰন্থখনত লিপিবদ্ধ কৰিছে যে জীৱনীখন পঢ়ি অলপো আমনি নালাগে। মুঠতে 'শ্ৰীঅৰবিন্দ' অসমীয়া জীৱনী সাহিত্যৰ ক্ষেত্ৰত এক অনন্য সৃষ্টি।

ভট্টাচাৰ্যৰ দৃষ্টিৰে

# আধুনিক অসমীয়া সংস্কৃতি

শ্ৰীকুমুদ গোস্বামী

সংস্কৃতিৰ সংজ্ঞা অলেখ। কিন্তু সকলোবোৰ সংজ্ঞাই সংস্কৃতিৰ কেতবোৰ মৌলিক বৈশিষ্ট্যলৈকে আঙুলিয়াই দিয়ে। (ক) সংস্কৃতি যাইকৈ এক আচৰণ-বিধি, জীৱনৰ উপায়। সেইবাবে ই অপাৰ্থিব, অ-বস্তুগত। কিন্তু কোনো বিশেষ যুগৰ এচাম মানুহৰ আচৰণৰ ফলতেই যিহেতু সেইখন সমাজৰ বস্তু-জগতখনৰ উদ্ভৱ হয়, এতেকে সংস্কৃতিৰ পাৰ্থিব ৰূপটোকো উলাই কৰা নহয়। সংস্কৃতিৰ অপাৰ্থিব সত্তাৰ সঁফুৰাটোত আছে—আচাৰ-ব্যৱস্থা, মানৱ-আচৰণ নীতিতত্ত্ব, নৈতিকতা, প্ৰমূল্য, পৰম্পৰা আৰু প্ৰযুক্তিজ্ঞান। (খ) সংস্কৃতি এক নিৰৱচ্ছিন্ন আৰু সঞ্চয়ীভূত প্ৰণালী। সেইগুণে ই সমাজৰ ইতিহাস আৰু ক্ৰমবিকাশৰো অংগীভূত। অৰ্থাৎ, এখন সমাজৰ সংস্কৃতিয়ে সমাজখনৰ ক্ৰমোন্নতি আৰু বৈশিষ্ট্যসমূহ প্ৰতিফলিত কৰে। (গ) কোনো বিশেষ পুৰুষানুক্ৰমে বা জেনেৰেশ্যনৰ মাজতে সংস্কৃতি সীমাবদ্ধ হৈ নাথাকে। ইতিহাসৰ কোনো সময়তে ইয়াৰ প্ৰভাৱ অদৃশ্য বা বন্ধ হৈ নাযায়। কেতিয়াবা অদৃশ্য বা বন্ধ হৈ যোৱা যেন লাগিলেও ই প্ৰকৃততে সুপ্ত হৈহে থাকে। কম-বেছি পৰিমাণ ঐতিহাসিক বিবৰ্তনৰ দ্বাৰা আক্ৰান্ত হৈ ই পুৰুষানুক্ৰমিকভাৱে প্ৰবাহিত হৈ থাকে। (ঘ) অৰ্থনৈতিক বিকাশৰ লগতে জড়িত প্ৰক্ৰিয়াসমূহৰ বিষয়ে চিন্তা-চৰ্চা কৰা অৰ্থনীতিবিদসকলে সামাজিক আৰু সাংস্কৃতিক অনুষ্ঠান-সমূহৰ গাঁঠনিবোৰকে উন্নতিৰ প্ৰধান অন্তৰায় বুলি গণ্য কৰে। এই গাঁথনিৰ পৰিবৰ্তনৰ বাবে কৰা দাবীসমূহৰ ভিতৰত পৰম্পৰাগত দৃষ্টিভংগিও অন্যতম।

সংস্কৃতিৰ পূৰ্ণ অৱয়ৱত এই আটাইবোৰ কথা একেলগে সোমাই থাকিব লাগে। নিউ য়ুনিভাৰ্ছেল এনছাইক্ল'পীডীয়াৰ উদ্ধৃতিৰে ড° ভট্টাচাৰ্যদেৱে সংস্কৃতিক "মানুহে সৃষ্টি কৰা সভ্যতাৰ সকলো অংগৰে' সমষ্টি বুলিছে।

তেখেতৰ মতে 'সাংস্কৃতিক জীৱন মানে নৈতিক আৰু বৌদ্ধিক উন্নতিৰ স্তৰ।' দেখা গ'ল ওপৰৰ (ক) শিতানত অন্তৰ্ভুক্ত সংস্কৃতিৰ মৌলিক বৈশিষ্ট্যটোৰ প্ৰতি তেখেতৰ অনুৰাগ বেছি। অৱশ্যে, সংস্কৃতিত ৰূপ নিৰ্ণয়ৰ ক্ষেত্ৰত এই পৰম্পৰাগত প্ৰণালী অসমীয়া বুদ্ধিজীৱীসকলৰ মাজত তাহানিৰেপৰা চলি আহিছে। "আগৰ কালৰ সৰহভাগ অসমীয়া চিন্তাবিদৰ মাজত বৈজ্ঞানিক সমাজতাত্ত্বিক দৃষ্টিৰে সংস্কৃতি চৰ্চা কৰাৰ পৰম্পৰা নাছিল বুলিলেই হয়। ইউৰোপীয় সমাজতত্ত্ব অথবা মাৰ্ক্সীয় সমাজতত্ত্ব—এটাৰো গভীৰ প্ৰভাৱ স্বীকৃত চিন্তাবিদসকলৰ মাজত পোৱা নাযায়। জোনাকী যুগৰ কোনেও সমাজ আৰু সংস্কৃতিৰ পূৰ্ণ অৱয়ৱৰ বিচাৰত প্ৰবৃত্ত হোৱা নাছিল। সংস্কৃতিক মূল সামাজিক গাঁথনিৰ পৰিপ্ৰেক্ষিতত বিচাৰ কৰা নাছিল।"

ড° ভট্টাচাৰ্যদেৱৰ সংস্কৃতি-চিন্তা কেনে ধৰণৰ বা আধুনিক অসমীয়া সংস্কৃতি সম্পৰ্কে তেখেতৰ ধাৰণা কি—এই বিষয়ে জানিবলৈ এখন গ্ৰন্থকেই আধাৰ হিচাপে লোৱাৰ বাহিৰে আমাৰ অন্য উপায় নাই। গ্ৰন্থখনি হৈছে—'ডেৰশ বছৰৰ অসমীয়া সংস্কৃতি এভুমুকি'। উক্ত গ্ৰন্থত তেখেতে অসমত বৃটিছ শাসন ব্যৱস্থা প্ৰৱৰ্তিত হোৱাৰ পিছৰপৰা স্বাধীনতাৰ পৰৱৰ্তী কাললৈকে অসমীয়া সংস্কৃতিৰ ক্ৰমবিৱৰ্তনৰ এটি থূলমূল আলোচনা আগ বঢ়াইছে। আমাৰ এই নিবন্ধ আমি ড° ভট্টাচাৰ্যদেৱৰ দৃষ্টিৰে আধুনিক অসমীয়া সংস্কৃতিত 'প্ৰফাইল' এটা অংকন কৰিবলৈ চেষ্টা কৰিম।

১৮২৬ খৃঃত বৃটিছে অসম দেশ লোৱাৰ পিছৰ কুৰিটামান দশকক ড° ভট্টাচাৰ্যদেৱে অসমীয়া সংস্কৃতিত সংক্ৰান্তি-কাল হিচাপে অভিহিত কৰিছে। এই কালছোৱাত অসমীয়া সমাজৰ থাই ভেটিটো প্ৰায় উছন হ'ল বুলিব পাৰি—সত্ৰসমূহৰ ধৰ্মীয় সংস্কৃতি, সংস্কৃত ফাৰ্চীভাষাৰ চৰ্চা, সাহিত্য, বুৰঞ্জী, কাব্য, লোক-সংস্কৃতি আদিৰ অৱনতি ঘটিল। ইষ্ট ইণ্ডিয়া কোম্পানীৰ শাসন পৰিবৰ্তনৰ লগে লগে অসমত পূৰ্বপ্ৰচলিত ভূমি-আইন সলনি হ'ল। অসমীয়া জাতিৰ বস্তু-জীৱনৰ বাজহাড় ভাগিল। বৃটিছে অসম লৈছিল অৰ্থনৈতিক শোষণ আৰু বাণিজ্যৰ বাবে, অসমীয়া সংস্কৃতি থাকক মৰক তালৈ তেওঁলোকে চিন্তা কৰা নাছিল। ইয়াৰ ভিতৰত, অসমীয়া সংস্কৃতিত যিখিনি বস্তুক বৃটিছে আপডাল কৰিছিল, সেইখিনি মূলতঃ সামন্ত সংস্কৃতিৰ অংগীভূত।

সংক্ৰান্তি কালৰ শেষৰ বিখ্যাত পুৰুষ হিচাপে ড° ভট্টাচাৰ্যদেৱে মণিৰাম দেৱানক থিয় কৰাইছে। তেখেতৰ অসমীয়া মধ্যবিত্ত শ্ৰেণীৰ উত্থানৰ জন-

মন্তব্যকিও মণিৰাম দেৱানেই দিলে। উনবিংশ শতিকাৰ শেষৰ ফালে ইংৰাজী শিক্ষাৰে শিক্ষিত এচাম মধ্যবিত্ত অসমীয়া লোকে সংস্কৃতিৰ পুনৰুত্থানৰ বাবে উঠিপৰি লাগে যদিও প্ৰকৃতাৰ্থত বিশেষ কৃতকাৰ্য হ'ব নোৱাৰিলে। কাৰণ, বৃটিছসকলে অসমীয়া সংস্কৃতিৰ সামন্ত ৰূপটো অধিক মজবুত কৰাতহে মনোনিবেশ কৰিলে। আপাত দৃষ্টিৰে চালে অসমীয়া সংস্কৃতিৰ বিভিন্ন অংগৰ ক্ষেত্ৰত কেতবোৰ সাল-সলনি পৰিলক্ষিত হ'ল সঁচা; কিন্তু সেইবোৰৰ ব্যৱহাৰিক সুফল অসমীয়াই নাপালে, চাহাবেহে পালে।

অসমীয়া জাতীয়তাবাদকে অসমীয়া সংস্কৃতিৰ যাই চালিকা-শক্তি বুলি ড° ভট্টাচাৰ্যদেৱে মত প্ৰকাশ কৰিছে। কিন্তু অসমীয়া মধ্যবিত্ত শ্ৰেণীৰ লগত ভাৰতৰ আন মধ্যবিত্ত শ্ৰেণীৰ বিশেষকৈ বঙালীসকলৰ সংযোগ ঘটাত— এই জাতীয়াবোধৰ এক সংকট আহিল, ভাষাৰ জৰিয়তে। ইয়াৰ মাজতো কিছু সৃষ্টি নোহোৱা নহয়; কিন্তু অসমীয়া জাতিৰ সাংস্কৃতিক গাঁথনিত এটা নতুন ৰোগে দেখা দিলে—সেয়া হৈছে হীনমন্যতা।

অসমীয়া সমাজত ধৰ্মৰ ক্ৰিয়া-বিক্ৰিয়া সম্পৰ্কে মন্তব্য দিওঁতে ড° ভট্টাচাৰ্যদেৱে যাইকৈ হেমচন্দ্ৰ বৰুৱা, পদ্মনাথ গোহাঞিবৰুৱা, মফিজুদ্দিন আহমদ হাজৰিকা, কমলাকান্ত ভট্টাচাৰ্য, লক্ষ্মীনাথ বেজবৰুৱা, ভবানন্দ দত্ত আদিসকলৰ অভিমতৰ ওপৰতে অধিক গুৰুত্ব আৰোপ কৰিছে। আগৰ চাম চিন্তাবিদে ধৰ্মক কেৱল বাহ্যিক আৰু অন্তৰ্জগত সংযোগকাৰী এক ৰহস্যময় অনুভূতি আৰু আচাৰ বুলি গণ্য কৰিছিল। ইয়াৰ পৰিপ্ৰেক্ষিতত ভবানন্দ দত্তই ধৰ্ম, ৰাষ্ট্ৰ, আৰু যুক্তিবাদী দৰ্শনৰ সম্বন্ধ সম্পৰ্কে কৰা চিন্তাকো ড° ভট্টাচাৰ্যই যথোচিত গুৰুত্ব দিছে। সাহিত্য, সাংবাদিকতা, সংগীত আৰু কলাৰ বিকাশ সম্পৰ্কে কওঁতে তেখেতে অসমীয়া সমাজত 'সৃষ্টিৰ সৎ প্ৰেৰণাৰ প্ৰবাহ' বৈ আছে বুলি উল্লেখ কৰিছে। কিন্তু অসমীয়া কলা-সাহিত্যৰ গতি কোন পিনে আৰু এই গতি কেনে প্ৰেৰণাই নিয়ন্ত্ৰিত কৰিছে—এই বিষয়ে তেখেত নীৰৱ। অৱশ্যে, অসমীয়া জাতিৰ নিজস্ব স্থাপত্য-ৰীতি আছিল নে নাই, এই বিষয়ে ড° ভট্টাচাৰ্যদেৱে উত্থাপন কৰা প্ৰশ্নটো অবান্তৰ নহয়।

অসম দেশত আধুনিক কালত তিনিটা পৰম্পৰা চলি আছে বুলি ড° ভট্টাচাৰ্যদেৱে উল্লেখ কৰিছে। প্ৰথমটো—আদিম কলা আৰু মৌখিক সাহিত্যৰ, দ্বিতীয়টো—মধ্যযুগৰ ৰস সাহিত্য, শাস্ত্ৰীয় চিত্ৰকলা, নৃত্য-সংগীত আৰু ভাস্কৰ্যৰ, আৰু তৃতীয়টো—আধুনিক যুগৰ মধ্যবিত্ত কলা-সাহিত্য।

অসমীয়া সংস্কৃতিৰ ক্ষেত্ৰত কলেজ-বিশ্ববিদ্যালয়ৰ লগতে অসম সাহিত্য সভাৰ দৰে অনুষ্ঠান-প্ৰতিষ্ঠানৰ স্থান আৰু ৰবৰগুণিৰ সন্দৰ্ভত ড° ভট্টাচাৰ্যদেৱে কোনো স্পষ্ট মন্তব্য কৰা নাই। সেইদৰে জ্যোতিপ্ৰসাদৰ সংস্কৃতি-চিন্তাৰো সুনিৰ্দিষ্ট আভাস আমি পোৱা নাই।

অসমীয়া জাতিৰ সাংস্কৃতিক অৱস্থিতি ( status ) কেনে ধৰণৰ—এই প্ৰশ্ন মনত সততাই উঠে। অৱস্থিতিৰ কথা কওঁতে আমি বিভিন্ন নৃ-গোষ্ঠীৰ সাংস্কৃতিক দৃষ্টিভংগীৰ বিচিত্ৰতাৰ কথাকে বুজাইছো। লেটিন-আমেৰিকাৰ দেশসমূহৰ একেটা ঔপনিবেশিক পৰম্পৰা থকা হেতুকে সিবোৰ দেশৰ সাংস্কৃতিক অৱস্থিতি উপনিবেশবাদেই নিৰ্ণয় কৰে। কিন্তু ইজিপ্ত, ভাৰতবৰ্ষ আৰু মৰক্কো আদি যিবিলাক দেশৰ সুদীৰ্ঘ ঐতিহাসিক পৰম্পৰা আছে—সেইবিলাক দেশত এক ধৰ্মনিৰপেক্ষ ( secular ) সংস্কৃতি গঢ়ি উঠে। আনহাতে, আফ্ৰিকাৰ দেশসমূহৰ দৰে জনজাতীয় সংস্কৃতিপূৰ্ণ দেশবোৰৰ সাংস্কৃতিক গাঁথনিত জনজাতিসকলৰ নিজস্ব সাদৃশ্য আৰু বৈসাদৃশ্যসমূহতেই প্ৰতিফলন ঘটে। অসম ভাৰতৰ অংগৰাজ্য যদিও ইয়াৰ সাংস্কৃতিক অৱস্থিতি থাইকৈ জনজাতীয়। এই দৃষ্টিকোণৰ-পৰা অসমীয়া সংস্কৃতিৰ ৰূপ অৱলোকন কৰিলেহে ইয়াৰ স্বৰূপ ওলাব বুলি আমাৰ ধাৰণা। ড° ভট্টাচাৰ্যদেৱে প্ৰধানকৈ পৰম্পৰাগত দৃষ্টিভংগিৰেই অসমীয়া সংস্কৃতিৰ ফালে চাইছে। মাজে মাজে আধুনিক বৈজ্ঞানিক আৰু যুক্তিবাদী দৃষ্টিৰে চালেও সেয়া ক্ষন্তেকলৈহে। দেখা যায়, পুৰণি অসমৰ চিন্তাবিদসকলৰ দৰে তেওঁ ব্যৱহাৰিক জীৱন আৰু আদৰ্শ জীৱনৰ মূল চালিকা শক্তিৰ অন্বেষণতহে মগ্ন। তেখেতৰ সংস্কৃতি-চিন্তাও এনে এক অন্বেষণেই বুলিব পাৰি।

পৃথিৱীৰ সৰহভাগ উন্নয়নশীল জাতিৰে এটা ক্ৰনিক ৰোগ আছে। সেয়া হৈছে cultural lag বা সাংস্কৃতিকভাৱে পিছপৰা অৱস্থা। বিভিন্ন নৃ-গোষ্ঠী আৰু ধৰ্ম তথা বিশ্বাসৰ সৈতে নিৰন্তৰে বুজাপৰা বা এৰাধৰা কৰি থাকিব লগা হোৱা বাবেই এই অৱস্থাৰ সৃষ্টি হয়। ভাৰত তথা অসমো এই ৰোগৰপৰা মুক্ত নহয়। কোনো কোনো মহলে এই ৰোগকে জাতি-গঠনৰ প্ৰক্ৰিয়া বুলি অভিহিত কৰে যদিও প্ৰকৃতাৰ্থত ই জাতি-গঠনৰ পথত হেঙাৰ স্বৰূপহে। উন্নয়নশীল দেশবোৰত এই কাৰণেই জাতি-গঠনৰ প্ৰক্ৰিয়া মন্থৰ আৰু অসুস্থ। 'অসমীয়া জাতিৰ আত্মবিশ্বাস কম' বুলি কওঁতে ড° ভট্টাচাৰ্যদেৱে উক্ত সামাজিক সত্যৰ প্ৰতি দৃষ্টিপাত কৰা যেন আমাৰ বোধ হৈছে।

আনন্দৰাম ঢেকিয়াল ফুকনক ড° ভট্টাচাৰ্যদেৱে অসমীয়া জাতীয়তাবাদৰ

জন্মদাতা বুলিছে। "ঢেকিয়াল ফুকনৰ ইচ্ছা আছিল অসমীয়া ল'ৰা জ্ঞানী হওক, কাৰণ জ্ঞান নোহোৱাটো পাপ। দ্বিতীয়তে, কৃষি আৰু উদ্যোগত যন্ত্ৰৰ প্ৰয়োগ কৰি উন্নতি সাধিবলৈও জ্ঞান লাগে। কৃষি কৰ্মাদি বাঢ়িলে বাণিজ্য কৰ্ম বঢ়াবলৈ ভাল হ'ব আৰু এই বাণিজ্য কৰিবলৈ অসমীয়া ধনৱন্তসকলে সঞ্চিত ধন তাত খটুৱাব লাগিব।"—এইটোয়ে এখন উন্নত পুঁজিবাদী সমাজ গঠন কৰাৰ সপোন আছিল সেই কথা স্পষ্ট। যোৱা এশবছৰে অসমীয়া বুদ্ধিজীৱীসকলেও এই সপোনকে সাঁবোগাত কৰি আহিছে। অসমীয়া জাতীয়তাবাদৰ কেৰোণ তাতেই।

সাংস্কৃতিক প্ৰক্ৰিয়া বৰ জটিল। প্ৰত্যেক সংস্কৃতিৰ কিছুমান মৌলিক ধ্যান-ধাৰণা থাকে। এইবোৰৰ জৰিয়তে মানৱ-অভিজ্ঞতা পৰিশীলিত আৰু সংগঠিত হয়। প্ৰথম ধাৰণাটো জগতৰ সৃষ্টি সম্পৰ্কীয়। এই ধাৰণাই পৰিপাৰ্শ্বৰ প্ৰতি থকা মানুহৰ দৃষ্টিভংগী প্ৰকাশ কৰে; লগতে বহিৰ্জগতৰ সৈতে সম্পৰ্ক আৰু যোগাযোগ স্থাপনত মানুহক সহায় কৰে। অসমীয়া সংস্কৃতিৰ এই মৌলিক ধাৰণাটো উপনিষদ আৰু আধুনিক বিজ্ঞানৰ যৌথ প্ৰক্ৰিয়াৰ ফল হিচাপে ড° ভট্টাচাৰ্যই সাব্যস্ত কৰে। দ্বিতীয় ধাৰণাটো ব্যক্তিৰ সামাজিক দায়বদ্ধতাৰ ওপৰত প্ৰতিষ্ঠিত। ব্যক্তিয়ে সমাজৰ প্ৰতি থকা দায়িত্ব কেনে ধৰণে পালন কৰে, আৰু আনৰ সামাজিক অধিকাৰৰ প্ৰতি কেনে ধৰণৰ সচেতনতা দেখুৱায়—সেয়েই হৈছে উক্ত ধাৰণাৰ মূল কথা। উন্নয়নশীল জাতিসমূহৰ ইও এটা শক্তিশালী অপাৰ্থিব সাংস্কৃতিক উপাদান অসমৰ মিহলি জনগোষ্ঠীৰ মাজত এই ধাৰণা থাইকৈ সমন্বয় আৰু সহনশীলতাৰ ধাৰণা বুলি ড° ভট্টাচাৰ্যই ভাবে। কিন্তু, সময়ে সময়ে ৰাজ্যখনত উদ্ভৱ হোৱা নানা ৰাজনৈতিক আৰু সামাজিক পৰিস্থিতিৰ জটিলতাৰ চাপে তেখেতৰ এই ভাবনা বহুপৰিমাণে কল্পনাশ্ৰয়ী আৰু বাস্তৱতা-ৰহিত যেন লাগে। সাংস্কৃতিক প্ৰক্ৰিয়াৰ তৃতীয় ধাৰণাটো মানৱ-প্ৰকৃতি সম্পৰ্কীয়। এই প্ৰকৃতি সৎ-অসৎ দুই ধৰণৰ হ'ব পাৰে যাৰেই দুয়োৰে মাজত এক সংঘাত বৰ্তমান। এই সংঘাতৰ মূৰ্ত প্ৰকাশ ঘটে ধৰ্মীয় প্ৰমূল্য, দৰ্শন আৰু কলা-চেতনাৰ মাজেৰে। জ্যোতিপ্ৰসাদে এই সংঘাতৰ স্বৰূপ নিৰ্ণয় কৰি সৎ বা সুন্দৰৰ ফালে সমাজক আকৰ্ষিত কৰিবলৈ যত্নপৰ হৈছিল। ড° ভট্টাচাৰ্যয়ো অসমীয়া সমাজত সৃষ্টিৰ সৎ প্ৰেৰণা বৈ আছে বুলি মত প্ৰকাশ কৰিছে যদিও অসমীয়া সংস্কৃতিৰ নঞৰ্থক উপাদানবোৰ তেখেতে তালযৰে চিনাক্ত কৰা নাই। কৰাহেঁতেন সুখৰ কথা হ'লহেঁতেন। কাৰণ, এই ধ্যান-ধাৰণাসমূহে সংস্কৃতিৰ আধুনিকীকৰণত যথেষ্ট অৰিহণা যোগায়। যিবোৰ জাতিয়ে প্ৰাচীন পৰম্পৰাজীয়াই

ৰাখিও পশ্চিমীয়া সভ্যতাৰ উপাদান সামৰি লব খোজে সেই জাতিবোৰৰ মাজত এই সংঘাত বৰ তীব্ৰ। অসমীয়া সমাজত এই সংঘাতৰ তীব্ৰতা ড° ভট্টাচাৰ্যই লক্ষ্য কৰিছে, আৰু ইয়াৰ সূচনা উনবিংশ শতিকাৰ প্ৰথমাৰ্ধতে হয় বুলি কৈছে।

ন-প্ৰযুক্তিবিদ্যাৰ প্ৰয়োগেই সামাজিক আৰু সাংস্কৃতিক বিকাশৰ প্ৰধান কাৰক। কিন্তু এই বিকাশৰ পূৰ্ব চৰ্ত হিচাপে অবস্তুগত পৰিবৰ্তনৰ গুৰুত্বও আমি উলাই কৰিব নোৱাৰোঁ। দুয়োটাৰে সম্পৰ্কও গভীৰ। দুয়োটা পৰস্পৰ পৰিপূৰক নোহোৱা বাবে কেতবোৰ উন্নয়নশীল জাতিৰ মাজত সাংস্কৃতিক duality বা দ্বৈতাৱস্থাৰ উদ্ভৱ হৈছে। অসমীয়া সংস্কৃতিৰ মাজতো এই অৱস্থা লক্ষ্য কৰা যায়। ইয়াৰ ফল বিষময়। এই দ্বৈতাৱস্থাই সমাজখনক দ্বিখণ্ডিত কৰে। ওপৰ খণ্ডত থাকে আধুনিক শিক্ষা আৰু সা-সুবিধাপ্ৰাপ্ত এমুঠি অভিজাত লোক; তল খণ্ডত চেপা খাই থাকে অৰ্ধভুক্ত, অশিক্ষিত গৰিষ্ঠ সংখ্যক সাধাৰণ লোক। বৃটিছৰ শাসন-কালত অসমীয়া জনসাধাৰণৰ যি ঐহিক অৱস্থা স্বাধীনতাৰ পিছতো তাৰ কোনো সাল সলনি ঘটা নাই। মাথোন নতুন নতুন অভিজাত শ্ৰেণীহে সৃষ্টি হৈছে। ফলত, সমাজত বিচ্ছিন্নতাবোধৰ সৃষ্টি হৈছে—পৰ্বত-ভৈয়াম সকলো স্তৰতে। অসমীয়া সংস্কৃতিৰ এই দিশটোৰ প্ৰতি ড° ভট্টাচাৰ্যই প্ৰয়োজনীয় দৃষ্টি নিক্ষেপ কৰা নাই।

অসমীয়া 'মধ্যবিত্ত শ্ৰেণীৰ সাংস্কৃতিক আন্দোলনত উদাৰ ধাৰা এটি নোহোৱা নহয়' বুলি ড° ভট্টাচাৰ্যই উল্লেখ কৰিছে। কিন্তু, এই উদাৰতাৰ প্ৰকৃতি কেনে, প্ৰকৃততে সেয়া উদাৰতা নে আইন কিবা—এই প্ৰশ্নৰ সম্ভেদ তেখেতে আমাক দিয়া নাই। সাহিত্যৰ ক্ষেত্ৰত ৰাষ্ট্ৰীয় পৃষ্ঠপোষকতা বাঢ়িছে; কিন্তু প্ৰকাশন-উদ্যোগৰ বিকাশ আশানুৰূপ নহয় বুলি তেখেতে ভাবে। আধুনিক অসমীয়া সাহিত্য আৰু প্ৰকাশন উদ্যোগ সুবিধাবাদী বা সংকীৰ্ণ ৰাজনৈতিক দৃষ্টিৰ কবলত পৰিছে বুলি ভবাৰো যুক্তি আছে। 'এইবোৰত চৰকাৰ বা ৰাষ্ট্ৰৰ নিয়ন্ত্ৰণ নথকাই শ্ৰেয়।' কিন্তু চৰকাৰ বা ৰাষ্ট্ৰৰ পোনপটীয়া নিয়ন্ত্ৰণ নথকা অনুষ্ঠান-প্ৰতিষ্ঠানসমূহৰ অৱস্থাও যে তথৈবচ এই কথা ড° ভট্টাচাৰ্য্যৰ কলমৰপৰা সৰকি গৈছে। সাহিত্য-সংস্কৃতিৰ অনুষ্ঠানবোৰৰ বিত্তীয় আৰু প্ৰশাসনীয় নিয়ন্ত্ৰণ সম্পূৰ্ণৰূপে সাহিত্যিক বা শিল্পীৰ হাতত এৰি দিলে সেইবোৰৰ লাউলোৱা অৱস্থা হ'ব। তেনে লোকে অনুষ্ঠানটোৰ বা সমাজৰ সামূহিক বিকাশৰ পৰিৱৰ্তে ৰাজহুৱা ধনৰ বিনিময়ত ধন-যশ-খিতাপৰ বাবেহে যত্ন কৰে। অসমৰ কলা-সংস্কৃতিৰ ক্ষেত্ৰত এই অনুষ্ঠানবোৰে লোৱা ভূমিকা সম্পৰ্কে যথেষ্ট আলোচনাৰ অৱকাশ আছে। অসমীয়া সংস্কৃতিৰ আনুষ্ঠানিক ৰূপটোৰ সম্পৰ্কে ড° ভট্টাচাৰ্যই লাঘিলেৰ কোৱা নাই।

# ভট্টাচাৰ্যৰ ৰাজনৈতিক আৰু সামাজিক চেতনা

ডক্টৰ নবীনচন্দ্ৰ শৰ্মা

'চেতনা' সংস্কৃত শব্দ। ইয়াৰ ইংৰাজী প্ৰতিশব্দ consciousness শব্দটো আহিছে—লেটিন cōnscius—cōnscire শব্দৰপৰা ; অৰ্থ হৈছে—'to know' অৰ্থাৎ জনা।[১] চেতনা বা চৈতন্যই জীৱন্ত প্ৰাণীৰ প্ৰধান লক্ষণ। জীৱ, আত্মা আৰু মন, চেতনা বা চৈতন্যৰ সমাৰ্থক শব্দ। ভৱভূতিৰ 'উত্তৰ-ৰামচৰিত'ত চৈতন্য শব্দটো সজাগতা অৰ্থাৎ consciousness অৰ্থত প্ৰয়োগ কৰা হৈছে।[২] কোনো বিষয় সম্পৰ্কীয় চেতনা অৰ্থাৎ চাৰিওফালে সংঘটিত ঘটনা-প্ৰবাহৰ প্ৰতি থকা অৱগতিয়েই সচেতনতা বা consciousness।[৩] চেতনা বিভিন্ন প্ৰকাৰৰ হ'ব পাৰে ; যেনে—প্ৰজাতীয় চেতনা (consciousness of race), সামাজিক চেতনা (social consciousness), ৰাজনৈতিক চেতনা (political consciousness), বস্তুবাদৰ চেতনা (consciousness of materialism) ইত্যাদি।

মানৱ সামাজিক জীৱ। মানৱে সমাজ পাতি থাকিবলৈ লোৱাৰেপৰা সমাজ-জীৱনত সংঘটিত নানা ঘটনা বা কাৰ্যৰ সজাগতাই মানৱৰ চিন্তা জগতত ক্ৰিয়া কৰে। তেনেদৰে সৃষ্টি হয়—সামাজিক চেতনাৰ আৰু ৰাজনীতিও যিহেতু সমাজ-জীৱনৰ অঙ্গীভূত, গতিকে স্বাভাৱিকতে মানৱৰ চিন্তাৰ মনোমণ্ডলত ৰাজনৈতিক সজাগতাই আলোড়নৰ সৃষ্টি কৰে ; আৰু তেনেদৰে সৃষ্টি হয়—ৰাজনৈতিক চেতনাৰ। সৰ্বসাধাৰণে এই চেতনাবোধক ভাষাময় ৰূপ দিব নোৱাৰে, কিন্তু বিলক্ষণ চিন্তাবিদ, বিলক্ষণ স্ৰষ্টা, বিলক্ষণ শিল্পী তেওঁলোকে আৰ্টৰ সহায়ত, কলাৰ মাধ্যমত, নান্দনিক শৈলীত সেই চেতনাবোধক মূৰ্ত কৰে, প্ৰাণ দিয়ে।

---

১. Chambers *Dictionary*, p. 276.

২. উত্তৰ ৰামচৰিত, ১।৪৮

৩. "The state of being conscious, awarness, especially of what is happening around one."

—Webster's *New World Dictionary*, p. 312.

ড° বীৰেন্দ্ৰকুমাৰ ভট্টাচাৰ্য বিংশ শতিকাৰ এগৰাকী উল্লেখযোগ্য চিন্তাবিদ, বিশিষ্ট শিল্পী আৰু স্ৰষ্টা। তেওঁৰ চিন্তাত, শিল্পকৰ্মত আৰু সৃষ্টিত সমকালীন সমাজ-জীৱনৰ বিভিন্ন চেতনাৰ বাঙ্ময়ৰূপ সুস্পষ্ট। তেওঁৰ সৃষ্টিত ৰূপায়িত হোৱা বিভিন্ন চেতনাৰ পূৰ্ণ বিশ্লেষণ দিবলৈ নগৈ আমি কেৱল ৰাজনৈতিক চেতনা আৰু সামাজিক চেতনাৰ বিষয়েহে আলোচনা কৰিম।

## ৰাজনৈতিক চেতনা

প্ৰসিদ্ধ গ্ৰীক পণ্ডিত এৰিষ্টটল (Aristotle)য়ে কৈছিল—"......man is by nature a political animal."[৪] প্ৰকৃতিৰদ্বাৰা সৃষ্ট ৰাজ্যত মানৱ প্ৰকৃতিগত-ভাৱেই ৰাজনৈতিক জীৱ; আৰু যিজন মানৱ কেৱল দুৰ্ঘটনা ব্যতিৰেকে, প্ৰকৃতিগতভাৱে ৰাজ্যবিহীন তেওঁ, হয়তো মানৱতাৰ উৰ্ধত হ'ব লাগিব, নহয়তো ইয়াৰ নিম্নত হ'ব লাগিব। তেনে মানৱৰ বিষয়ে ক'ব পাৰি—'tribeless, lawless, hearthless one."[৫]

জীৱ-জন্তুৰ ভিতৰত ভাল-বেয়া আৰু ন্যায়-অন্যায়ৰ অনুভূতি বিশিষ্ট মানৱ, সমাজপ্ৰিয় জীৱ আৰু মানৱৰ সমাজ প্ৰিয়তাৰ ফলশ্ৰুতিয়েই পৰিয়াল আৰু ৰাজ্যৰ জন্ম-নীড়। ৰাজ্যিক ধাৰণাৰ উৰ্ধত মানৱৰ অস্তিত্ব অনুমান কৰিব নোৱাৰি, গতিকে ৰাজনৈতিক চেতনা কম-বেছি পৰিমাণে স্বাভাৱিক প্ৰৱণতা।

ৰাজনীতি স্বৰূপাৰ্থত ভুৱা দেশ-প্ৰেমিকৰ লীলা-খেলা নহয়। প্ৰকৃত ৰাজনীতি সত্যৰ উপাসনা মাথোন। ড° ভট্টাচাৰ্যই ৰাজনীতিক নতুন মানুহ গঢ়াৰ কলাৰূপেহে গ্ৰহণ কৰিছে।[৬] মহাত্মা গান্ধীৰ দৃষ্টিত ৰাজনীতি সত্য-উপাসনাৰ মাধ্যম বিশেষ। তেখেতৰ ভাষাত—"That is why my devotion to Truth has drawn me into the field of politics ; and I can say without the slightest hesitation, and yet in all humility, that those who say that religion has nothing to do with politics do not know what religion means."[৭]

---

৪. Benjamin Jowett (tran): Aristotle's *Politics*, p. 28.

৫. প্ৰাগুক্ত গ্ৰন্থ

৬. ড° বীৰেন্দ্ৰকুমাৰ ভট্টাচাৰ্য: ৰাজপথে ৰিঙিয়াৱ, পৃ. ৯৬

৭. M. K. Gandhi: *My Experiments with Truth*, p. 371.

ৰাজনীতিৰ প্ৰয়োজন ইমানতেই শেষ নহয়—বিপ্লৱৰ সহায়েৰে মানুহৰ মনৰ সকলো দুখ গুচাবৰ বাবে ৰাজনীতি কৰিবই লাগিব।[৮]

প্ৰাচীন কালত ৰাজনীতিকেই বোলা হৈছিল দণ্ডনীতি। দণ্ডনীতি সকলোৱে জানিব লাগিছিল। কৌটিল্যই সমীচীন মন্তব্য প্ৰকাশ কৰিছে—"It is on this science of government that the course of the progress of the world depends.[৯] জনতাৰ কল্যাণকৰ হ'বলৈ হ'লে ৰাজনীতি হ'ব লাগিব শোষণমুক্ত।[১০]

সক্ৰিয় ৰাজনীতিত ড° ভট্টাচাৰ্যৰ পূৰ্ণ আস্থা; কিন্তু ক্ষমতাৰ ৰাজনীতিত তেওঁ আস্থাবিহীন। সক্ৰিয় ৰাজনীতিত অংশ গ্ৰহণ কৰা মানেই ক্ষমতাৰ ৰাজনীতি কৰা বুজায়। লোকনায়ক জয় প্ৰকাশৰ ভাষাত কবলৈ গলে —"আমি কোনো ৰাজনৈতিক দলৰ অঙ্গীভূত নহওঁ, আমি প্ৰত্যক্ষ আৰু পৰোক্ষভাৱে স্থিতি বা ক্ষমতাৰ বাবে কোনো ধৰণৰ ৰাজনৈতিক নিৰ্বাচনত কেতিয়াও ভাগ নলওঁ আৰু ভৱিষ্যতলৈও নলম। সেই বুলি ৰাজনৈতিক ক্ষেত্ৰত কি হৈছে, আমাৰ গণতন্ত্ৰ আৰু ইয়াৰ বিভিন্ন অনুষ্ঠানসমূহে কি দৰে কাৰ্য সম্পাদন কৰিছে তাৰ বিষয়েও আমি সচেতন নথকাটোকেই ই সূচিত কৰে নেকি? যদি গণতন্ত্ৰ বিপদাপন্ন হৈ পৰে, যদি ৰাজনৈতিক বিশৃংখলতা আৰু এক নায়কত্বৰ বিপদে দেখা দিয়ে, তেন্তে কি আমি আত্মতৃপ্ত হৈ পিছমুখ দি বহি থাকিম; আৰু ৰাজনীতিৰ সৈতে আমাৰ কৰিবলৈ একো নাই বুলি অলস হৈ বহি থাকিম?"[১১]

গান্ধী, ৰামমনোহৰ লোহিয়া ('The stormy petrel of the Indian Socialist movement'[১২]) আচাৰ্য নৰেন্দ্ৰদেৱ, লোকনায়ক জয়প্ৰকাশ নাৰায়ণ, অচ্যুত পট্টবৰ্ধন, য়ুচুফ মেহেৰালী (Yusuf Meherally) আদি সমাজবাদী নেতাসকলৰ ৰাজনৈতিক চেতনাৰ আৰু আদৰ্শৰ লগত ড° ভট্টাচাৰ্যৰ ৰাজনৈতিক চেতনা আৰু আদৰ্শৰ সাদৃশ্য বৰ্তমান। আমি বাস্তৱ ক্ষেত্ৰতো

---

৮ ড° বীৰেন্দ্ৰকুমাৰ ভট্টাচাৰ্য: ৰঙাঘেৰ, পৃ. ৮২

৯. Dr. B. B. Majumdar: *Political Science and Government, Preface*, p.V.

১০. ড° বীৰেন্দ্ৰকুমাৰ ভট্টাচাৰ্য: ৰঙাঘেৰ, পৃ: ৭২

১১. A. Bhattacharjea: *Jayaprakash Narayan*, p. 5 (অনূদিত)

১২. Jayaprakash Narayan: *Search for an Ideology*, Intro p xxix.

দেখিবলৈ পাইছোঁ যে, সমাজবাদী ৰাজনৈতিক দৰ্শনৰ ওপৰত ড° ভট্টাচাৰ্যৰ পূৰ্ণ আস্থা। তেওঁৰ ভাষাত—"সেই সময়ত মই সমাজবাদী ৰাজনৈতিক দৰ্শনৰ প্ৰতি গভীৰভাৱে আকৃষ্ট হৈছিলোঁ। এতিয়াও অৱশ্যে মই সেই দৰ্শনত বিশ্বাস কৰোঁ।"[১৩] ইয়াৰপৰা সহজে অনুমান কৰিব পাৰি যে, ড° ভট্টাচাৰ্যৰ ৰাজনৈতিক চেতনা আৰু সামাজিক চেতনাত সমাজবাদী ৰাজনৈতিক দৰ্শনৰ গভীৰ আৰু স্পষ্ট প্ৰভাৱ বিদ্যমান।

ভাৰতীয় গণতান্ত্ৰিক সমাজবাদৰ ৰাজনৈতিক আৰু সামাজিক চিন্তাধাৰাৰ ক্ৰমবিকাশৰ লগত ড° ভট্টাচাৰ্যৰ ৰাজনৈতিক আৰু সামাজিক চেতনাৰ ক্ৰমবিকাশ আৰু অগ্ৰগতিৰ সাদৃশ্য চকুত লগা। তেওঁৰ সমাজবাদী ৰাজনৈতিক দৰ্শনৰ পৰিপুষ্টিত টমপেইন, ৰয়েন, এব্ৰাহাম লিন্‌কলন, মাৰ্ক্স, লেনিন, গান্ধী, ইগ্‌নেজি-অচাইলন, সুভাষ বসু, মেহেৰালী, ভাৱে, জয়প্ৰকাশ, গ্ৰিয়েষ্ট্ৰ স্পাইন আদি চিন্তানায়কৰ আদৰ্শ আৰু দৰ্শনৰ গভীৰ প্ৰভাৱ সুস্পষ্ট। ড° ভট্টাচাৰ্যৰ ৰাজনৈতিক চিন্তা-চেতনাৰ বিকাশ আৰু পৰিপুষ্টিত গান্ধী-লোহিয়া-জয়প্ৰকাশৰ আদৰ্শৰ প্ৰভাৱ কিমান গভীৰ তাৰ আভাস পোৱা যায় তেওঁৰ গ্ৰন্থৰাজিৰপৰা। উদাহৰণ স্বৰূপে :—

(ক) 'নৃসিংহৰ দৰে এই যুগতো দৰিদ্ৰ নাৰায়ণৰ অৱতাৰ হৈছে। সেই অৱতাৰ তাৰ মতে গান্ধী।'[১৪]

(খ) 'জয়প্ৰকাশ নাৰায়ণ জেলৰপৰা পলাই আছি ভালেই কৰিছে।'[১৫]

(গ) 'লোহিয়াই বিপ্লৱীসকল আগবাঢ়িব লাগে বুলি লিখা পুস্তিকাখন পঢ়ি মোৰ এই ধাৰণা আৰু দৃঢ় হৈছে।'[১৬]

মাৰ্ক্স, গান্ধী, জয়প্ৰকাশ আদিৰ নিচিনাকৈ ড° ভট্টাচাৰ্যয়ো বিশ্বাস কৰে যে সমাজবাদী ৰাজনৈতিক দৰ্শন বিশ্বাসী নেতাসকল এক প্ৰকাৰে social-scientist।[১৭] এই প্ৰসঙ্গত জয়প্ৰকাশৰ এটি মন্তব্য তুলনীয়—"I approach Lohia's address as a Marxist. Frankly, even then

১৩. অধ্যাপক শ্ৰীনগেন শইকীয়া (সম্পাদিত) : আধুনিক অসমীয়া সাহিত্যৰ অভিলেখ, পৃঃ ২০১

১৪. ড° বীৰেন্দ্ৰকুমাৰ ভট্টাচাৰ্য : মৃত্যুঞ্জয়, পৃ. ৭

১৫. প্ৰাগুক্ত গ্ৰন্থ, পৃ. ১২৯

১৬. প্ৰাগুক্ত গ্ৰন্থ

১৭. ৰাজপথে ৰিঙিয়ায়, পৃ. ৭৪

I have no difficulty in accepting what he has said. Marxism is not a dogma. It is a scientific method of studying changes in society and bringing about social change..."[১৮]

স্বৰাজ আমাৰ জন্ম স্বত্ব।[১৯] স্বৰাজ কোনোবাই আমাক উপহাৰ হিচাপে দিয়া বস্তু নহয়। ইগ্‌নেজিও চাইলোনৰ অমৰ চৰিত্ৰ প্ৰিয়েট্ৰ স্পাইনে কৈছিল—'Liberty is not a thing that you are given as a present." [২০] লোকমান্য বাল গঙ্গাধৰ তিলকেও গভীৰ আত্ম-প্ৰতীতিৰে উদাত্ত কণ্ঠেৰে কৈ উঠিছিল—"Swaraj is our birth right." আমাৰ জন্ম স্বত্ব স্বৰাজ লাভৰ বাবে জাতি-বৰ্ণ-ধৰ্ম নিৰ্বিশেষে সৰ্বস্তৰৰ নৰ-নাৰীয়ে সংঘৰ্ষ কৰিব লাগিব, সংগ্ৰাম কৰিব লাগিব। এই সংগ্ৰাম সহিংস হ'ব নোৱাৰে, অহিংস হ'ব লাগিব। -ভট্টাচাৰ্যৰ ভাষাত—'হিংসাৰে আমি একো কৰিব নোৱাৰিমহঁক'।[২১] অহিংসা সংগ্ৰাম গান্ধীৰ পথ। গান্ধীজীয়ে কৈছিল—"অহিংসা মানৱ জাতিৰ হাতত থকা ডাঙৰ শক্তি। মানৱৰ উদ্ভাৱনী দক্ষতাই সৃষ্টি কৰা জগত বিধ্বংসী প্ৰবলতম অস্ত্ৰতকৈও শক্তিশালী। ধ্বংস মানৱৰ নিয়ম নহয়। মানৱে আৱশ্যক হ'লে নিজৰ ভায়েকৰ হাতত মৰিবলৈ সাজু থাকি, কিন্তু আপোনঘাতী হৈ মৰিবলৈ সাজু নাথাকি স্বাধীনভাৱে জীয়াই থাকিবলৈ শিকাৰে। প্ৰত্যেকটো হত্যাই বা আঘাতেই, তাৰ কাৰণ যিয়েই নহওক লাগে, নিজেই কৰা হওক অথবা আনে কৰাই হওক—সেই হত্যা বা আঘাত মানৱতা বিৰোধী অপৰাধ। ...আনৰ ওপৰত দুখ-কষ্ট জাপি দি প্ৰকৃত আনন্দ পোৱা নাযায়, আনৰ দুখ স্বেচ্ছাই নিজে বহন কৰিহে প্ৰকৃত আনন্দ পোৱা যায়।"[২২] গান্ধীজীয়ে কৈছিল যে, সত্যৰ বাহিৰে আন কোনো ঈশ্বৰ নাই আৰু এই সত্য উপলব্ধি কৰিব পাৰি,—অহিংসাৰদ্বাৰাহে। তেখেতৰ ভাষাত: "My uniform experience has convinced me that there is no other God than Truth···the only means for the realisation of Truth is Ahimsa......"[২৩] মহাত্মা গান্ধীৰ এই ৰাজনৈতিক চেতনাৰ সুৰতে সুৰ মিলাই ভট্টাচাৰ্যয়ো

১৮. Jayaprakash Narayan : *Politics in India*, p. 98.

১৯. ড° বীৰেন্দ্ৰকুমাৰ ভট্টাচাৰ্য : কলং আজিও বয়, পৃ. ৮৫

২০. ড° বীৰেন্দ্ৰকুমাৰ ভট্টাচাৰ্যৰ 'ৰাজপথে ৰিঙিয়ায়' (পৃঃ ১২১)ৰ পৰা উদ্ধৃত।

২১. ড° বীৰেন্দ্ৰকুমাৰ ভট্টাচাৰ্য : 'মৃত্যুঞ্জয়' পৃ. ৪১.

২২. J. B. Kripalani : *Gandhi, His Life and Thought*, p. 350.

২৩. M. K. Gandhi : *My Experiment with Truth*, p. 340.

কৈছে—মানুহ মৰমবাকৈ যদি খুঁজিব পাৰিলোহেঁতেন, তেন্তে কিমান সুন্দৰ হ'লহেঁতেন। ...মহাত্মা বাহিৰত থকাহেঁতেনো কিজানি এনে খুঁজ নহ'লহেঁতেন।"[24]

"কোনো মৰমবাকৈ প্ৰেমৰ শক্তিৰে লক্ষ্য জয় কৰা হ'লেহে কিজানি তাৰ হিয়া শাঁত পৰিলহেঁতেন।"[25]

"শক্তিৰ আধৰা য'ত ত'ত প্ৰেম-কৰুণা-বিশ্বাস থাকিব নোৱাৰে।"[26]

ভট্টাচাৰ্যই সংঘৰ্ষ বা সংগ্ৰাম সমৰ্থন কৰে ; কিন্তু তেওঁ অশান্তিৰ পৰিপন্থী।[27] তেওঁ নিশ্চিতে যে, হিংসাত্মক সংগ্ৰাম কৰি, এখন-দুখন ট্ৰাক পুৰি স্বাধীনতা লাভ কৰিব নোৱাৰি।"[28]

হিংসা আৰু অহিংসাৰ সংঘাতত ক্ষত-বিক্ষত 'ৰূপনাৰায়ণ'ৰ পূৰ্বৰ ধাৰণাৰ সম্পূৰ্ণ বিপৰীতে অৰ্থাৎ অহিংসাৰ ফালে অগ্ৰসৰ হৈছে—"ধ্বংসৰ দৃশ্য দেখাৰ আগলৈকে ৰূপনাৰায়ণ অবিচলিত আছিল হিংসাৰ আদৰ্শত। কিন্তু হিংসাই আনন্দ নিদিয়ে। নহ'লে কিয় মন-প্ৰাণ-হৃদয় আটাইবোৰ তিক্ত কৰি পেলাইছে। এতিয়া যদি তাক কোনোবাই এপাহ কোমল ৰঙা গোলাপফুল দিয়েহি সি তাত সৌন্দৰ্য বিচাৰি নেপাব। কাৰণ এই ফুলপাহত বিটো ৰং থাকিব সেই ৰং মৰা মানুহবোৰৰ তেজৰ ৰঙৰ দৰে হ'ব। সি আকৌ নিৰ্মল মনেৰে সন্ধিয়াৰ সূৰ্যাস্তৰ ৰং উপলব্ধি কৰিব নোৱাৰিব—কাৰণ সেই ৰং বধ কৰা লোকবোৰৰ ৰঙৰ দৰে হ'ব। নোৱাৰিলে নোৱাৰিব। তাত কি কথা আছে। তাৰ জানিবা মনৰ সূক্ষ্ম সৌন্দৰ্যবোধ হেৰাই যাব, কিন্তু ভৱিষ্যতৰ ভাৰতীয় নাগৰিকবোৰৰ মনৰ অকণো হানিবিঘিনি নহয় ; সিহঁতে যুদ্ধ নেদেখে, যুদ্ধহীন অহিংসাত সিহঁতে হাঁহিব, মাতিব, গাব, প্ৰেম কৰিব। তথাপি দেখোন বিবেকে মনা নাই। ঠিকেইটো গান্ধীয়েতো তাকে কৈ গ'ল আমাক— এতিয়া এই মুহূৰ্তবপৰা হিংসা এৰা। এই মুহূৰ্তবপৰা প্ৰেমৰ সংগ্ৰাম আৰম্ভ কৰা—।"[29] গান্ধীৰ ভাষাত ক'বলৈ গ'লে—Whenever there are jars,

---

২৪. ড. বীৰেন্দ্ৰকুমাৰ ভট্টাচাৰ্য : মৃত্যুঞ্জয়, পৃ. ১৮০

২৫. ঐ : মৃত্যুঞ্জয়, পৃ. ১৮১

২৬. ঐ : শতঘ্নী, পৃ. ১৪৩-৪৪

২৭. ঐ : ৰাজপথে ৰিঙিয়ায়, পৃ. ৫৫

২৮. ঐ : ইয়াৰুইঙ্গম, পৃঃ ২০৩

২৯. ঐ : পৃ. ১৮৭

wherever you are confronted with an opponent, conquer him with love."[৩০]

ভট্টাচাৰ্যৰ ৰাজনৈতিক চেতনা যে অহিংসাবাদী তাৰ স্পষ্ট প্ৰমাণ ইয়াতকৈ আৰু বেছি দিব পাৰি। তেওঁ কৈছে: "সশস্ত্ৰ আক্ৰমণে সভ্যতা আৰু মানৱ জাতিক ধ্বংস কৰে।"[৩১]

ৰাম মনোহৰ লোহিয়াই কৈছে যে, অস্ত্ৰই অসাম্য আৰু অন্যায় কোনো দিনে দূৰ কৰিব নোৱাৰে; বৰং অস্ত্ৰৰ বিলুপ্তি সাধন কৰিব পাৰিলেহে অসাম্য আৰু অন্যায়ৰ কাঠ-সংস্কাৰ দিব পৰা হ'ব। বহুতে আকৌ ভাৱে যে আণৱিক অস্ত্ৰৰ সহায়ত সামাজিক পৰিবৰ্তন ঘনীভূত কৰিব পাৰি। কিন্তু দৰাচলতে অস্ত্ৰৰ সহায়ত বাঞ্ছিত সমাজ পৰিবৰ্তন যিমান টান, অস্ত্ৰ-বিহীন জনতাৰ শক্তিৰ ওপৰত প্ৰতিষ্ঠিত সত্যাগ্ৰহৰদ্বাৰা সেই পৰিবৰ্তন আশাতীতভাৱে কৰিব পাৰি। ভট্টাচাৰ্যৰ ভাষাত—"Time has come to concede that unarmed Satyagraha backed by people's power is emerging as an effective tool of social change."[৩২] পৃথিৱীৰ নিৰ্যাতিতসকলে, তেওঁলোকৰ অৱস্থাৰ সমুন্নতি অন্বেষে কৰিব নোৱাৰে, সত্যাগ্ৰহেৰেহে পাৰিব। ভট্টাচাৰ্যৰ ভাষাৰে ক'বলৈ গ'লে— "The oppressed people of the earth is, therefore, in need of an alternative tool. Many thinkers to-day concede that this tool can be no other than Satyagraha"[৩৩]

পৃথিৱীৰ প্ৰকৃত সাধুসকল একগোট হৈ অস্ত্ৰ-শস্ত্ৰৰ বিলোপ সাধনৰ বাবে পৃথিৱীজুৰি সত্যাগ্ৰহ কৰা উচিত আৰু অস্ত্ৰ-শস্ত্ৰৰ অনুকল্প এটি বিচাৰি উলিয়াবলৈ যত্ন কৰা উচিত। ভাৰতত মহাত্মা গান্ধীৰ বিপ্লৱী ঐতিহ্য এতিয়াও বৰ্তমান। এই ক্ষেত্ৰত অনেকে নতুন কাৰ্যপ্ৰণালী উদ্ভাৱন কৰিব পাৰে।

৩০. J. B. Kripalani: *Ganhdi, His Life and Thought*, p. 348.

৩১. "To use them is to destroy civilisation and mankind."
Dr. B. K. Bhattacharyya: *World Satyagraha for Abolition of Weapons. (The Assam Tribune, 23rd August '81)*

৩২. Dr. B. K. Bhattacharyya: *World Satyagraha for Abolition of Weapons. (The Assam Tribune, 23rd August '81).*

৩৩. Dr. B. K. Bhattachryya: *World Satyagaha for Abolition of Weapons (The Assam Tribune, 23rd August '81).*

ৰাম মনোহৰ লোহিয়াৰ ডেকা-শিষ্যসকলে মনত ৰখা ভাল হ'ব যে, তেখেতে, তেখেতৰ সৰ্ব্ব বিপ্লৱৰ পৰিকল্পনাত সত্যাগ্ৰহক অগ্ৰাধিকাৰ দিছিল। গতিকে গান্ধীবাদী আৰু লোহিয়াবাদী উভয়ে পৃথিৱীৰপৰা অস্ত্ৰ-শস্ত্ৰ বিলোপ কৰিবৰ বাবে পৃথিৱীজুৰি জনতাৰ সত্যাগ্ৰহ আৰম্ভ কৰা উচিত।[৩৪]

গান্ধীয়েও কৈছিল—যুদ্ধৰ নৈতিক অনুকল্প হ'ল সত্যাগ্ৰহ। কৃপালনিৰ ভাষাত ক'বলৈ গ'লে :—"Humanity must, therefore, find some other way than crooked diplomacy, violence and war for the solution of political and international problems involving iujustice, tyranny and cruelty. Gandhiji's Satyagrha shows the way. It is a moral substitute for war."[৩৫] ড° ভট্টাচাৰ্যৰ এই সত্যাগ্ৰহী চেতনা সম্পূৰ্ণভাৱে গান্ধী-দৰ্শন প্ৰসূত।

সত্যাগ্ৰহীৰ অপৰিহাৰ্য গুণ অহিংসা। গান্ধী-দৰ্শন মতেও সত্যাগ্ৰহীৰ সত্যৰ প্ৰতি গভীৰ শ্ৰদ্ধা থাকিব লাগিব। অহিংসা, সত্যৰ স্বাভাৱিক পৰিণতি। হিংসাত থাকে অসত্য। সত্য আৰু অহিংসা একোটা মুদ্ৰাৰে দুখন পিঠি সদৃশ; ইটোৰপৰা সিটোক পৃথক কৰিব নোৱাৰি।[৩৬] গতিকে প্ৰকৃত সত্যাগ্ৰহীৰ বাবে প্ৰয়োজন অহিংসাৰ। অহিংসাৰদ্বাৰা উদ্বুদ্ধ হৈয়েই "গোসানী"য়ে কৈ উঠিছিল :—"মহাত্মাই শুদ্ধ কথাকে কৈছিল। মৰিবা কিন্তু নামাৰিবা। কিন্তু তোমালোকে মৰাতো ধৰিলা। এই দুখকণ থাকিল।"[৩৭]

"হিংসাইদি মানুহৰ উন্নতি নহয়।"[৩৮]

"হিংসাৰে হিংসাক দমন নকৰাকৈ শান্তিৰেও মানুহৰ মন শাঁত পেলাব পাৰি।"[৩৯]

"অহিংসাৰ পথ সত্যৰ পথ, ভগৱানৰ পথ।"[৪০]

"অহিংসা পালন আটাইতকৈ টান কাম।"[৪১]

---

৩৪. Ibid

৩৫. J. B. Kripalani : *Gandhi, His Life and Thought*, p. 347.

৩৬. Ibid p. 347-48.

৩৭. ড° বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্য : মৃত্যুঞ্জয়, পৃঃ ২৫৪

৩৮. : ইয়াৰুইঙ্গম পৃঃ ২০০

৩৯. প্ৰাগুক্ত গ্ৰন্থ পৃঃ ২৩৭

৪০. প্ৰাগুক্ত গ্ৰন্থ পৃঃ ২৫৮

৪১. প্ৰাগুক্ত গ্ৰন্থ পৃঃ ২৫২

মুক্তি সকলোৱে বিচাৰে। এই মুক্তিৰ বাবে ভাৰতবৰ্ষৰ জাতি-বৰ্ণ-ধৰ্ম নিৰ্বিশেষে, আবাল-বৃদ্ধ-বনিতাই অহিংস সংগ্ৰাম কৰিছে। ভাৰতবৰ্ষৰ বাহিৰেও "সমগ্ৰ পৃথিৱীৰ পদদলিত জাতিবোৰে মুক্তিৰ সংগ্ৰাম কৰিছে।"[৪২]

ভাৰতবৰ্ষই স্বাধীনতা পালে। স্বৰাজ বিপথে পৰিচালিত মুষ্টিমেয় বুদ্ধিজীৱীৰ অমূৰ্ত সংপ্ৰত্যয় নহয়। স্বৰাজ মূৰ্ত বস্তু, ই সৰ্বস্তৰৰ নৰ-নাৰীৰ বাবে।[৪৩]

গান্ধীৰ মতে ভাৰতীয় স্বাধীনতা-যুদ্ধৰ মূল লক্ষ্য আছিল—নিজৰ দেশক দাসত্বৰপৰা মুক্ত কৰা। ভাৰতীয় স্বাধীনতাৰ আন্দোলন মুষ্টিমেয় বুদ্ধিজীৱীৰ নহয়—জনতাৰ। জয়প্ৰকাশৰ ভাষাত—'He (Gandhiji) was a national leader fighting for the freedom of his country ; nay, he was a world leader of humanity working to free his fellow men from bondage. The Indian freedom movement was a people's movement par excellence. It was not *rājaniti* (politics of the state) but *lokniti* (politics of the people)"[৪৪]

ভাৰতীয়সকলে বিচৰা স্বৰাজ পালেনে? নাই পোৱা। ভট্টাচাৰ্যৰ মতে ৰাজনৈতিক স্বাধীনতা মানেই প্ৰকৃত স্বাধীনতা নহয়। তেওঁৰ ভাষাত :—"এই স্বাধীনতা আমাৰ নহয়, জনতাৰ নহয়; ই ধনীৰ, পুঁজিপতিৰ, চোৰাং বেপাৰীৰ, মিল-মালিকৰ, জমিদাৰৰ স্বাধীনতা।"[৪৫]

" · ···নাই, এই খুজি অনা স্বাধীনতাত জনতাৰ জীৱনৰ জীৱন্ত আশাৰ বাণী নাই, আছে মৰিশালিৰ বিকৃত উল্লাস। এই স্বাধীনতা বহুজনৰ বাবে নহয়, কেইজনমানৰ বাবে।"[৪৬]

ভাৰতীয় জনতাই স্বাধীনতাৰ বাবে ৰক্ত-গঙ্গা বোৱালে। অনেক পুত্ৰ-পিতৃহাৰা হ'ল, অনেক পিতৃ পুত্ৰহাৰা হ'ল, অনেক পত্নী-স্বামীহাৰা হ'ল, অনেক মাতৃ-পুত্ৰহাৰা হ'ল। কিন্তু স্বাধীনতা লাভ কৰাৰ পিছতো জনতাৰ অৱস্থা

৪২. ড বীৰেন্দ্ৰকুমাৰ ভট্টাচাৰ্য : মৃত্যুঞ্জয়, পৃ. ২৬৮

৪৩. "Independence is not an abstract concept for a few misguided intellectuals. It is a concret thing for all the various sections of the people."
Jayaprakash Narayan : *Search for an Ideology*, Intro, p. XXII.

৪৪. A. Bhattacharjea : *Jayaprakash Nar. yan*, p. 164.

৪৫. বীৰেন্দ্ৰকুমাৰ ভট্টাচাৰ্য : ৰাজপথে ৰিঙিয়ায়, পৃ. ১০

৪৬. প্ৰাগুক্ত গ্ৰন্থ

ক্ৰমাৎ সোঁক লগা হৈ যাব ধৰিছে। খেতিয়কৰ অৱস্থা দিনে দিনে বেয়াৰপৰা বেয়ালৈ যাবলৈ ধৰিছে।"[47] ভাৰতে স্বাধীনতা লাভ কৰাৰ লগে লগে জনসাধাৰণে ভাবিছিল—"এতিয়াৰেপৰা খাজানা মাফ্ হ'ব, গৰু-ম'হৰ দাম সস্তা হ'ব। কাপোৰ-কানি, নিমখ, তেলৰ দাম কমিব আৰু আমি মনৰ সুখত খেতি কৰিবলৈ পাম।"[48]

সেইহে জনজীৱনে ভাবিবলৈ বাধ্য—"স্বৰাজৰ কণ কৰি কি হ'ল আমাৰ? মাই খাজনাই কমিল নে বস্তুৰ দামেই কমিল?"[49]

'আল্লা আৰু ভগৱান দুয়ো ভোকত অস্থিৰ।'[50]

স্বাধীনতাৰ অৰ্থ—ৰাজনৈতিক স্বাধীনতা, অৰ্থনৈতিক স্বাধীনতা আৰু সামাজিক স্বাধীনতা। অৰ্থনৈতিক স্বাধীনতা অবিহনে ৰাজনৈতিক স্বাধীনতা অৰ্থহীন। ভাৰতৰ শতকৰা আশী ভাগেই খেতিয়ক। গতিকে খেতিয়কৰ অৰ্থনৈতিক অৱস্থা স্বচ্ছল নহ'লে ৰাজনৈতিক স্বাধীনতাও নিৰৰ্থক। ভূ-সম্পত্তিৰ সমাংশত পুনৰ্বণ্টন নীতি সমৰ্থক (agrarian) ভট্টাচাৰ্যই সুস্পষ্টভাৱে সমীচীন মন্তব্য প্ৰকাশ কৰিছে—খেতিয়কৰ স্বাধীনতাইহে প্ৰকৃত স্বাধীনতা।[51] অৰ্থনৈতিক স্বাধীনতা নহ'লে পুঁজিপতি শোষণকাৰীৰ শোষণৰপৰা গৰীব শ্ৰেণীৰ উদ্ধাৰ অসম্ভৱ। স্বাধীনতাই অৰ্থনৈতিক স্বাধীনতাৰ ক্ষেত্ৰত কোনো সমল যোগাব নোৱাৰিলে, সেইহে স্বাধীনতাৰ পিছতো দুখীয়া শ্ৰেণী দুখীয়া হৈ গৈছে; আৰু ধনীসকল আৰু ধনী হৈ গৈছে। জন-জীৱন আজি পুঁজিপতিসকলৰদ্বাৰা শোষিত:—"জনতাক শোষণৰ গৰাহৰপৰা ৰক্ষা কৰিবৰ বাবে চৰকাৰে কি ব্যৱস্থা হাতত লৈছে? স্বাধীন ভাৰতত কিয় ৰসুৱা নিৰসুৱা হয়, কিয় নিৰসুৱা ৰসুৱা হ'ব নোৱাৰে? ……ঘৰে ঘৰে আজি অৰ্থনৈতিক হাহাকাৰ কিয় বৰ্তমান।"[52]

যেতিয়ালৈকে দেশৰ জনতাই পৰিশ্ৰমৰ বিনিময়ত দুবেলা দুমুঠি পেট ভৰাই খাবলৈ নেপায় তেতিয়ালৈ স্বাধীনতা মিছা—"এ এজাদী ঝুঠী হ্যায়, দেশকী জনতা ভূখা হ্যায়।"[53]

---

৪৭. ড° বীৰেন্দ্ৰকুমাৰ ভট্টাচাৰ্য : ৰঙা মেঘ, পৃ. ৫৯

৪৮. ড° বীৰেন্দ্ৰকুমাৰ ভট্টাচাৰ্য : কলং আজিও বয়, পৃ. ১৪

৪৯. প্ৰাগুক্ত গ্ৰন্থ……পৃ. ২৫

৫০. প্ৰাগুক্ত গ্ৰন্থ……পৃ. ১১৫

৫১. প্ৰাগুক্ত গ্ৰন্থ…… পৃ. ২৬

৫২. ৰাজপথে ৰিঙিয়ায়, পৃ. ১২৪

৫৩. প্ৰাগুক্ত গ্ৰন্থ……পৃ. ১২৩

"ভুৱা স্বাধীনতা আমাক নালাগে, আমাক লাগে প্ৰকৃত স্বাধীনতা। পূৰ্ণ স্বাধীনতা। আমাক লাগে জনতাৰ ৰজাৰ; আমাক লাগে জনতাৰ চৰকাৰ। আমাক লাগে ভাত-কাপোৰ-ঘৰ আৰু সংস্কৃতিৰ অমৰ স্বাধীনতা। আজি ইতিহাসৰ পলাতিক কাহিনী। এয়ে আমাৰ ৰণধ্বনি, শান্তিৰ বাৰী, সমতাৰ সপোন।"[৫৪]

এই পূৰ্ণ স্বাধীনতাৰ সপোন দেখিছিল জয়প্ৰকাশ নাৰায়ণেও:—"But freedom or Swaraj had come by then to mean much more to me than mere national independence. Free India to me meant socialist India and Swaraj the rule of the poor and down-trodden".[৫৫]

যি স্বাধীনতাৰ বাবে ভাৰতৰ জনসাধাৰণে সৰ্বস্ব ত্যাগ কৰি অহিংস সংগ্ৰামত আত্মাহুতি দিছিল,[৫৬] সেই স্বাধীনতা ভাৰতীয় জনসাধাৰণে নেপালে। স্বাধীনতাৰ পিছৰেপৰা দেশত নিবনুৱা সমস্যাই মূৰ দাঙি উঠিল,—উৎকটৰূপে। বছৰে বছৰে শিক্ষিত নিবনুৱাৰে দেশ ভৰি পৰিল। সেইহে সমস্যা সচেতন ভট্টাচাৰ্যই আক্ষেপৰ সুৰত ক'বলৈ বাধ্য হৈছে:—"স্বাধীনতাৰ আন এটা নাম নিবনুৱা হোৱা।"[৫৭]

মহাত্মা গান্ধীৰ সপোনৰ স্বাধীনতাক, ভাৰতৰ আদৰ্শক জৱাহৰলাল নেহৰুৱে প্ৰকৃতভাৱে ৰূপ দিব নোৱাৰিলে:—"আমাৰ সুখী ভাৰত আৰু সুখী মানুহৰ স্বপ্ন মৰহি গৈছে। নেহৰুৱে আদৰ্শৰ ৰূপ দিব পৰা নাই।"[৫৮]

সমাজৰ ভুল-ত্ৰুটী সংশোধন কৰিবলৈ সামাজিক পৰিবৰ্তন সাধন কৰিবলৈ অৰ্থনৈতিক শোষণৰপৰা জনসাধাৰণক মুক্ত কৰিবলৈ, প্ৰকৃত স্বৰাজ লাভ কৰিবলৈ সৰ্বাত্মক বিপ্লৱ কৰিবই লাগিব। সৰ্বহাৰাদলৰ মুক্তিৰ বাবে সংগ্ৰাম আহ্বান কৰিবই লাগিব।[৫৯] বিপ্লৱ অবিহনে সমাজ-জীৱনৰ ৰূপান্তৰ অসম্ভৱ।

৫৪. প্ৰাগুক্ত গ্ৰন্থ......পৃ. ১১

৫৫. A. Bhattacharjea: *Jayaprakakash Narayan*, p. 149.

৫৬. " ... the freedom, the Swaraj for which I had fought and for which the people of this country had fought.
A. Bhattacharjea: *Jayaprakash Narayan*, p. 165.

৫৭. ড° বীৰেন্দ্ৰকুমাৰ ভট্টাচাৰ্য: শতঘ্নী, পৃ. ১

৫৮. : কলং আজিও বয়, পৃ. ৯০

৫৯. : প্ৰাগুক্ত গ্ৰন্থ, পৃ. ১৫১

এই প্ৰসঙ্গত ভট্টাচাৰ্যৰ ৰাজনৈতিক চেতনাৰ ওপৰত মাৰ্ক্স, গান্ধী, লোহিয়া, জয়প্ৰকাশ আদি সমাজ-বিজ্ঞানীসকলৰ ৰাজনৈতিক চেতনাৰ প্ৰভাৱ সুস্পষ্ট। অৱশ্যে তুলনামূলকভাৱে তেওঁ গান্ধীবাদৰ ওচৰ চাপিছে।

"সিঁহতৰ জীৱনৰ আশা-আকাঙ্ক্ষা বৰ্তি থাকে, একমাত্ৰ এই সমাজ-পৰিবৰ্তনৰ আন্দোলনবোৰত।…নিৰ্জ্ঞান মনত এই মানসিক শক্তি সুপ্ত থাকে, সেইশক্তি অচেতন হৈ থাকিলে সি মানুহক ৰোগী কৰে, সি চেতন হ'লে মানুহক নকৈ গঢ়িবলৈ শক্তি দিয়ে।"[৬০]

প্ৰকৃত স্বৰাজ প্ৰতিষ্ঠা কৰিবলৈ ৪০ কোটি পঙ্গু জনতাৰ মুক্তি সাধিবলৈ[৬১] নতুনকৈ আকৌ আন্দোলন কৰিব লাগিব; যিহেতু আন্দোলন আৰ্থ-সামাজিক আৰু ৰাজনৈতিক পৰিবৰ্তনৰ পাশুপাত অস্ত্ৰ—"মই মৰালৈকে স্বৰাজৰ বাবে যুঁজিম…এইবাৰ আমি নিশ্চয় জিকিম। এক শত্ৰু গ'ল, ইবোৰ শত্ৰুও যাব।… খেতিয়কে যেতিয়ালৈকে স্বাধীনতা নেপায়, যিদিনালৈকে খাজনা মাফ নহয়, যিদিনালৈকে গাঁৱৰ ডেকা-ল'ৰাবোৰে মাটি নেপায়, সেইদিনালৈকে আমাৰ স্বৰাজৰ আন্দোলন শেষ নহয়। যেতিয়ালৈকে দুবেলা দুমুঠি সুখেৰে খাবলৈ-ববলৈ ব্যৱস্থা নহয়, তেতিয়ালৈকে আমাৰ ৰণ চলিব।"[৬২] স্বকপাৰ্থত বিপ্লৱ ড° ভট্টাচাৰ্যৰ অনুভূতিৰ অধিনায়ক।[৬৩] বিপ্লৱীনেতাক চৰকাৰে ভয় কৰে। চাকৰি দি বিপ্লৱীৰ মুখ বন্ধ কৰিবলৈ চেষ্টা কৰে।[৬৪] বিপ্লৱীক চৰকাৰে ভয় কৰা হেতু তেওঁলোকৰ ক্ষমতাৰ স্বাৰ্থ অব্যাহত ৰাখিবলৈ বিপ্লৱক কৰে—ৰাজনৈতিক অপৰাধ।[৬৫] বিপ্লৱ কৰিবলৈ লাগিব আকৌ নিৰ্ভীকতা। গতিকে স্বৰাজৰ অৰ্থ হ'ল নিৰ্ভীকতা "Fearless is Swaraj।"[৬৬] স্বাধীনতাই বঞ্চিত, পতিত, শোষিত মানৱক দিব লাগিব মুক্তিৰ সন্ধান।[৬৭] ভিক্ষাৰ পথ পৰিহাৰ

৬০. : প্ৰাগুক্ত গ্ৰন্থ পৃ. ১৬৮—৬৯

৬১. : ৰাজপথে ৰিঙিয়াই, পৃ. ১২৩

৬২. : কলং আজিও বয়, পৃ. ২৬

৬৩. : ৰাজপথে ৰিঙিয়াই, পৃ. ৬৬

৬৪. : প্ৰাগুক্ত গ্ৰন্থ, পৃ. ৩৮

৬৫. : প্ৰাগুক্ত গ্ৰন্থ, পৃ. ৫৪

৬৬. : প্ৰাগুক্ত গ্ৰন্থ, পৃ. ১০২

: মৃত্যুঞ্জয়, পৃ. ১৭৭

: ইয়াৰুইঙ্গম, পৃ. ২৩৪

৬৭. : ৰাজপথে ৰিঙিয়াই, পৃ. ১২৩

কৰি আত্ম স্বৰ স্থাপন কৰিবলৈ নিৰ্ভীকভাৱে কৰা বিদ্ৰোহৰ আন নাম জীৱন। অন্তৰৰ ভয়-সংকোচ পৰাভূত কৰি কৰ্মৰ পথত, কৰ্তব্যৰ পথত সাহসেৰে আগবাঢ়িব পৰাটোৱেই স্বৰাজ। ড° ভট্টাচাৰ্যৰ ভাষাত :—"স্বৰাজ মানে কৰ্মৰ সাহস, অন্তৰত সকলো ভয় দূৰ কৰি কৰ্তব্য পথত আগবঢ়াটোৱেই স্বৰাজ।"[৬৮] মনৰ স্বাধীনতাই প্ৰকৃত স্বৰাজ।[৬৯]

প্ৰকৃত স্বৰাজ লাভ কৰিবলৈ জনতাই, সৰ্বহাৰাই ৰাজনৈতিক চেতনাৰে উদ্দীপ্ত হ'ব লাগিব। ইতিহাস-চেতনা প্ৰখৰ নহ'লে ৰাজনৈতিক চেতনা প্ৰখৰ অৱশ্যে নহয়। আদৰ্শবাদী নেতাই ইতিহাস-চেতনা-বিহীন শ্ৰমিক, মজুৰা, মজদুৰ, খেতিয়ক আদিৰ প্ৰাণত ৰাজনৈতিক চেতনা জগাই তুলিব পাৰে। জনতাৰ অন্তৰত ৰাজনৈতিক চেতনা জাগি উঠিলে ক্ষমতালোভী ৰাজনৈতিক দল, পুঁজিপতি, মালিক, মহাজন আদিয়ে পৰাজয় মানিবলৈ হ'ব বাধ্য।[৭০] জনতাক শোষণ কৰোঁতা ৰাজনৈতিক দলৰ ওপৰত ড° ভট্টাচাৰ্যৰ মুঠেই আস্থা নাই। ড° ভট্টাচাৰ্যৰ বিশিষ্ট চৰিত্ৰ বিয়াকলিয়ানাই কৈছিল—"ওহো, ৰাজনৈতিক দলৰ ওপৰত মোৰ বিশ্বাস নাই।...ৰাজনৈতিক দলবোৰে কেৱল কাজিয়া কৰে।"[৭১] ৰাজনৈতিক নেতাবিলাকে কেৱল আত্ম-প্ৰৱঞ্চনা কৰি আছিছে।[৭২] "বিশ্বৰ বেছিভাগ ৰাজনীতিজ্ঞই প্ৰৱঞ্চক।"[৭৩] ভাৰতৰ ৰাজনীতিজ্ঞ প্ৰায়বোৰেই, ভোটৰ ৰাজনীতিৰ বাহিৰে একো বুজি নেপায়।[৭৪] সৰ্বহাৰাৰ মাজৰপৰা ৰাজনৈতিক নেতা ওলাই নাহিলে ৰাইজে প্ৰকৃত স্বৰাজৰ সোৱাদ লাভ কৰিব নোৱাৰে।[৭৫]

Theodore Parkerয়ে গণতন্ত্ৰৰ সূত্ৰ দিবলৈ গৈ কৈছিল—"A democracy, that is, a government of all the people, by all the people, for all the people..."[৭৬] Theodor parkerৰ

---

৬৮. : ইয়াৰুইঙ্গম, পৃ. ২৪০
৬৯. : প্ৰাগুক্ত গ্ৰন্থ, পৃ. ২৩০
৭০. : ৰাজপথে ৰিঙিয়ায়, পৃ. ৭০
৭১. : কলং আজিও বয়, পৃ. ৯৪
৭২. : ৰঙা মেঘ, পৃ. ৬১
৭৩. : ইয়াৰুইঙ্গম, পৃ. ২৫০
৭৪. : শতঘ্নী, পৃ. ১৪
৭৫. : ৰঙা মেঘ, পৃ. ৬২
৭৬. The American Idea, Speech at N. E. Antislavery Convention Boston, 29 May 1850, *Discourses of Slavery* 1863.

সুৰতে সুৰ মিলাই ভট্টাচাৰ্যই কৈছে :— "আমাৰ কাৰণে ৰাইজেই ৰজা।"[৭৭] গণতন্ত্ৰত সম্পূৰ্ণ আস্থাভাজন ভট্টাচাৰ্যই চীনৰ ৰাজনৈতিক চেতনাৰ লগত ভাৰতৰ ৰাজনৈতিক চেতনাৰ বৈপৰীত্য ক'ত,—তাৰ সংকেত ক্ষুদ্ৰ পৰিসৰৰ ভিতৰতেই দিছে—চীনত প্ৰকৃতাৰ্থত গণতন্ত্ৰ নাই, আছে ব্যক্তি-পূজা, ভাৰতৰ জনতাই বিশ্বাস কৰে গণতন্ত্ৰত। তেওঁৰ ভাষাত :—"অৰ্থটো সুধিলত ভাৱ হ'ল যেন মাও-চে টুঙ ইহঁতৰ মানত পৰম ব্ৰহ্ম। মই কলোঁ :—'আমি আমাৰ দেশত কাকো এনেকৈ পূজা নকৰোঁ'। তাই ক'লে 'কাৰণ তোমালোকৰ কোনো নাই।' মই কলোঁ—'নাইকিয়া নহয় আইদেউ, গান্ধীৰ দৰে মানুহক আমি জন্ম দিছোঁ। কিন্তু কথা হ'ল আমি গণতন্ত্ৰত বিশ্বাস কৰোঁ।—আমাৰ কাৰণে ৰাইজেই ৰজা।'[৭৮]

গণতান্ত্ৰিক দেশত ৰাইজৰ ভোটেৰে জনতাৰ প্ৰতিনিধি নিৰ্বাচন কৰা ৰীতি; কিন্তু স্বাধীন ভাৰতত যি নিৰ্বাচন চলি আছে—ই সম্পূৰ্ণভাৱে টকা আৰু ক্ষমতাশ্ৰয়ী।[৭৯] ভাৰতত চলা দূষিত নিৰ্বাচনৰ সন্দৰ্ভত কংগ্ৰেছ নেতা ড° কৰণ সিঙে কৈছিল :—"· elections were becoming so costly that they could be fought only with black money,"[৮০] ঠিক প্ৰায় একেদৰেই কৈছিল চি. সুব্ৰমনিয়ামে :— · "black money and foreign money had poured into the coffers of all political parties to help them fight the elections. Every general election was becoming incredibly costly. Only a rich person of a powerful political party can finance the elections,"[৮১]

বিধায়কসকল সৰ্বসাধাৰণ ৰাইজৰ মাজৰপৰা নাহিলে তেওঁলোকে দুখীয়াৰ দুখ-দুৰ্গতি আৰু সমস্যা বুজিব নোৱাৰে। বিধায়কে জনসাধাৰণক সচেতন কৰা দৰকাৰ আৰু ভোটাৰসকলক শোষণৰপৰা মুক্ত কৰিবলৈ চেষ্টা কৰিব লাগিব।[৮২] বিধায়কসকলে আইন সভাৰ মাজেদিয়েই জাত প্ৰথা উঠাব লাগিব

---

৭৭. ড° বীৰেন্দ্ৰকুমাৰ ভট্টাচাৰ্য : শতঘ্নী, পৃঃ ১৪৩

৭৮. প্ৰাগুক্ত গ্ৰন্থ, পৃঃ ১৪২-১১০

৭৯. : মই চন্দ্ৰ, পৃঃ ৩২

৮০. *Hindustan Times*, August 10, 1973,

৮১. *The commerce*. Bombay, July 21. 1973,

৮২. ড° বীৰেন্দ্ৰকুমাৰ ভট্টাচাৰ্য, ডাইৰী, পৃ ২৭

আৰু শ্ৰমিকে উৎপাদন কৰা বস্তু শ্ৰমিকে পাব লাগিব।[৮৩] বিৰোধী দল অবিহনে সংসদী গণতন্ত্ৰ অৰ্থহীন।[৮৪] আকৌ বিৰোধীসকলৰ ভিতৰত ঐক্য স্থাপন নহ'লে শাসনত অধিষ্ঠিত দলৰ স্বেচ্ছাচাৰৰ গ্ৰাসৰপৰা জনসাধাৰণক ৰক্ষা কৰিব নোৱাৰি।[৮৫] সমাজবাদ অবিহনে ভাৰতীয় ৰাজনীতি, অৰ্থনীতি আৰু সমাজক শোষণ মুক্ত কৰা অসম্ভৱ। সমাজবাদ প্ৰতিষ্ঠা কৰিব লাগিব— ছোচিয়েলিষ্ট নেতাসকলে। প্ৰকৃত ছোচিয়েলিষ্ট নেতাৰ ধৰ্ম হ'ল,—বনুৱাৰ উন্নতি সাধন, ট্ৰেড ইউনিয়ন আন্দোলনৰ যোগে প্ৰাত্যহিক সংগ্ৰামৰ ভেটিত বনুৱাসকলক ভয়ৰ পথেদি আগুৱাই নিয়া।[৮৬]

স্বদেশ প্ৰীতি ভট্টাচাৰ্যৰ ৰাজনৈতিক চেতনাৰ এটি অত্যুজ্জ্বল দিশ। দেশ আৰু জাতিৰ বৃহৎ স্বাৰ্থৰ প্ৰতি তেওঁ চিৰ সজাগ আৰু দেশ আৰু জাতিৰ স্বাৰ্থৰ বাবে ত্যাগৰ বেদীত আত্মোৎসৰ্গ কৰিবলৈ তেওঁ চিৰ প্ৰস্তুত। তেওঁৰ দৃষ্টিত দেশৰ মাটি পৰক এৰি দিয়াতকৈ মৃত্যুশ্ৰেয়।[৮৭] পৰিয়ালৰ মৰম, পত্নীৰ মৰম আদিতকৈ দেশৰ মৰম শতগুণে উৰ্ধত। ভট্টাচাৰ্যৰ ভাষাত—"পৰিয়ালৰ মৰম আৰু দেশৰ মৰমৰ প্ৰতিদ্বন্দ্বিতাত জয়লাভ কৰিলে দেশে, জাতিয়ে, জনতাৰ মৰমে। কাৰণ পৰিয়ালৰ গণ্ডী ঠেক, মানুহক ই নীচ কৰে।[৮৮] দেশতকৈ একোৱেই ডাঙৰ হ'ব নোৱাৰে। আমি জীয়াই থাকিব লাগিব— দেশৰ বাবেই—"তোৰ কেও কিছু নাই, কিন্তু দেশপনতো আছে।"[৮৯] স্বদেশ প্ৰেমৰ মহান কল্লোলেৰে কল্লোলিত ভট্টাচাৰ্যৰ হিয়া সাগৰত সেইহে উদ্বেলিত হৈছে:—"...দেশৰ বাহিৰে আনক ভালপোৱাটো পাপ।"[৯০] দেশদ্ৰোহীক কোনোদিনে, কেতিয়াও ক্ষমা কৰিব নোৱাৰি। ভট্টাচাৰ্যৰ সৃষ্টিৰ অন্যতম চৰিত্ৰ বিমলাই প্ৰাণৰ কাতৰত চীনা এজনক বিয়া কৰাইছিল; কিন্তু সেই বিদেশীয়ে দেশদ্ৰোহিতা কৰা বাবে পত্নী বিমলাই বিদেশী স্বামীক পুলিচৰ ওচৰত ধৰাই দিলে[৯১]

৮৩. ড. বীৰেন্দ্ৰকুমাৰ ভট্টাচাৰ্য : ৰত্তাৰেষ, পৃ. ৩৫
৮৪. : সত্ৰী চক্ৰ, পৃ ১১
৮৫. : প্ৰাগুক্ত গ্ৰন্থ, পৃ. ৭
৮৬. : কলং আজিও বয় পৃ. ১৭
৮৭. : শতঘ্নী, পৃ. ৩৮
৮৮. : ৰাজপথে ৰিঙিয়ায়, পৃ. ১৭
৮৯. : ইয়াৰুইংগম, পৃ. ১২০
৯০. : প্ৰাগুক্ত গ্ৰন্থ, পৃ ১২৪
৯১. : শতঘ্নী, পৃ. ৩৯

## সামাজিক চেতনা

মানৱ সামাজিক প্ৰাণী। সমাজ-চেতনা, সামাজিক প্ৰাণী স্বৰূপে মানৱৰ নিত্য সহচৰী। অৱশ্যে এই চেতনা কিছুমানৰ প্ৰখৰ, কিছুমানৰ প্ৰখৰ নহয়। ভট্টাচাৰ্যৰ গল্প-উপন্যাস-কবিতা-প্ৰবন্ধ আদিৰ অন্তৰীভাৱ সামাজিক চেতনা। তেওঁৰ মতে, ব্যক্তিতকৈ সমাজৰ মূল্য অধিক; গতিকে ব্যক্তিৰ স্বাৰ্থতকৈ সমাজৰ স্বাৰ্থৰ ওপৰতহে গুৰুত্ব দিব লাগিব বেছিকৈ। পুঁজিপতিয়ে সমাজৰ স্বাৰ্থৰ ওপৰত গুৰুত্ব প্ৰদান নকৰে, কৰে ব্যক্তিৰ স্বাৰ্থৰ ওপৰত। ভট্টাচাৰ্যৰ ভাষাত— "তোমালোকৰ দৃষ্টিত ব্যক্তিহে আছল, সমাজ নহয়।"[১২] গান্ধীৰ মতেও—"Man lives in society and all these activities concern not only the individual in isolation but they create social relations."[১৩] সাতাম পুৰুষীয়া উৰলা সমাজখনৰ ৰীতি-নীতি-আচাৰ-ব্যৱহাৰ, বিশ্বাস আৰু আদৰ্শবাদি আওপুৰণি আৰু আলাক্ষুকলীয়া। সমাজদেহত ঘুণে ধৰিছে[১৪]—সমাজ ব্যৱস্থা ৰোগাক্ৰান্ত, সমাজৰ বাবে প্ৰয়োজন চিকিৎসাৰ।[১৫] এই চিকিৎসা সমাজ-পৰিৱৰ্তনৰ বিপ্লৱৰ বাহিৰে অন্য নহয়।[১৬] সংসদী পৰিকল্পনাৰ কৃতকাৰ্যতাৰ বাবেও সৰ্বাত্মক বিপ্লৱ অনিবাৰ্য্য।[১৭] বিপ্লৱ কি? সমাজ-চেতনা জাগ্ৰত কৰিবলৈ কৰা প্ৰচেষ্টাই বিপ্লৱ। "A social revolution is a fundamental change in the economic, political and social power structure, so that power comes to be exercised at the work-place.' This implies fundamental change in property relationships, in respect of ownership, management and disposal of profits. It implies and of exploitation, employer-employee relationship socio-economic inequality."[১৮] বিপ্লৱে মানসিক শক্তিক জগাই তোলে,

১২ : ৰাজপথে ৰিঙিয়ায়, পৃ ১১

১৩, J. B. Kripalani *Gandhi, His life and Thought*, P. 368

১৪ ড° বীৰেন্দ্ৰকুমাৰ ভট্টাচাৰ্য : মৃত্যুঞ্জয়, পৃ. ১০০

১৫ : কলং আজিও বয়, পৃ. ১৩১

১৬ : কলং আজিও বয় পৃ. ১৩৮, মৃত্যুঞ্জয় পৃ. ১০০,
: ৰঙা-মেঘ, পৃ. ৫৪

১৭ "Mass agitation is essential for the success of the Parliamentary Programme." —Jayaprakash Narayan : *Search for an Indeolgy, Intro XXV.*

১৮ Jayaprakash Narayan : *Search for an Ideology*, pp. 227—228,

গতিকে সমাজ-জীৱনৰ আশা-আকাঙ্ক্ষাবোৰ জীয়াই থাকে,—সমাজ পৰিবৰ্তনৰ আন্দোলনবোৰত। বিপ্লৱে সকলো শোষকক নাইকিয়া কৰিব লাগিব। ডেকা-গাভৰুৱে আগৰ দৰে আৰু সদায় বন্ধনত থাকিব নালাগে। খাটি খোৱা মানুহৰ এখন সমাজ হ'ব।[৯৯] সমাজ পৰিবৰ্তনৰ বাবে সামাজিক গতিশীল চেতনাৰ প্ৰয়োজন। বিপ্লৱ সামাজিক গতিশীল চেতনাৰ স্ৰষ্টা। সমাজ পৰিবৰ্তনৰ বাবে মহাত্মা গান্ধীয়েও বিপ্লৱ বিচাৰিছিল—পুৰণি পৃথিৱী ধ্বংস কৰি নতুন পৃথিৱী ৰচনা কৰিবলৈ।[১০০] প্ৰচলিত কু-নীতি, কু-আচাৰ, অসত্য আৰু অন্যায় মষিমূৰ কৰি সত্য আৰু ন্যায় প্ৰতিষ্ঠা কৰিবৰ বাবে প্ৰয়োজন বিপ্লৱৰ।[১০১]

গাঁৱলীয়া সমাজ প্ৰায়ে কুসংস্কাৰাচ্ছন্ন।[১০২] ভট্টাচাৰ্য "এটা নতুন acculturation (সংস্কৃতি গ্ৰহণ)ৰ পথৰ সন্ধানী।" তেওঁ প্ৰচলিত জাত-প্ৰথাৰ সম্পূৰ্ণ বিৰোধী।[১০৩] জাত-প্ৰথা হিন্দু-সমাজৰ বিহ খোঁহোৱা স্বৰূপ।[১০৪] শ্ৰেণীজাত সংস্কাৰৰ পৰিবৰ্তন নহলে প্ৰকৃত সমাজ প্ৰতিষ্ঠা হ'ব নোৱাৰে।[১০৫] জাতি-ভেদ সমাজৰ মহাব্যাধি স্বৰূপ।[১০৬] সমাজত সকলোৱে সমান—কোনো ডাঙৰ, সৰু, উচ্চ-নীচ নাই।[১০৭] মহাত্মা গান্ধীয়েও জাত বিচাৰৰ বিৰুদ্ধে কৈছিল—"God did not create men with the badge of superiority or inferiority; no scripture which labels a human being as inferior or untouchable because of his or her birth can command our allegiance. It is a denial of God and Truth which is God."[১০৮] প্ৰকৃত অৰ্থত অজ্ঞতাই পৰাধীনতা। দুখৰ বিষয় ভাৰতীয় গাঁৱলীয়া সমাজ অজ্ঞতা-অন্ধকাৰৰ সম্পূৰ্ণ গ্ৰাসত। এই অজ্ঞতাৰ

৯৯. ড° বীৰেন্দ্ৰকুমাৰ ভট্টাচাৰ্য : ৰঙা মেঘ, পৃ. ৯০
১০০. : ৰাজপথে ৰিঙিয়ায়, পৃ. ১০৯
১০১. : কলং আজিও বয় পৃ. ৪১
১০২. : প্ৰাগুক্ত গ্ৰন্থ পৃ. ১২৪—২৫
১০৩. মদন শৰ্মা (সম্পাদিত) শোণিত জ্যোতি, পৃ. ৪৫
১০৪. ড° বীৰেন্দ্ৰকুমাৰ ভট্টাচাৰ্য : শতঘ্নী, পৃ. ৮০
১০৫. : ৰাজপথে ৰিঙিয়ায়, পৃ. ৯২
০৬. : ৰঙা মেঘ, পৃ. ৩০, ৩২
১০৭. : প্ৰাগুক্ত গ্ৰন্থ, পৃ. ৭৩
১০৮. J. B. Kripalani : *Gandhi, His Life and Thought*, P, 337.

সুযোগ লৈ মুষ্টিমেয় এশ্ৰেণীয়ে সংখ্যাগৰিষ্ঠক শোষণ কৰি আছে,—অবিৰতভাবে। সংস্কাৰৰ নামত, ধৰ্মৰ নামত সমাজক শোষণ কৰা সকলে ভালদৰে জনা উচিত যে, সংস্কাৰ আৰু ধৰ্ম একে নহয়।[১০৯] প্ৰাচীন নৈতিক সংস্কাৰৰ ওপৰত—ভট্টাচাৰ্যৰ মুঠেই আস্থা নাই, কাৰণ প্ৰাচীন নৈতিক সংস্কাৰৰ মতে 'হয় মানুহ ভাল হ'ব লাগিব, নহয় বেয়া হ'ব লাগিব। কিন্তু মানুহ ভাল-বেয়াৰ সমষ্টি'।[১১০] গতিকে আধুনিক জীৱনত প্ৰাচীন নৈতিক-সংস্কাৰৰ শাসন সম্পূৰ্ণভাবে নিৰৰ্থক। পৃথিৱী উদাৰ-মুক্ত, তাত বন্ধনৰ কোনো প্ৰয়োজন নাই।[১১১]

অনুষ্ঠানগত বা আচাৰগত ধৰ্মৰ ওপৰত ভট্টাচাৰ্যৰ বিশ্বাস নাই। তেওঁৰ মতে কৰ্মই ধৰ্ম।[১১২] তেওঁৰ দৃষ্টিত বিয়া আৰু ধৰ্ম দুয়োটাই কুসংস্কাৰ।[১১৩] কাৰ্ল-মাৰ্ক্সেও কৈছিল—"Religion ..is the opium of the people."[১১৪] ধৰ্মতকৈ ডাঙৰ প্ৰেম। প্ৰেমে ৰচনা কৰে সমাজৰ মিলন সেতু। অন্যহাতে ধৰ্মই সমাজক কৰে দুভাগ। ধৰ্মৰ নামত মানুহে কৰে কটাকটি।[১১৫] সেইহে ভট্টাচাৰ্যই ধৰ্মতকৈ প্ৰেমৰ ওপৰত সৰ্বাধিক গুৰুত্ব আৰোপ কৰিছে। তেওঁৰ ভাষাত— যি গীৰ্জাই গাঁৱত বিভেদৰ গুটি সিঁচে তাত যীশু থাকিব নোৱাৰে। মোৰ বাবে প্ৰেমেই ধৰ্ম, গীৰ্জা নহয়।[১১৬] ভট্টাচাৰ্যৰ প্ৰেমৰ পৰিসৰ বৰ বিশাল, আকাশৰ দৰে উদাৰ-মহান, কামধেনুৰ দৰে বহুৰঙী, গঙ্গাৰ দৰে পবিত্ৰ —"পৃথিৱীত প্ৰেমৰ বাহিৰে সব মিছা।"[১১৭]

ভট্টাচাৰ্যৰ বিচাৰত প্ৰকৃত প্ৰেমত জাতি বিচাৰ থাকিব নোৱাৰে;[১১৮] অন্তৰৰ মিলনত জাতিৰ বিচাৰ নাথাকে।[১১৯] অন্যহাতে তেখেতে স্বীকাৰ কৰিবলৈ বাধ্য হৈছে—"প্ৰেমৰ বিবাহ এটি ভুল কথা।"[১২০] প্ৰচলিত বিবাহ-পদ্ধতিৰ

---

১০৯ ড° বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্য : মৃত্যুঞ্জয়, পৃ. ৯২
১১০ : ৰাজবী, পৃ. ১৬১
১১১. : কলং আজিও বয়, পৃ. ১৬১
১১২. : মৃত্যুঞ্জয়, পৃ. ২২, ২৪, ২৬, ১০২
১১৩. : কলং আজিও বয়, পৃ. ৩৩
১১৪. *Criticism of the Hegelian Philosophy of Right*, Introduction.
১১৫. ড° বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্য : ইয়াৰুইঙ্গম, পৃ. ৬৬, ২০৯
১১৬. প্ৰাগুক্ত গ্ৰন্থ, পৃ. ২৫১
১১৭. প্ৰাগুক্ত গ্ৰন্থ. পৃ. ৩৭১
১১৮. : কলং আজিও বয়, পৃ. ১৮০—৮১
১১৯. : আই. পৃ. ৭০, ৭১, ৭৬, ৮৭
১২০. : ৰাজপথে ৰিঙিয়াই, পৃ. ৪৫

প্ৰতি তেওঁ উদাৰ মনোভাৱ পোষণ কৰিব পৰা নাই—"বিয়া এটা আমনি লগা বন্ধন।"[১২১] আচাৰগত বিবাহ-পদ্ধতি তেওঁৰ দৃষ্টিত হাস্যাস্পদ…"বিয়া বস্তুটোৱেই এটা ধেমালি। এইবোৰ একোটা স্থায়ী চুক্তি মাত্ৰ, তাত পৱিত্ৰতা একো নাই।"[১২২] বিয়াৰ ক্ষেত্ৰত প্ৰাচীন পৰম্পৰা, চিৰাচৰিত ৰীতি মানিব নোখোজে—"কি দৰকাৰ। বিয়া আমি কৰাম। কাচন আৰু মন্ত্ৰে। আমাৰ মতেই আচল মত। আপুনি হকা-বধা নকৰিব।"[১২৩] সমাজত প্ৰচলিত বিবাহ-পদ্ধতি এটা বিৰাট ভুৱা—"বিয়া এটা ভুৱা। বিশ্বাস নথকা কথা এটাৰ মেৰপাকত সোমোৱা বৰ টান।"[১২৪]

ভট্টাচাৰ্যৰ সামাজিক-চেতনাৰ বিকাশ আৰু পৰিপুষ্টিত গান্ধী, লোহিয়া, জয়প্ৰকাশৰ প্ৰভাৱ পৰাৰ ব্যতিৰেকে ঈশ্বৰচন্দ্ৰ বিদ্যাসাগৰৰ (১৮২০-১৮৯১) প্ৰভাৱো যে পৰিছিল তাক নুই কৰিব নোৱাৰি। বিদ্যাসাগৰৰ আদৰ্শ আৰু চেতনাৰ দ্বাৰা অনুপ্ৰাণিত আৰু উদ্বুদ্ধ হৈ ভট্টাচাৰ্যয়ো বিধবা-বিবাহ অপ্ৰচলিত বামুণ সমাজক উদ্দেশ্য কৰি তীব্ৰভাবে কৈছে—"ভয়ানক প্ৰতিশোধৰ ভাৱ তেওঁ অন্তৰত পুহি থৈছে—সমাজৰ প্ৰতি। এই সমাজে জানো তেওঁক ফুলৰাণী কৰা নাছিল, এই সমাজে জানো চিৰজীৱনলৈ তেওঁৰ শিৰৰ সিন্দুৰ মচি দিয়া নাছিল?"[১২৫]

"বামুণৰ বিধবা হোৱা আৰু মৰা একে কথা। ওৰে জীৱন দেহৰ নিগ্ৰহ, আহাৰ নিৰামিষ আৰু স্বামী হয় ভগবান। জীৱনটো অবাস্তৱ হৈ পৰে।[১২৬]

অসবৰ্ণ বিবাহৰ প্ৰতি ভট্টাচাৰ্যই উদাৰ মনোভাব পোষণ কৰা দেখা যায়। মনৰ মিলনহে প্ৰকৃত মিলন।[১২৭]

নাৰী-সমস্যা আন্তৰ্জাতিক সমস্যা। যুগে যুগে নাৰীৰ ওপৰত পুৰুষ সমাজে শোষণ চলাই আহিছে। বাইবেলতো নাই—নাৰী-মুক্তিৰ কথা, আছে নাৰী বন্ধনৰ কথাহে।[১২৮] ভাৰতীয় সমাজেও নাৰী-মুক্তিৰ বিষয়ে কোনো দিনে চিন্তা কৰা নাই।[১২৯]

---

১২১. ড° বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্য : প্ৰাগুক্ত গ্ৰন্থ, পৃ. ৪৭
১২২. : মৃত্যুঞ্জয়, পৃ ২৪৫
১২৩. : ৰঙামেঘ, পৃ. ৭৫
১২৪. : ৰাজপথে ৰিঙিয়াই... 

১২৪. : বল্লৰী, পৃ ১১৮
১২৫. : শতঘ্নী, পৃ. ৭
১২৬. : মৃত্যুঞ্জয়, পৃ ২২৯
১২৭. : আই, পৃ. ৬৭
১২৮. : কলং আজিও বয়, পৃ. ৩৩
১২৯. : প্ৰাগুক্ত গ্ৰন্থ, পৃ. ১৩০

নাৰী-মুক্তি অবিহনে স্বাধীনতা অৰ্থ-শূন্য। ভট্টাচাৰ্যৰ ভাষাত—"যি নাৰীয়ে মাতৃ, ভগ্নী, পত্নীৰূপে যুগে যুগে সমাজ পাতি পুৰুষসকলৰ ওচৰত জীৱন-সৰ্বস্ব দান কৰি আহিছে, সেই নাৰীৰ মুক্তি ক'ত? ক'ত তেওঁলোকৰ ব্যক্তিত্ব বিকাশৰ পথ?"[১৩০] ভাৰতীয় নাৰীসকল সৰ্বহাৰা, পুৰুষৰ শোষণ-মুক্ত সমাজ ৰচনা নহ'লে কোনো দিনে নাৰীৰ মুক্তি হ'ব নোৱাৰে।[১৩১]

পুৰুষসকলে নাৰীক চিৰদিনে খেলাৰ সঙ্গীৰূপে লক্ষ্য কৰি আহিছে। তেওঁলোকৰ মানত তিৰোতা দেহজ চেন্ন। তেওঁলোকে ভাবে যে, পুৰুষ ভ্ৰমৰ নাৰী ফুল। এই ধাৰণা সম্পূৰ্ণ ভুল। পুৰুষে পাহৰি যাব নালাগে যে চেন্ন বিলেছন, বায়লজি + কাল্‌ছাৰ।[১৩২] পুৰুষে নাৰীক নতুন পৃথিৱী গঢ়াৰ উপযুক্ত সঙ্গীৰূপে লব লাগিব।[১৩৩] মহাত্মা গান্ধীয়েও কৈছিল—"Woman must cease to consider herself the object of man's lust. The remedy is more in her hands than man's. She must refuse to adorn herself for men including her husband, if she will be an equal partner with man."[১৩৪]

বেশ্যা-সমস্যা সামাজিক ব্যাধি স্বৰূপ। পুৰুষ সমাজে নাৰীক খেলাৰ সঙ্গীৰূপে বিচাৰৰ ফলশ্ৰুতিতেই সৃষ্টি হৈছে—বেশ্যা-সমস্যাৰ। জীৱন আৰু জগতত জীয়াই থাকিবলৈ বেশ্যাই দেহৰ মাংস বিক্ৰী কৰে; আৰু পুৰুষ সমাজে টকাৰ বিনিময়ত সেই মাংস উপভোগ কৰি সুখ লাভ কৰে। সমাজত ইয়াতকৈ বৰ্বৰতা আৰু ক্ৰূৰতা কি থাকিব পাৰে? ইয়াৰ বাবে দায়ী কোন? সমাজ। সমাজে যদি আশ্ৰয়হীনা নাৰীৰ বাবে ভাল কামৰ ব্যৱস্থা কৰিলেহেঁতেন, কেতিয়াও তেওঁলোকে এনে ঘৃণনীয় ভাবে তিল্ তিল্‌কৈ ধ্বংসৰ মুখলৈ আগবাঢ়ি নগ'লহেঁতেন। ভট্টাচাৰ্যৰ ভাষাত—"যৌৱন বেচিলে নাৰীৰ পেট নভৰে।[১৩৫] ইয়াৰ বাবে দায়ী আমাৰ সমাজ ব্যৱস্থা—"কি ঘৃণনীয় এই

১৩০. ড° বীৰেন্দ্ৰকুমাৰ ভট্টাচাৰ্য : ৰাজপথে ৰিঙিয়ায়, পৃ. ১০
১৩১. : প্ৰাগুক্ত গ্ৰন্থ, পৃ ২৪
১৩২. : ৰাজপথে ৰিঙিয়ায়, পৃ. ৭৪—৭৪
১৩৩. : প্ৰাগুক্ত গ্ৰন্থ পৃ. ৯৫
১৩৪. J. B. Kripalani : *Gandhi, His Life and Thought* P, 397.
১৩৫ ড° বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্য : ৰাজপথে ৰিঙিয়ায়, পৃ. ৪৮

সমাজ ব্যৱস্থা।'[১৩৬] আন আন মানুহৰ নিচিনাকৈ পতিতাবো আছে আত্মা। পতিতাসকলৰ ক্ষেত্ৰতো সমাজৰ দায়িত্ব বৰ্তমান।[১৩৭]

সামাজিক সমস্যাৱলী অভিনৱ দৃষ্টিভংগীৰে লক্ষ্য কৰাৰ প্ৰৱণতা ভট্টাচাৰ্যৰ ৰচনাত সুস্পষ্ট। ভগবান, ঈশ্বৰ সম্পৰ্কে মানৱ অন্তৰত যুগে যুগে নানা চিন্তা-চেতনাৰ উদয় হোৱা দেখা যায়। ফৰাচী বিপ্লৱৰ পিছৰে পৰা ঈশ্বৰৰ স্থান লাভ কৰি আহিছে—মানৱে। বৈপ্লৱিক দৃষ্টি সম্পন্ন ড° ভট্টাচাৰ্যৰ মতে দুখীয়াৰ ভগবান নাই।—"ঈশ্বৰ সঁচাকৈয়ে নাই। ক'তো মই তেওঁক বিচাৰি নাপাওঁ।"[১৩৮] "ভগবান বোবা।"[১৩৯]

প্ৰকৃত বিপ্লৱীৰ নিচিনাকৈ ড° ভট্টাচাৰ্যয়ো পৰম্পৰাগত বিশ্বাসৰ ওপৰত আস্থাহীন। ইয়াৰ স্পষ্ট আভাস পোৱা যায়—"মই পাপ, পুণ্য, ঈশ্বৰ এইবোৰ একোতে বিশ্বাস নকৰোঁ।'[১৪০] 'শালগ্ৰাম হ'ল শিল, থাপনা হ'ল মাটিৰ টিপ।"[১৪১] আল্লা বা ঈশ্বৰে ভোকত ভাত নিদিয়ে; আল্লা-ঈশ্বৰ থকাহেঁতেন পৃথিৱীত খাবলৈ নোপাৱালোক নাথাকিলহেঁতেন :—"আল্লা দুনীয়াত নাই? ...আল্লা থকিলেও থাকিব পাৰে; কিন্তু ভোকত ভাত দিয়া আল্লা বা ভগবান একো নাই এইটো ঠিক।"[১৪২] "হৰিনামে সংসাৰ নতৰায়।"[১৪৩] অন্তহাতে 'বিপ্লৱী মনীষাৰ প্ৰতীক' ভট্টাচাৰ্যই মাজে মাজে তত্ত্বদৰ্শীৰ নিচিনাকৈ ভাবিবলৈ বাধ্য হৈছে :—"...ভগৱান, আল্লা, গড সকলোকে সি সমানে সুন্দৰ, সমানে প্ৰয়োজনীয় বুলি ভাবিবলৈ দ্বিধা বোধ কৰা নাছিল।"[১৪৪] তেওঁৰ এই আদৰ্শ, সৰ্ব ধৰ্ম সমন্বয়ৰ ক্ষেত্ৰত মহাত্মা গান্ধীয়ে পোষণ কৰা সমপৰ্যায়ৰ।[১৪৫] ভট্টাচাৰ্যই পাপ-পুণ্য বিশ্বাস নকৰিলেও সামাজিক ব্যভিচাৰৰ

---

১৩৬. ড° বীৰেন্দ্ৰকুমাৰ ভট্টাচাৰ্য: প্ৰাগুক্ত গ্ৰন্থ পৃ. ৪৮
১৩৭. : ইয়াৰুইংগম, পৃ. ২৬০
১৩৮. : ডাইনী, পৃ. ৪২
১৩৯. : আই, পৃ. ১১৭
১৪০. : ডাইনী, পৃ. ৪৬
১৪১. : ৰঙা-মেঘ পৃ. ৪৩
১৪২. : কলং আজিও বয়, পৃ. ১১৭
১৪৩. : মৃত্যুঞ্জয়, পৃ. ১৫৩
১৪৪. : ইয়াৰুইংগম, পৃ. ২৩৬
১৪৫. J. B. Kripalani *Gandhi, H;s Life and Thughni* পৃ. 338

কুফল অস্বীকাৰ কৰা নাই। ইয়াৰ প্ৰমাণ পোৱা যায়—'ৰাজবী,' 'নষ্ট-চন্দ্ৰ' আদি উপন্যাসত।

কৃষকৰ মুক্তি অবিহনে স্বৰাজ অৰ্থ শূন্য। মাটিৰ সমস্যাই কৃষকসকলৰ জীৱন পঙ্গু কৰি পেলাইছে। মহাত্মা গান্ধীয়ে বিচাৰিছিল—স্বাধীন ভাৰতত খেতিয়কসকলে মাটিৰ অধিকাৰ লাভ কৰক আৰু জমিদাৰী পদ্ধতিৰ বিলোপ হওঁক:—"He (Mahatma Gandhi) told Louis Fischer, than in free India Kisans would take possession of the land and the Zamindari System would be abolished without any Compensation."[১৪৬] কিন্তু বাস্তৱ ক্ষেত্ৰত মহাত্মা গান্ধীৰ এই আশা-আকাঙ্ক্ষা কাগজ-কলমতেই থাকিল। মাটিৰ 'Right owners' খেতিয়ক। স্বন্ধপাথত নাঙল যাৰ মাটি তাৰহে[১৪৭] হোৱা উচিত। জমিদাৰ বা মহাজনৰ মাটিৰ ওপৰত অধিকাৰ নাই; কাৰণ তেওঁলোকে নিজে হাল নাবায় বা খেতি নকৰে। মানুহৰ আইনে মাটিৰ মালিক পাতিছে পট্টাদাৰক; কিন্তু ভগৱানৰ আইন মতে মাটি আই বসুমতীৰ:—"আই বসুমতীয়ে সকলোকে কৰি খাবলৈ মাটি দিছে। কিন্তু মানুহৰ আইনে পট্টাদাৰকহে মাটি দিয়ে'।" মাটিৰ ফচলৰ যোগ্য অধিকাৰী ফচল উৎপাদনকাৰী অৰ্থাৎ খেতিয়ক। এই ফচলৰ পৰা যিসকলে খেতিয়ক সকলক বঞ্চিত কৰে—তেওঁলোক হয় অনেক মানুহৰ বধৰ ভাগী।[১৪৮] প্ৰকৃত স্বাধীনতা, প্ৰকৃত সমাজবাদ তেতিয়াহে প্ৰতিষ্ঠা হ'ব—যেতিয়া গাওঁৰ মাটি নাইকিয়া মানুহবিলাকে মাটি পাব, কাম পাব, উদ্যোগ পাতিব পাৰিব, জমিদাৰ পুঁজিপতি আদি উচ্ছেদ হ'ব।[১৪৯] সামাজিক ভাৱে উৎপন্ন হোৱা ফচল সামাজিক ভাবে সমবণ্টন হব লাগিব—উৎপন্নকাৰী সকলৰ মাজত।[১৫০] খেতিয়কসকলে তেওঁলোকৰ অধিকাৰ সাব্যস্ত কৰিবলৈ সত্যাগ্ৰহ কৰিব লাগিব:— "...therefore

---

১৪৬. Jayaprash Narayan : Politics in India, P. 179.

১৪৭ ড' বীৰেন্দ্ৰকুমাৰ ভট্টাচাৰ্য : ৰাজবী পৃ. ২৮, নষ্ট চন্দ্ৰ, পৃ. ৭

১৪৮. : আই, পৃ. ৫২

১৪৯. : মৃত্যুঞ্জয়, পৃ. ১০১-১১

১৫০ "Socially produced wealth must be equally devided among all those who are instrumental in producing it." (J. B. Kripalani : *Gandhi, His Life and Thought*, p. 368.)

advised the labourers and the Kisans to offer Satyagraha to assert their rights.[১৫১]

যুগে যুগে সমাজত চলি আহিছে—শ্ৰেণী সংগ্ৰাম। সমাজত পুঁজিপতি, মালিক, ধনী, জমিদাৰ, মজদুৰ, খেতিয়ক, দুখীয়া আদি লোক বাস কৰি আহিছে। এইবিলাকৰ মাজত সদা বিৰাজমান অসমতা। এই অসমতাৰ বাবেই পৰস্পৰৰ মাজত অবিৰত ভাৱে সৃষ্টি হয় শ্ৰেণী সংগ্ৰামৰ। গান্ধীজীয়ে কৈছিল :—"inequality ultimately led to exploitation, which for him was violence"[১৫২] মাৰ্ক্সৰমতে প্ৰত্যেকটো শ্ৰেণী সংগ্ৰামেই আচলতে ৰাজনৈতিক সংগ্ৰাম—"...every class struggle is a political struggle."[১৫৩] উচ্চপদস্থ চাকৰিয়াল শ্ৰেণী প্ৰায়ে একোটি জাতত পৰিণত হয়। সৰু চাকৰিয়াল শ্ৰেণী আকৌ আন এটি জাতত পৰিণত হয়। এইদৰে আৰম্ভ হয় শ্ৰেণী সংগ্ৰামৰ।[১৫৪] মহাত্মা গান্ধীয়েও "classless society"ৰ অনুকূলে মত পোষণ কৰিছিল আৰু সমাজৰ এটা শ্ৰেণীয়ে আন এটা শ্ৰেণীক শোষণ কৰাৰ তেওঁ আছিল সম্পূৰ্ণ বিৰোধী।[১৫৫] শ্ৰেণী সংগ্ৰামৰ পৰিসমাপ্তিৰ বাবেও প্ৰয়োজন নতুন বিশ্বকৰ্মাৰ, অভিনৱ বিপ্লৱৰ।[১৫৬] এই বিপ্লৱৰ সংযোগত ফেছিষ্ট ৰাজত্বৰ অন্ত পৰিব, ডেমক্ৰেছি প্ৰতিষ্ঠিত হ'ব।[১৫৭] শোষণকাৰীয়ে তেওঁলোকৰ হৃদয় পৰিবৰ্তন কৰিব পাৰিলে সমাজত সমতাই ৰাজত্ব কৰিব। জন ৰাস্কিনেও তেওঁৰ 'Unto This Last'ত সমাজৰ পৰিবৰ্তনৰ বাবে শোষণকাৰীৰ, পুঁজিপতিৰ হৃদয় পৰিবৰ্তনৰ ওপৰত গুৰুত্ব প্ৰদান কৰিছে। গান্ধীয়েও ৰাস্কিনৰ সুৰতে সুৰ মিলাই হৃদয় পৰিবৰ্তনৰ ওপৰত জোৰ দিছে। ভট্টাচাৰ্যয়ো তদ্ৰূপ হৃদয় পৰিবৰ্তনৰ ওপৰত গুৰুত্ব আৰোপ কৰিছে।[১৫৮] হৃদয় পৰিবৰ্তনৰ বাবেও প্ৰয়োজন সত্যাগ্ৰহৰ, অহিংস বিপ্লৱৰ।

---

১৫১. J. B. Kripalani : *Gandi, His Life and Thought*, p. 370.
১৫২. Ibid p. 392.
১৫৩. *V. I. Lenin* (Vol I), P. 41.
১৫৪. ড° বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্য : ৰাজপথে ৰিঙিয়াই, পৃ. ২১
১৫৫. B. B. Majumdar : *Political Science and Government*, pp. 344-45
১৫৬ ড° বীৰেন্দ্ৰকুমাৰ ভট্টাচাৰ্য : ৰাজপথে ৰিঙিয়াই, পৃ. ১১৮
১৫৭. : প্ৰাগুক্ত গ্ৰন্থ পৃ. ১২০
১৫৮. : ৰাজপথে ৰিঙিয়াই, পৃ. ৪৬, ৪৭, ১০২, ১০৯, ডাইনী পৃ. ৫৫

ভট্টাচাৰ্যই কোনো দিনে প্ৰশ্ৰয় দিয়া নাই, সাম্প্ৰদায়িকতাক, বৰং ইয়াৰ বিৰুদ্ধে তেওঁ নিৰ্ভীক আৰু স্পষ্ট ভাবে মাত মাতি আহিছে। অমূল্য বৰুৱা-হত্যাৰ ভয়াবহতা আৰু নিষ্ঠুৰতাই তেওঁৰ অন্তৰৰ পৰা চিৰদিনৰ বাবে সাম্প্ৰদায়িকতাৰ বীজ নিঃশেষ কৰিছে। "......কলিকতাৰ মানুহৰ মন ভ্ৰাতৃ-হত্যাৰ ক্ৰূৰ আকাঙ্ক্ষাত কলুষিত হৈ পৰিছিল। তেওঁ ক'ব নোৱাৰিছিল যে, হিন্দুৱে মুছলমানক, মুছলমানে হিন্দুক কেৱল বেলেগ ধৰ্মৰ মানুহ বুলিয়েই মাৰিব পাৰে। হাবিত যেনেকৈ বন বৰাই হৰিণ মাৰে তেনেকৈ অস্ত্ৰধাৰী মানুহে নিৰস্ত্ৰ মানুহক মাৰে। কোনো পুলিচ বা সৈন্য নাই নিৰস্ত্ৰ মানুহক ৰক্ষা কৰিবৰ বাবে।"[১৫৮(ক)] সাম্প্ৰদায়িক সংঘৰ্ষই মানৱতাক পুৰি ছাৰখাৰ কৰে—আৰু মানৱতাৰ শ্মশান পৰীত ৰাজত্ব কৰিবলৈ আৰম্ভ কৰে—পশুত্ব আৰু দানৱতাই।[১৫৯] ইয়াৰ সাক্ষ্য নোৱাখালীৰ সাম্প্ৰদায়িক সংঘৰ্ষ, কলিকতাৰ সাম্প্ৰদায়িক সংঘৰ্ষ। হিন্দু মুছলমান ককাই-ভাইৰ দৰে; কিন্তু সাম্প্ৰদায়িকতাৰ উন্মাত তেওঁলোকে পাহৰি গ'ল—ভ্ৰাতৃত্ব; প্ৰত্যাগমন কৰিবলৈ আৰম্ভ কৰিলে—জন্তুৰ ৰাজ্যলৈ।[১৬০] "সি কলিকতাত দেখি আহিছে—অমূল্যক কেনেকৈ মানুহে হত্যা কৰিছে। এই হত্যাকাণ্ড বন্ধ কৰিবৰ বাবে সি একো কামেই কৰিব নোৱাৰিলে।[১৬০] ভাৰতৰ বুকুত সংঘটিত হোৱা সাম্প্ৰদায়িক সংঘৰ্ষৰ বাবে মাত্ৰ এজন পুৰুষেই ৰাজ পথে পথে ঘূৰিছিল, মানুহৰ মাজত প্ৰেমৰ বাণী প্ৰচাৰ কৰি, শান্তিৰ বাণী প্ৰচাৰ কৰি, —যি প্ৰেমৰ বাণী, যি শান্তিৰ বাণী হয়তো যীশুৰ শিষ্যয়ো প্ৰচাৰ কৰিব নোৱাৰিলেহেঁতেন। হিংসোন্মত্ত আততায়ীৰ হৃদয় পৰিবৰ্তনৰ বাহিৰে সাম্প্ৰদায়িক সংঘৰ্ষ উন্মূলিত নহয়।[১৬১]

মানৱতাৰ ওপৰত ভট্টাচাৰ্যৰ গভীৰ আস্থা, প্ৰশান্ত নিষ্ঠা আৰু একান্তিকা বিশ্বাস। প্ৰত্যক্ষবাদৰ (Positivism) জন্মদাতা আগষ্ট কঁটে (Auguste Comte) ঈশ্বৰক সিংহাসনৰ পৰা নমাই আনি, সেই সিংহাসনত মানৱক ( মানৱতাক ) অধিষ্ঠিত কৰিছিল। কঁটৰ ভাষাত :—"Humanity definitively occupies

---

১৫৮. (ক) ড ভট্টাচাৰ্য : আই পৃ. ১৯, ইয়াৰুইজম পৃ ১৫৩ ইয়াৰুইজম, পৃ. ১০৯-০৯

১৫৯. : ৰাজপথে ৰিঙিয়ায়, পৃ ৪৯-৫০

১৬০. : প্ৰাগুক্ত গ্ৰন্থ পৃ. ১০৮

১৬০. : ইয়াৰুজম, পৃ. ৫৩

১৬১. : ৰাজপথে ৰিঙিয়ায়, পৃ. ১০৮

the place of God."[১৬২] তদ্রূপ ভট্টাচাৰ্যয়ো মানৱ আৰু মানৱতাক, ঈশ্বৰ, গীৰ্জা, নামঘৰ, মছজিদ আদিতকৈ উচ্চ আসন দিছে। তেওঁৰ ভাষাত :—"এই গীৰ্জাই আমাক বিশ্ব-ভ্রাতৃত্বৰ বাণী শিকাওক ছাবি গাঁৱৰ মানুহৰ ভিতৰত এক কাজিয়াৰ সূত্রপাত কৰি দিলে। এনেকুৱা গীৰ্জা যদি এশটাও হয় গাঁৱত, তথাপি যীশুৰ স্বপ্ন পূৰ্ণ নহয়। এই গীৰ্জা ক্ষত কৰাই নহয়, এই গীৰ্জা ভাঙি ছিঙি দলিয়াই চুৰমাৰ কৰি দিব লাগে। গীৰ্জা ভাঙৰ নে মানুহ ভাঙৰ" ?[১৬৩]

"মানুহৰ আচল পৰিচয় গীৰ্জাত বা কামিঅ'ৰ পূজাত ফুটি নুঠে, মানুহৰ আচল পৰিচয় ফুটি উঠে কুসুমিত প্রাণ শতদলত"।[১৬৪]

মানৱতাৰ সেৱাৰ সংযোগত ঈশ্বৰক উপলব্ধি কৰিবলৈ মহাত্মা গান্ধীয়ে চেষ্টা কৰিছিল; কাৰণ ঈশ্বৰ স্বৰ্গ অথবা পৃথিৱীতেই নাই, ঈশ্বৰ সৰ্বত্র বিৰাজমান। তেওঁৰ ভাষাত :—"I am endeavouring to see God through service of humanity, for I know that God is neither in heaven, nor down below, but in everyone."[১৬৫]

একে মানুহ। মানুহৰ মাজত পাৰ্থক্যৰ হিমাচল। জাতি-ধৰ্ম-বৰ্ণ সম্প্রদায়, আঞ্চলিকতা আদি ক্ষুদ্র আৰু সংকীৰ্ণ ভাবে বিৰাট-মানৱতাক ক্রূৰ-নিষ্ঠুৰ আঘাত কৰিছে,—অবিশ্রান্ত ভাবে। মানৱতা আজি পঙ্গু, ৰোগাক্রান্ত—"কিয় ভগবানে সৰজা একেবিধ মানুহৰে যেনো চাহাববোৰৰ দৰে ইমান শক্তিশালী হয় আৰু যেনো নগাবোৰৰ দৰে হেয় পদদলিত কুলি হৈ থাকিব লগা হয়।"[১৬৬] সভ্যতা ভাস্কৰৰ জ্যোতিৰে মানৱ ভাস্বৰ হৈ উঠাৰ পৰিণতি স্বৰূপে মানৱ সমাজৰপৰা মানৱতাই যেন বিদায় লৈছে :—"তাইৰ সমুখত জিলিকি উঠিল মানৱতাৰ এখন মৰিশালি য'ত প্রেম-পূজা সহানুভূতি এইবোৰ কলুষিত কামনা।"[১৬৭]

প্রকৃত মানৱতাত নাথাকে জাতি-লিঙ্গ-ভাষা-ধৰ্ম আৰু ক্ষেত্রৰ পাৰ্থক্য, থাকে কেৱল বিৰাট মানৱতাৰ মহান ঢৌৰ উথল। ভট্টাচাৰ্যৰ ভাষাত :—"মুৰ বিবিৰ

---

১৬২. Basil Willey : *Nineteenth Century Studies*, p. 202
১৬৩. ড° বীৰেন্দ্রকুমাৰ ভট্টাচাৰ্য : ইয়াৰুইঙ্গম, পৃ. ২৩৩
১৬৪. : প্রাগুক্ত গ্রন্থ পৃ. ১০৪
১৬৫. J. B. Kripalani : *Gandhi, His Life and Thought*, P. 338
১৬৬. ড° বীৰেন্দ্রকুমাৰ ভট্টাচাৰ্য : ইয়াৰুইঙ্গম, পৃ. ৮৩
১৬৭. : প্রাগুক্ত গ্রন্থ, পৃ. ১৮১

মানৱতাতকৈও এই মানৱতা মহত্তৰ। এই মানৱতা নিস্বাৰ্থ। সুন্দৰ। এই মানৱতাৰ লিঙ্গ-ভেদ নাই। ই স্বাভাৱিক, পাৰস্পৰিক সহানুভূতিৰ সাৰ্বজনীন আত্মপ্ৰকাশ।"[১৬৮]

পুৰণি আৰু নতুন পৃথিৱীৰ মাজত পাৰ্থক্য অনেক। পুৰণি আৰু নতুন সমাজৰ মাজত সংঘৰ্ষ চলি আছে অবিৰত গতিত। বাপেক পুৰণিৰ প্ৰতিনিধি, পুতেক নতুন যুগৰ প্ৰতিনিধি; উভয়ৰে মাজত দুটা যুগৰ ব্যৱধান।[১৬৯] সমাজৰ কল্যাণৰ নিমিত্তে, দেশৰ মঙ্গলৰ বাবে উভয়ৰে মাজত সমন্বয়ৰ প্ৰয়োজন:— "বুঢ়াবিলাকেতো সদায় পুৰণি ৰীতি-নীতিকে লৈ থাকিব নোৱাৰে, নতুনৰ লগত এটা সন্ধি কৰাও আৱশ্যক হৈ পৰে।[১৭০]

আৰ্ট সামাজিক চেতনাৰ পৰিসীমা বহিৰ্ভূত ব্যাপাৰ নহয়; যিহেতু সমাজ ব্যতিৰেকে আৰ্ট সৃষ্টি হ'ব নোৱাৰে। সময়ৰ অগ্ৰগতিৰ লগে লগে, সামাজিক চেতনাৰ পৰিবৰ্তনৰ লগে লগে আৰ্ট বা কলাৰো লক্ষ্য, উদ্দেশ্য আদি পৰিবৰ্তিত হোৱা স্বাভাৱিক। ভট্টাচাৰ্যৰ ভাষাত—"মানৱ সমাজৰ সাধাৰণ লক্ষ্যৰপৰা আৰ্ট আঁতৰত থাকিব নোৱাৰে।"[১৭১] সমাজবাদী দৰ্শন-বিশ্বাসী ভট্টাচাৰ্যই কলা কৈৱলা নীতি ("L' art pour l' art ; i e. Art for art's Sake"),[১৭২] নামানে; 'Art for life's Sake' নীতিহে মানে। আমাৰ সাহিত্য-সংস্কৃতি-কাব্যত জন-জীৱনৰ আশা আকাঙ্ক্ষা, কামনা-বাসনা আৰু মূল্যবোধৰ (values of life) ৰূপায়ণ নাই, আছে বুৰ্জোৱা সমাজৰ প্ৰশস্তি, জীৱনৰ জয় বাণী আৰু প্ৰাণৰ আবেগ।[১৭৩] আজিৰ সাহিত্যত নিষ্প্ৰয়োজন ৰোমাণ্টিকতাৰ; প্ৰয়োজন বাস্তৱতাৰ, প্ৰেক্‌টিকেল জীৱনৰ ৰূপায়ণ।[১৭৪] 'আজিৰ আৰ্টত, বৰ্তমানৰ সাহিত্যত বাহ্যিকতা, ঐতিহ্যবাদিতা, শঙ্কাকুল ৰোমাণ্টিকতাৰ দেওনা ভাঙিব পৰা মানুহ আমাক লাগে।'[১৭৫] সাহিত্যত তেওঁ বিচাৰে বিশ্ব-বীক্ষা এটা

---

১৬৮. ড° বীৰেন্দ্ৰকুমাৰ ভট্টাচাৰ্য : ৰাজপথে ৰিঙিয়ায়, পৃ. ৭৯
১৬৯. : ইয়াৰুইঙ্গম, পৃ ১৬৬
১৭০ : শতঘ্নী, পৃ. ৯০
১৭১. : ৰাজপথে ৰিঙিয়ায়, কবলগীয়া ১
১৭২. Victor Cousin · *Lecture at the Sorbonne,*
১৭৩. ড° বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্য : ৰাজপথে ৰিঙিয়ায়, পৃ. ৯
১৭৪. : বহ্ন্যুৎসৱ, ১০
১৭৫. : ৰাজপথে ৰিঙিয়ায়, পৃ. ২৮

Weltanschuung (i.e. out look upon the world); কবি হ'ব লাগিব নতুন মানৱতাৰ দূত। সাহিত্য-শিল্প-কলাত এনে সমল নিহিত থাকিব লাগিব যিয়ে ভৱিষ্যত ন-পৃথিৱী গঢ়াৰ সহায়ক হ'ব পাৰিব। শিল্পীৰ কল্পনা হ'ব লাগিব জীৱন মুখী। জীৱনক অস্বীকাৰ কৰি শিল্প-সৃষ্টি কৰিব নোৱাৰি। শিল্পত স্বপ্ন থাকিব পাৰে; কিন্তু সেই স্বপ্ন হ'ব লাগিব—নতুন মানৱতাৰ স্বপ্ন।[১৭৬] শিল্পীয়ে জীৱনক আৰ্ট হিচাপে গ্ৰহণ কৰিব লাগিব। কবিতাৰ লগত জীৱনৰ সাঙ্গোপাঙ্গ সম্পৰ্ক স্বীকাৰ কৰিব লাগিব।

ড° ভট্টাচাৰ্যই আৰ্ট-শিল্প-সাহিত্যৰ জৰিয়তে কেনে ধৰণৰ সমস্যাৱলী চাবলৈ ইচ্ছা কৰে তাৰ কৈফিয়ৎ দিবলৈ গৈ কৈছে:—"বিবোৰ মূল্যবোধ লৈ আমি জীয়াই আছোঁ। তাৰে অনেকখিনি আমাৰ সমাজৰ ঐতিহ্যৰ পৰাই লাভ কৰিছোঁ। যেতিয়াই নতুন চিন্তা-চৰ্চা, নতুন মূল্যবোধ আহি সোমাইছেহি তেতিয়াই সংঘাতৰো সৃষ্টি হৈছে। মই জীৱনৰ এই সমস্যাবোৰ চাবলৈ যত্ন কৰোঁ।"[১৭৭]

অসমীয়া তথা ভাৰতীয় সমাজ-জীৱনৰ পৰিপূৰ্ণতা আৰু অখণ্ডতাৰ বাবে পৰ্বত-ভৈয়ামৰ মিলন আৰু সম্প্ৰীতিৰ ওপৰত বিশেষ ভাৱে গুৰুত্ব দিব লাগিব, তেতিয়াহে প্ৰকৃত স্বৰাজৰ সোৱাদ পোৱা যাব।[১৭৮]

শিক্ষা অবিহনে মানুহৰ অজ্ঞতা দূৰ নহয়। অজ্ঞতা ৰাজনৈতিক আৰু সামাজিক চেতনাৰ প্ৰতিবন্ধক। ড° ভট্টাচাৰ্যৰ ভাষাত—"শিক্ষা নহ'লে সকলো মিছা।[১৭৯] "আগতে আমাক শিক্ষা লাগে। তেহে স্বাধীনতাই কাম দিব।"[১৮০]

ড° ভট্টাচাৰ্যৰ ৰাজনৈতিক আৰু সামাজিক চেতনাৰ যথাৰ্থ নিদৰ্শন, তেওঁৰ "আমি বহুৰাম জনতাৰ দৰবাৰ, আমি বহুৰাম জনতাৰ চৰকাৰ"[১৮১]

---

১৭৬. ড° বীৰেন্দ্ৰকুমাৰ ভট্টাচাৰ্য: ৰাজপথে ৰিঙিয়ায় পৃ. ৮৭,

১৭৭. অধ্যাপক নগেন শইকীয়া (সম্পাদিত): আধুনিক অসমীয়া সাহিত্যৰ অভিলেখ, পৃ. ২০১

১৭৮. ড° বীৰেন্দ্ৰকুমাৰ ভট্টাচাৰ্য: কলং আজিও বয়, পৃ. ৯৮, ১০৮
: ৰাজপথে ৰিঙিয়ায় পৃ. ১০৪
: আই, পৃ. ৬৯২ ইয়াৰুইঙ্গম পৃ. ১৭৮

১৭৯. : মৃত্যুঞ্জয় পৃ. ১৭৮

১৮০. : ইয়াৰুইঙ্গম, পৃ. ৩৬

১৮১. : ৰাজপথে ৰিঙিয়ায় পৃ. ১১ নং-২০

শীৰ্ষক গীতটি। তেওঁৰ বিশাল ৰাজনৈতিক আৰু সামাজিক চেতনা ৰাশিৰ 'epitomized' ৰূপ হ'ল—এই গীতটি।

ওপৰৰ আলোচনাৰপৰা দেখা যায় যে, ভট্টাচাৰ্যৰ ৰাজনৈতিক আৰু সামাজিক চেতনাৰ প্ৰক্ৰিয়াত আছে—এক সুদীৰ্ঘ, পৰিপূৰ্ণ, অখণ্ড আৰু সুস্পষ্ট ইতিহাস,—যি ইতিহাসৰ জন্ম মাৰ্ক্সীয় দৰ্শনৰ উদয়াচলত আৰু পৰিণতি গান্ধীবাদৰ মধ্যাহ্নত। আটৰ সংযোগত ৰাজনৈতিক আৰু সামাজিক চেতনাৰ সফল ৰূপায়ণত, ড° ভট্টাচাৰ্য কৃতকাৰ্য হৈছে—বিস্ময়কৰ ভাবে।

# সাংবাদিক হিচাপে ভট্টাচাৰ্য

শ্ৰীগিৰীশ শৰ্মা

অকল সাহিত্যিকেই নহয় জ্ঞানপীঠ বঁটা বিজয়ী শ্ৰীবীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্য এজন প্ৰথম শ্ৰেণীৰ সাংবাদিকো। সাংবাদিকতাৰ মাধ্যমেৰে শ্ৰীভট্টাচাৰ্যই সাহিত্য জগতত প্ৰৱেশ কৰে। সাহিত্য আৰু সাংবাদিকতা অঙ্গাঙ্গীৰূপে সম্পৰ্কিত। নিষ্ঠা, সততা, অধ্যৱসায় আৰু ব্যাপক অভিজ্ঞতা আহৰণৰ দ্বাৰা ভট্টাচাৰ্যই সাহিত্য আৰু সাংবাদিকতা উভয় ক্ষেত্ৰতে প্ৰতিভাৰ স্বাক্ষৰ ৰাখিছে। তেওঁৰ সাহিত্যিক তথা সাংবাদিক জীৱন অনাগত দিনৰ অনুগামীসকলৰ বাবে আদৰ্শ আৰু অনুপ্ৰেৰণাৰ উৎস হৈ ৰ'ব। তেওঁৰ কৰ্মময় জীৱন কঠোৰ শ্ৰম আৰু তিতীক্ষাৰ ফল। মাথোন, কৃতকাৰ্যতাৰ বাবে যে কঠোৰ পৰিশ্ৰম, গভীৰ অধ্যয়ন আৰু এটা বহল সংবেদনশীল মনৰ প্ৰয়োজন ভট্টাচাৰ্যৰ জীৱনেই তাৰ অন্যতম নিদৰ্শন। অসমৰ প্ৰথিতযশা কেইজনমান প্ৰবীণ সাংবাদিকৰ জীৱনলৈ লক্ষ্য কৰিলেও আমি তেনে প্ৰেৰণা-উদ্দীপক ছবি একোখনকে দেখিবলৈ পাওঁ। প্ৰবীণসকলৰ ভিতৰত কেবাজনো স্বৰ্গগামী হৈছে আৰু কেইজনমানহে জীৱিত আছে। কিছুমানে পৰৱৰ্তী জীৱনত জীৱিকাৰ স্বাৰ্থত অন্য বৃত্তিও অৱলম্বন কৰিব লগীয়াত পৰে। জীৱিত প্ৰবীণ সাংবাদিকসকলৰ ভিতৰত শ্ৰীসতীশ চন্দ্ৰ কাকতি আৰু শ্ৰীহৰেন্দ্ৰ নাথ বৰুৱা অগ্ৰগণ্য। দুয়োজনেই নিষ্ঠাৰে সৈতে আজীৱন সাংবাদিকতাৰ সেৱা কৰি আহিছে। চাকৰি হিচাপে কৰ্মৰত ও অৱস্থাত থকা সাংবাদিকসকলৰ উল্লেখ কৰিব খোজা নাই।

আশীৰ দশক আৰম্ভ হোৱাৰ লগে লগে অসমত সাংবাদিকতাই ১৩৪ বছৰত পদাৰ্পণ কৰে। অসমৰ ১৩৪ বছৰীয়া সাংবাদিকতাৰ ইতিহাসত প্ৰাক-স্বাধীনতা কাললৈকে এটা নিৰৱচ্ছিন্ন গৌৰৱোজ্জ্বল যুগ বুলি ক'ব পাৰি। অসমীয়া সাংবাদিকতাৰ অবিহণা স্বৰূপে নিৰ্বাসিত অসমীয়া ভাষাই প্ৰাপ্যৰ দাবী সাব্যস্ত কৰি পৰৱৰ্তী কালত গতিশীলতাৰে অগ্ৰসৰ হৈ ভাষাটোক সকলো দিশৰ পৰাই

প্ৰতিষ্ঠিত কৰাৰ উপৰিও অধিক প্ৰকাশিকা শক্তিৰে সমৃদ্ধ কৰি তুলিবলৈ নিৰন্তৰ প্ৰচেষ্টা চলোৱা হয়। ইয়াৰ লগতে অসমীয়া সাংবাদিকৰ আন এটা দিশো আছিল। মানুহৰ জন্মগত স্বত্ব স্বাধীনতাৰ প্ৰতি মূক জনগণক উদ্বুদ্ধ কৰি তুলি তেওঁলোকক স্বাধীনতাৰ সংগ্ৰামত যোগদান দি চৰম ত্যাগৰ বাবে আগবাঢ়ি আহিবলৈ যথেষ্ট প্ৰেৰণা দিছিল এই অসমীয়া সাংবাদিক আৰু সংবাদপত্ৰসমূহে। স্বাধীনতাৰ পৰবৰ্তী কালত অসমৰ সাংবাদিকসকলে ৰাজনৈতিক স্বাধীনতাৰ ভিত্তি দৃঢ়তৰ কৰি তোলাৰ বাবে গঠনমূলক দৃষ্টিভঙ্গীৰে জনমত গঢ়ি তোলাৰ প্ৰয়াস কৰিছিল। প্ৰাকৃতিক সম্পদ সমৃদ্ধ কিন্তু অনগ্ৰসৰ ৰাজ্যখনক অগ্ৰগতিৰ পথত আগবঢ়াই নিবলৈ অসমৰ সাংবাদিকে কলম চলাইছিল। কিমান পৰিমাণে কৃতকাৰ্য হ'ল বা নহ'ল সেইটো অন্য কথা। বৃত্তিটোৰ নৈতিকতাৰ মাজত সীমাবদ্ধ থাকি অসমীয়া সাংবাদিকসকলে কাৰ্যনিৰ্বাহ কৰিছিল। আজিও বহুতে কৰি আছে।

১৯৪৬ চনত প্ৰথম অসমীয়া সংবাদপত্ৰ "অৰুণোদয়" মিছনেৰীসকলে শিৱসাগৰৰ পৰা উলিয়ায়। তেতিয়াৰ পৰা আজিলৈকে অসমীয়া সাংবাদিকতাই নানা পৰীক্ষা-নিৰীক্ষা আৰু ঘাত প্ৰতিঘাতৰ মাজেৰে আগবাঢ়ি আহি আছে।

সংখ্যাৰ দিশৰ পৰা আৰু প্ৰচাৰ সংখ্যাৰ ফালৰ পৰা অসমত সংবাদপত্ৰই সাফল্য লাভ কৰা বুলি ক'ব পাৰি। কিন্তু ১৩৪ বছৰৰ পাছত আশীৰ দশকত সচেতন লোকে অসমীয়া সাংবাদিকতাৰ গুণগত দিশটোলৈ চাই উৎসাহ বোধ কৰাৰ হয়তো কাৰণ বিচাৰি নাপাব পাৰে। ইমান বছৰৰ পাছতো অসমত বৃত্তিগত নৈপুণ্য এটাই গঢ় লৈ মুঠাটোও প্ৰকট হৈ পৰিছে। তাৰ কাৰণ এনে হ'ব পাৰে: হয়তো এই বৃত্তিলৈ উপযুক্ত লোকক আকৰ্ষিত কৰিব পৰা হোৱা নাই নাইবা বৃত্তিটোত কিছুমান আড্যৰস্ত, শ্ৰমবিমুখ, অলস, আৰাম-বিলাসী অযোগ্য লোকৰ অনুপ্ৰবেশ ঘটিছে। ইয়াৰ উপৰিও ব্যক্তিগত মালিকানাৰ হাতত এই বৃত্তিটো পৰাত গুণগত দিশটো উপেক্ষিত হোৱা যেন লাগে।

আশীৰ দশকত উপনীত হোৱা সাংবাদিকতাৰ এনে দুখজনক অৱস্থাৰ পটভূমিত ভট্টাচাৰ্যৰ সাংবাদিকৰ আদৰ্শ দৃষ্টান্ত হিচাপে স্পষ্ট হৈ উঠে। তেওঁ পৰিশ্ৰমী, নিৰলস আৰু বৃত্তিটোৰ প্ৰতি গভীৰ আস্থা থকা ব্যক্তি। আৰ্থিক অস্বচ্ছলতাৰ সুবিধা সত্বেও ভট্টাচাৰ্য সাহিত্য আৰু সাংবাদিকতা সমানে চলাই যায়। ভট্টাচাৰ্য যি সময়ত কলেজীয়া ছাত্ৰ সেই সময়ত অসমত দৈনিক সংবাদ-পত্ৰ নাই। যোৰহাটৰ গুচৰৰ ঢেকিয়ালৰ পৰা ১৯৩৬ চনত প্ৰথম দৈনিক কাকতখন

ওলাল। কেইবছৰমান চলাৰ পাছত কাগজখন বন্ধ হৈ যায়। সেই সময়টো আছিল দ্বিতীয় মহাযুদ্ধৰ সময়। সমগ্ৰ পৃথিৱীতে জনমানসত সাংবাদিক খবৰৰ ঔৎসুক্য। খবৰৰ প্ৰতি, নতুন সম্বেদ জনাৰ প্ৰতি মানুহৰ তেতিয়া অপৰিসীম আগ্ৰহ। তেনে সময়তে ১৯৪৫ চনত ভট্টাচাৰ্যই সাংবাদিকতাৰ জগতত প্ৰৱেশ কৰাৰ আহ্বান পায়। কলিকতাৰ পৰা স্বৰ্গীয় মাধৱ বেজবৰুৱাই 'বাঁহী' সম্পাদনা কৰি উলিয়াইছিল। ভট্টাচাৰ্যই বাঁহীত যোগ দিলে। মনত আশা আছিল কলিকতা বিশ্ববিদ্যালয়ত সাংবাদিকতা পঢ়িব। বিজ্ঞানৰ স্নাতক হোৱাৰ পিছতে তেওঁ কলিকতালৈ গৈছিল। আৰ্থিক সম্বল নথকাৰ বাবে তেওঁ এইদৰে উচ্চ শিক্ষা লাভ কৰাৰো কথা ভাবিছিল। কিন্তু 'বাঁহী' সৰহদিন নিটিকিল; সম্পাদক বেজবৰুৱাৰ মৃত্যুৰ লগে লগে কাগজখন বন্ধ হৈ যায়। কম দিনৰ ভিতৰতে গুণগত দিশত কাগজখনে সাফল্যও লাভ কৰিছিল।

বাঁহীৰ পিছত তেওঁ প্ৰখ্যাত সাংবাদিক হেমেন্দ্ৰ প্ৰসাদ বসুৰ ইংৰাজী দৈনিক "এডভান্স"ত চাব-এডিটৰ হিচাপে যোগ দিলে। কাম কৰি তেওঁৰ ভাল লাগিছিল। সম্পাদক বসুৱেও ভট্টাচাৰ্যৰ ঐকান্তিকতা আৰু নিষ্ঠা দেখি তেওঁক আলোচনী শাখাটো চাবলৈ দিলে। এনে সময়তে অৰ্থাৎ ১৯৪৬ চনৰ আগষ্ট মাহত কলিকতাত সাম্প্ৰদায়িক সংঘৰ্ষ হয়। মানুহে মানুহৰ প্ৰতি কিমান নিষ্ঠুৰ, কিমান নৃশংস হব পাৰে তাৰে বৰ্ব্বৰ ৰূপ তেওঁ প্ৰত্যেক্ষ কৰিলে। "সেই নিষ্ঠুৰ ঘটনা দেখাৰ পাছত বহু বছৰলৈ মোৰ চকুৰ পৰা চকুলো নোবোৱা হয়।"

কলিকতা এৰি তেওঁ গুৱাহাটীলৈ গুচি আহে। গুৱাহাটীলৈ আহি তেওঁ "আসাম ট্ৰিবিউন"অত সোমোৱাৰ কথা আছিল। কিন্তু তেওঁ শ্ৰীদেৱকান্ত বৰুৱাৰ "দৈনিক অসমীয়া"ত যোগ দিলে। কবি হিচাপে শ্ৰীবৰুৱা তেতিয়া বিশেষ জনপ্ৰিয়। কিন্তু শ্ৰীবৰুৱাই কিবা কাৰণত সম্পাদকৰ পদ ত্যাগ কৰে। পাছত নানা অসুবিধাৰ বাবে দৈনিক অসমীয়া বন্ধ হৈ যায়। কেই বছৰমান পাছত "নতুন অসমীয়া"ই আত্ম প্ৰকাশ কৰে। শ্ৰীহৰেন্দ্ৰনাথ বৰুৱা সম্পাদক। ভট্টাচাৰ্যৰ কাম নোহোৱা হ'ল। কিন্তু নগা বন্ধু বিচাং কিচিঙৰ অনুৰোধ ক্ৰমে তেওঁ উখৰুললৈ গ'ল। তাত শিক্ষকতা কৰিলে।

১৯৫৩ চনত তেওঁ পুনৰ গুৱাহাটীলৈ উভতি আহে। মাহেকীয়া আলোচনী "ৰামধেনু"ৰ সম্পাদকৰূপে নিযুক্ত হয়। ১৯৬৩ চনলৈ তেওঁ 'ৰামধেনু' সম্পাদনা কৰে। তেওঁৰ যত্নত 'ৰামধেনু' এখন উচ্চমান বিশিষ্ট সাহিত্য আলোচনীৰূপে

পৰিগণিত হয়। 'ৰামধেনু'ত তেওঁ লিখা সম্পাদকীয় প্ৰবন্ধ কিছুমান পৰৱৰ্তী কালত অনবদ্য দিগদৰ্শনকাৰী ৰচনা ৰূপে পৰিগণিত হয়। 'ৰামধেনু'ৰ সম্পাদকৰূপে থকা কালতে তেওঁ নগা জনজীৱনৰ আধাৰত লিখা "ইয়াৰুইঙম" নামৰ উপন্যাসখনে সাহিত্য একাডেমীৰ বঁটা লাভ কৰে। ভট্টাচাৰ্যৰ ভাষাত সেই বঁটাই তেওঁৰ কাল হ'ল। তেওঁ 'ৰামধেনু' এৰিলে। বঁটা পোৱাৰ পাছত হেনো তেওঁক মালিক পক্ষই কলে, "আপুনি আৰু সদায় অফিচলৈ আহিব নালাগে। দুই তিনি দিনৰ মূৰে মূৰে আহিলেও হ'ব।" তাৰ পিছত এদিন দেখিলে তেওঁৰ লেখা যথাযথভাৱে প্ৰকাশ নোপোৱা হ'ল। তেওঁৰ অজানিতে বহু কথাই হ'বলৈ ধৰিলে। বাধ্য হৈ তেওঁ পদত্যাগ কৰিলে। সময় ১৯৬৩ চন। পাৰ লগীয়া টকা এহেজাৰমানো পাবলৈ থাকিল। তাৰ পিছত তেওঁ সাপ্তাহিক কাকত "নৱযুগ"ত সম্পাদক হিচাপে যোগ দিলে। চাৰি বছৰকাল চলাৰ পাছত কাগজখন বন্ধ হৈ গ'ল।

কিন্তু ভট্টাচাৰ্যৰ সাংবাদিকতা বন্ধ হৈ নগ'ল। তেওঁ free lancer হিচাপে লিখিবলৈ ধৰিলে। 'দৈনিক অসম' আৰু 'আসাম ট্ৰিবিউন'ৰ উপৰিও তেওঁ বাহিৰৰ কাগজতো প্ৰবন্ধ লিখি আছে। ১৯৬৮ চনত তেওঁ বোম্বেৰ "Economic and Politica' Weekly"ৰ গুৱাহাটীৰ সংবাদদাতা নিযুক্ত হয়। মাহেকত বানচ (retainer fee) দিয়ে মাত্ৰ ৭৫ টকা। এবছৰ সেইদৰে কাৰ্য নিৰ্বাহ কৰাৰ পাছত তেওঁ সেই কাম বাদ দিলে। ১৯৬৭ চনৰ পৰা আজিলৈকে ভট্টাচাৰ্যই নিৰলসভাৱে সাংবাদিকতা কৰি আহিছে। ইয়াৰ ভিতৰতে তেওঁ গুৱাহাটী বিশ্ববিদ্যালয়ৰ সাংবাদিকতা বিভাগত প্ৰবক্তা হিচাপে নিযুক্ত হয়। ভট্টাচাৰ্যৰ সাংবাদিক জীৱনলৈ লক্ষ্য কৰিলে দেখা যায়, এই বৃত্তিৰ লগত জড়িত লোকৰ জীৱন অতি কষ্টৰ, অতি অনিশ্চয়তাৰ। এই কথা ভালদৰে জানিও বহুতে সাংবাদিকতাৰ সেৱা কৰে সামাজিক দায়বদ্ধতাৰ বাবে, কাম কৰি পোৱা আনন্দ লাভৰ বাবে। ব্যক্তিগত মালিক অনুষ্ঠানত কাম কৰাৰ বিপদৰ কথা জানিও, ব্যক্তিগত মালিকৰ খেয়ালখুচীৰ দুৰন্ত পৰিণতিৰ কথা জানিও বৃত্তিটো ভালপোৱা লোকে সংবাদ-সেৱা কৰিবলৈ আহে। বহুতে আশাভঙ্গৰ তাড়নাত ভগ্ন হৃদয় হৈ শিক্ষকতা আদি গ্ৰহণ কৰি জীৱিকাৰ তাগিদ পূৰাবলৈ বাধ্য হয়।

সাংবাদিকতা বৃত্তি কণ্টকাকীৰ্ণ বুলি জানিও যিসকলে ইয়াত প্ৰৱেশ কৰে সেইসকলৰ এটা মিছন আছে; সামাজিক দায়বদ্ধতা আছে। আমীৰ ৰথকত

ইয়াৰ বহুতো বৈসাদৃশ্যও পৰিলক্ষিত হৈছে। সেয়েহে প্ৰশ্ন উঠিছে এশ ছত্ৰিশ বছৰীয়া অসমীয়া সাংবাদিকতা গুণগত দিশত কিয় অগ্ৰসৰ হ'ব পৰা নাই? তাৰ উত্তৰ পাবলৈ অন্তৰ্দৃষ্টি আৰু আত্মচিন্তনৰ প্ৰয়োজন। সাম্প্ৰতিক কালত সাংবাদিকতাই বিশেষ গুৰুত্ব লাভ কৰিছে। সময়ৰ পৰিবৰ্তিত তথা অনুকূল পৰিস্থিতিত ভট্টাচাৰ্যৰ আদৰ্শই যদি বৃত্তিটোৰ লগত জড়িত লোকসকলক অনুপ্ৰাণিত কৰে তেনেহলে অতি কম সময়ৰ ভিতৰত অসমতো গুণগত দিশত সাংবাদিকতাই অগ্ৰগতি লাভ কৰিব। ভট্টাচাৰ্যৰ ঐকান্তিক প্ৰচেষ্টাই বৃত্তিটোৰ উৎকৰ্ষত অভাবনীয় অৰিহণা যোগাইছে। অনাগত দিনৰ সাংবাদিকসকলে ভট্টাচাৰ্যৰ জীৱনৰ পৰা প্ৰেৰণা লাভ কৰাৰ সুযোগ পাব।

সাংবাদিক হিচাপে ভট্টাচাৰ্যৰ অন্যতম বৈশিষ্ট্য হ'ল তীব্ৰ সচেতনতা বোধ। অসমীয়া ভাষা, জনগোষ্ঠী, ঐতিহ্য আৰু বিভিন্ন গোষ্ঠীৰ সমাহাৰত গঢ় লৈ উঠা এই জাতিটোৰ সাংস্কৃতিক বৈশিষ্ট্য তথা ৰাজনৈতিক অস্তিত্বৰ যিকোনো ভাবুকিৰ প্ৰতি ভট্টাচাৰ্য সদাজাগ্ৰত। এনেবোৰ সমস্যাৰ ওপৰত তেওঁ তেওঁৰ বক্তব্য কেতিয়াও ব্যক্ত নকৰাকৈ থকা নাই। 'ৰামধেনু'ৰ সম্পাদক থকা সময়ত সাহিত্য চৰ্চাৰ ক্ষেত্ৰ অধিক ব্যাপক আৰু বিস্তৃত কৰাৰ বাবে আৰু তাৰ মাজত বিভিন্ন জনগোষ্ঠীৰ নিজস্ব মহিমা প্ৰতিফলিত কৰাৰ বাবে তেওঁ প্ৰচেষ্টা চলায়। 'ৰামধেনু'ৰ মাধ্যমত অসমত এচাম প্ৰতিভাশীল সাহিত্যিকক চিহ্নিত কৰিব পৰাটো সাংবাদিক হিচাপে ভট্টাচাৰ্যৰ স্থায়ী অৱদান বুলি ক'ব পাৰি। 'নৱযুগ'ৰ মুকলি চিন্তা শিতানত ভট্টাচাৰ্যই সমসাময়িক সমস্যাক ওপৰত তত্ত্বগধুৰ প্ৰবন্ধ লেখি নিজস্ব বক্তব্য দাঙি ধৰিছিল। ইয়াৰ দ্বাৰা এহাতে যেনেকৈ এটা জনমত গঢ়ি তোলাৰ প্ৰয়াস কৰা হৈছিল আনহাতে তাৰ দ্বাৰা সামূহিকভাৱে এটা চিন্তা-চৰ্চাৰ পথো মুকলি কৰি দিছিল। সবাতোকৈ ডাঙৰ কথা 'ৰামধেনু' আৰু 'নৱযুগ'ৰ মাধ্যমত ভট্টাচাৰ্যই বৌদ্ধিক পৰিবেশ এটা ৰচনা কৰাৰ বাবে নিৰন্তৰ প্ৰচেষ্টা চলায়। সংবাদপত্ৰই জনমানসত বিশেষ প্ৰভাৱ পেলায়। গতিকে জনসাধাৰণক কেনেভাৱে অৱগত কৰা হয় তাৰ ওপৰত বহু কথা নিৰ্ভৰ কৰে। যি কোনো সমস্যা এটাৰ প্ৰতি কেনে দৃষ্টিভঙ্গী ল'ব লাগে সেইটো সংবাদপত্ৰই বহু সময়ত প্ৰভাৱান্বিত কৰে। ভট্টাচাৰ্যৰ লেখাৰ মাজত সদায় বহল দৃষ্টিভঙ্গী প্ৰকাশ পায়। সেই বুলি নিজৰ বক্তব্য প্ৰকাশ কৰাৰ বাবে কোনোবাই যেয়া পাব গতিকে মৌন হৈ

বহি থকাৰ প্ৰৱণতা তেওঁৰ নাই। বক্তব্য স্পষ্ট আৰু নিৰ্ভিকভাৱে কব পৰাটোৱেই সৎ সাংবাদিকতাৰ বৈশিষ্ট্য।

ভট্টাচাৰ্যই তেওঁৰ সংঘাতপূৰ্ণ সাংবাদিক জীৱনত ক'তো আপোচ কৰা নাই। স্বতন্ত্ৰতা থকা বুলিয়েই তেওঁ এই বৃত্তি বাছি লৈছিল। য'তেই তেওঁ স্বতন্ত্ৰতা হেৰুওৱাৰ উপক্ৰম হয় তাৰ পৰাই তেওঁ সসন্মানে আঁতৰি আহে। মালিক পক্ষ সাধাৰণতে হৃদয়হীন হয়। তেওঁলোকৰ বিবেচনাৰ মাপকাঠি কি ধৰা টান। সাধাৰণতে তেওঁলোক বুদ্ধিমত্তাৰ মূল্যায়ন কৰাত ব্যৰ্থ হয়। তেওঁলোকৰ অন্য মানদণ্ড আছে। আকৌ কোনোবা কাগজত কাম কৰিব নেকি বুলি সুধিলে ভট্টাচাৰ্যই কয়, "বৰ ভয় লাগে দেখোন।" কাৰণ তেওঁৰ তিক্ত অভিজ্ঞতা আছে। সাহিত্য একাডেমীৰ বাঁটাই ব্যক্তিগত মালিকানাৰ অনুষ্ঠানত মৰ্যাদা নাপালে। এই মালিক পক্ষক সততে সহায় কৰে তেওঁলোকৰে অনুগত এজন-দুজনে, যিসকলে মালিকৰ পক্ষলৈ সহযোগী সাংবাদিকৰ সৰ্বনাশ কৰে। সেই ক্ষুদ্ৰ চক্ৰটো মালিক পক্ষতকৈও অধিক ভয়াবহ। অসমৰ সাংবাদিকতাই গুণগত দিশত উন্নতি লাভ কৰিব নোৱাৰাৰ এনেবোৰ অন্তৰায় অন্যতম কাৰণ। এইবোৰৰ উৰ্ধলৈ উঠি অহাৰ বাবে ভট্টাচাৰ্যৰ দৰে অজেয় মনোবল লাগে।

নানা ঘাতপ্ৰতিঘাত নেওচি যাব পৰাৰ গুণতে ভট্টাচাৰ্যই সাহিত্য আৰু সাংবাদিকতা উভয় ক্ষেত্ৰতে প্ৰসিদ্ধি লাভ কৰিবলৈ সক্ষম হয়। প্ৰকৃত অৰ্থত সাহিত্যিক আৰু সাংবাদিকৰ মাজত পাৰ্থক্য বৰ ক্ষীণ। উভয়ৰে ধৰ্ম লিখা। সেই লেখা সংবেদনশীল হলে মৰ্যাদা লাভ কৰে। সাহিত্যিক আৰু সাংবাদিক উভয়ৰে বিচৰণ ক্ষেত্ৰ সমাজ আৰু অধ্যয়নৰ বিষয় মানুহ আৰু সমাজ-ব্যৱস্থা। প্ৰাত্যহিক সমস্যা, ঘটনা, আশা-আকাঙ্খা সকলোৰে প্ৰতি তেওঁলোকে দৃষ্টি দিয়ে। বিজ্ঞান আৰু প্ৰযুক্তি বিদ্যাৰ উৎকৰ্ষৰ লগে লগে তেওঁলোকৰ দৃষ্টিত নতুন নতুন ক্ষেত্ৰ উন্মোচিত হৈছে। সময়ৰ লগে লগে সাহিত্যিক আৰু সাংবাদিকৰ ভূমিকাও বিশেষভাৱে পৰিব্যাপ্ত হৈ পৰিব। বৃত্তিটো কণ্টকাকীৰ্ণ হলেও এইটো এটা অতি মহৎ বৃত্তি। ব্যৱসায়-বাণিজ্যৰ প্ৰসাৰৰ লগে লগে বৃত্তিটোৰ অৰ্থকাৰিতাৰ পৰিসৰ বাঢ়ি গৈছে। এটা সৎ আৰু সুস্থ অনুষ্ঠানৰ দ্বাৰা পৰিচালিত সংবাদপত্ৰৰ লগত জড়িত সাংবাদিকে হয়তো সন্মানজনকভাৱে জীয়াই থাকিব পৰা হৈছে।

ভট্টাচাৰ্যৰ সাংবাদিক জীৱনে পৰৱৰ্তী কালৰ সাংবাদিকসকলক আগবাঢ়ি

তোমাৰ বাবে প্ৰেৰণা দিব। জীৱনত ঘাতপ্ৰতিঘাত আছেই। সাংবাদিকতা বৃত্তিত হয়তো সেই প্ৰতিঘাত আৰু বেছি। তথাপি অনুবৰ্তীসকল আগবাঢ়ি যাব লাগিব।

আমাৰ মাজত আক্ষৰিক অৰ্থত বহু সাংবাদিক আছে। কিন্তু প্ৰকৃত সাংবাদিক অতি কম সংখ্যকহে আছে। ভট্টাচাৰ্য সেই লঘিষ্ঠ সংখ্যকৰ এজন। এজন প্ৰকৃত সাংবাদিক, দায়িত্বশীল সাংবাদিক।

# ড° ভট্টাচাৰ্যৰ গৱেষণা-গ্ৰন্থ : এটি আভাস

অধ্যাপক শ্ৰীৰমেশ পাঠক

বহুমুখী প্ৰতিভাৰ আকৰ স্বৰূপ ড° বীৰেন্দ্ৰকুমাৰ ভট্টাচাৰ্য একাধাৰে ঔপন্যাসিক, কবি, গল্পকাৰ, সমালোচক, গৱেষক, সম্পাদক, ৰাজনীতিবিদ, ৰাজনৈতিক ভাষ্যকাৰ আৰু সমাজসেৱী। এনেধৰণৰ প্ৰতিভা সাধাৰণতে বহুধা বিভক্ত হৈ হেৰাই যোৱাৰ সম্ভাৱনাই অধিক যদিও অনন্য ব্যতিক্ৰম হিচাবে ড° ভট্টাচাৰ্যই প্ৰতিটো দিশতে সাৰ্থক ৰবঙণি যোগাবলৈ সক্ষম হৈছে। সাহিত্য প্ৰতিভাৰ বিস্তৃত পথাৰখনত অ'ত ত'ত তেখেতৰ দুই এটা ব্যৰ্থতাৰ নিদৰ্শন থাকিলেও পৰাজয়ৰ গ্লানি নাই। সম্পাদক হিচাবে এক দশকৰো অধিক কাল 'ৰামধেনু' আলোচনীখনৰ যোগেদি তেখেতে অসমীয়া সাহিত্যৰ ইতিহাসত 'ৰামধেনু যুগ' নামেৰে এটা স্বকীয়া যুগ চিহ্নিত কৰিবলৈ সক্ষম হৈছিল। 'বিষুবাতা এতিয়া কিমান ৰাতি' নামৰ তেখেতৰ কবিতাটো অসমীয়া সাহিত্যৰ পাঠকৰ বাবে এতিয়াও এক বিস্ময়কৰ অভিজ্ঞতা। ঔপন্যাসিক হিচাবে 'ইয়াৰুইঙ্গম'ৰ বাবে সাহিত্য-অকাদেমীৰ পুৰস্কাৰ (১৯৬২) আৰু 'মৃত্যুঞ্জয়'ৰ বাবে ভাৰতীয় সাহিত্যিকৰ লোভনীয় স্বপ্ন জ্ঞানপীঠ বঁটা (১৯৭৯) লাভ কৰা ড° ভট্টাচাৰ্যই বয়সৰ দিশৰপৰা কনিষ্ঠতম ব্যক্তি। 'মৃত্যুঞ্জয়'ৰ যোগেদি ড° ভট্টাচাৰ্যই অসমীয়া সাহিত্যক এক নতুন মৰ্যাদা দান কৰিলে।

ব্যক্তি হিচাবে 'চিৰিয়াছ' আৰু মূলতে সৃষ্টিশীল লেখক (I am more of a writer than a academic. "Preface, 'Satire and Humour in Assamese Literature' আৰু 'I would humbly say that I am committed to the path of integrating beauty and truth in life and would be so all the more hereafter." জ্ঞানপীঠ বঁটা গ্ৰহণ কৰি দিয়া বক্তৃতা) ড° ভট্টাচাযৰ অন্য এক ব্যতিক্ৰম হ'ল তেখেতৰ গৱেষণা গ্ৰন্থখন। ব্যক্তিত্ব বা কৰ্মজীৱনৰ লৈতে সাধাৰণতে খাপ নোখোৱা এনে এটা বিষয়ত

নিৰ্বাচন প্ৰথম দৃষ্টিত উদ্ভট যেন লাগিলেও তেখেতৰ নিজৰ ব্যাখ্যা পোৱাৰ পিছত পি আৰু সাঁথৰ হৈ নেথাকে। 'Humour and Satire in Assamese Literature'ৰ বাবে বিষয়বস্তু নিৰ্বাচনৰ কাৰণ সম্পৰ্কে তেখেতে লিখিছে: "This study was partly the result of my quest to know an aspect of my own literary heritage and partly the sheer outward necessity." (Preface). আৰু সম্ভৱতঃ এই জিজ্ঞাসাৰ বাবেই গ্ৰন্থখনৰ পৰা তেখেতে জনা সমসাময়িক যুগৰ ৰচনাৰাজি আলোচনাৰ অন্তৰ্ভুক্ত কৰা নাই। এনে কৰাৰ ফলত ড° ভট্টাচাৰ্যৰ ব্যক্তিগত জিজ্ঞাসাৰ তৃষ্ণা পৰিতৃপ্ত হলেও অথবা 'outward necessity' পূৰণ হলেও 'অসমীয়া সাহিত্যত হাস্য আৰু ব্যঙ্গৰস'ৰ পাঠকৰ গভীৰ আক্ষেপ আৰু শ্ৰদ্ধাজনিত ক্ষোভ এটা বৈ যোৱাৰ সম্ভাৱনা—সেইটো হ'ল বেজবৰুৱাৰ পিছৰ ব্যঙ্গ্য আৰু হাস্যৰসাত্মক ৰচনাৰ সৈতে পাঠকক ইচ্ছাকৃতভাৱে বঞ্চিত কৰাটো। গৱেষণা-গ্ৰন্থ এখনত সকলোবোৰ যুগকেই যে সামৰিব লাগিব, তেনে এটা কথা নাই। কিন্তু অসমীয়া সাহিত্যৰ পাঠকৰ লগতে ড° ভট্টাচাৰ্যয়ো জানে যে প্ৰকৃত অৰ্থত ব্যঙ্গাত্মক হাস্যৰসাত্মক ৰচনা বেজবৰুৱাৰ পিছতো অলেখ হৈছে যিবোৰৰ বিজ্ঞানসম্মত আলোচনাতো দূৰৰ কথা, প্ৰণালীবদ্ধ বিশ্লেষণো হোৱা নাই। গৱেষণা-গ্ৰন্থ হিচাবে ইয়াক বিশেষ সময়ত সীমাবদ্ধ কৰিলেও গ্ৰন্থ আকাৰে প্ৰকাশ কৰা সময়ত ইয়াক আধুনিক যুগৰ আলোচনাৰে সমৃদ্ধ কৰাহেঁতেন আমাৰ আক্ষেপৰ থল নেথাকিলহেঁতেন।

গৱেষণা-গ্ৰন্থখনত আলোচনাৰ সুবিধাৰ্থে ড° ভট্টাচাৰ্যই দুটা যুগত ভাগ কৰিছে—প্ৰাচীন আৰু আধুনিক। প্ৰাচীন যুগক কবিতা আৰু গদ্য এই দুটা শাখাত আৰু আধুনিক যুগক কবিতা, গদ্য আৰু নাট—এই তিনিটা শাখাত ভগাইছে। ইয়াৰ উপৰিও অৱতৰণিকা (Introduction) আৰু সোধনি (Conclusion) দুটা অধ্যায় আছে। অৱতৰণিকাত প্ৰাচ্য আৰু পাশ্চাত্যৰ হাস্যৰসৰ ধাৰণাৰ বিষয়ে আলোচনা কৰাৰ লগতে গ্ৰন্থখনৰ আঁচনিৰ আভাস দিছে। এইবোৰ মূল বিষয়বস্তুত প্ৰবেশ কৰাৰ বাবে প্ৰস্তুতিহে—বিষয়বস্তু নহয়।

প্ৰাচীন যুগত হাস্যৰসৰ উদ্দেশ্য আছিল শ্ৰোতা-পাঠকক বিমল হাস্যৰসৰ যোগান ধৰা। সমাজৰ বা ব্যক্তিৰ দোষ-ত্ৰুটি অংকন কৰা আৰু তাৰ যোগেৰে সমাজৰ সংস্কাৰ কৰাৰ উদ্দেশ্য এই যুগৰ লেখকসকলৰ নাছিল। তদুপৰি হাস্যৰ যোগান ধৰা হৈছিল অন্যৰসৰ আনুষঙ্গিক ৰস হিচাবেহে। প্ৰাচীন সাহিত্যত হাস্যৰস সম্পৰ্কে তেখেতে লিখিছে—"The laughter in ancient literature

was mainly farcical or low comedy. Sex was the most popular subject matter," মন্তব্যটোৰ লগতে প্ৰাচীন সাহিত্যৰপৰা শৃঙ্গাৰ ৰসাত্মক হাস্যৰসৰ অনেক উদাহৰণ তেখেতে মন্তব্যসহ উদ্ধৃত কৰিছে। 'ভীম-চৰিত' আৰু 'বধ-কাব্য'ৰ হাস্যৰসাত্মক বৰ্ণনাবোৰৰ ক্ষেত্ৰত এই মন্তব্য প্ৰযোজ্য হ'বনে নহয়, সেইবিষয়ে দ্বিমত হোৱাৰ অৱকাশ আছে। মাধৱদেৱৰ ৰচনাৰ শ্ৰীকৃষ্ণৰ চতুৰালি আৰু নন্দ-যশোদাৰ কাজিয়াখনৰ কথাও এই ক্ষেত্ৰত উল্লেখ কৰিব পাৰি। এই মন্তব্য কৰাৰ কিছু আগতে ড° ভট্টাচাৰ্যই 'ভীম-চৰিত' সম্পৰ্কে মন্তব্য কৰিছিল যে 'ভীম-চৰিত'ৰ হাস্য আৰু ব্যঙ্গৰ অপূৰ্ব সমন্বয় ঘটিছে য'ত প্ৰত্যেকটো চৰিত্ৰৰ ব্যৱহাৰেই উদ্ভট আৰু বিসঙ্গতিপূৰ্ণ। শিৱ ইয়াত খেতিয়ক, পাৰ্বতী এগৰাকী গাঁৱলীয়া গৃহিণী, ভীম চাকৰ আৰু কুবেৰ সুদখোৰ মহাজন। ড° ভট্টাচাৰ্যৰ মন্তব্য: 'There is a satiric element in it. Kubera, the money lender, is subjected to ridicule. There is comedy in Bhima's humorous comments on Śiva's poverty. The Viśvāmitra episode may contain an indirect criticism of contemporary judicial process."

আধুনিক যুগত পাশ্চাত্য সংস্কৃতিৰ প্ৰত্যক্ষ প্ৰভাৱৰ ফলত হাস্য আৰু ব্যঙ্গাত্মক ৰচনাই বিস্তৃতি আৰু গভীৰতা লাভ কৰে। কেৱল ব্যঙ্গকেই মৌলিক উপাদান হিচাবে লৈ সাহিত্য সৃষ্টিৰ প্ৰচেষ্টা বৰ্তমান যুগতহে আৰম্ভ হয়। প্ৰাচীন যুগত হাস্যক ইমান গুৰুত্ব দান কৰা হোৱা নাছিল। প্ৰাচীন সাহিত্যত হাস্য ৰসাত্মক ৰচনা কাচিৎহে পোৱা যায়। আধুনিক যুগত কিন্তু সামাজিক অথবা ব্যক্তিবিশেষৰ দোষ-ত্ৰুটি আঙুৰাই সমাজখন নিকা কৰাৰ হাতিয়াৰ হিচাবে সাহিত্যিকসকলে ব্যঙ্গাত্মক ৰচনাক সৰ্বাধিক গুৰুত্ব দিয়ে।

বৰ্তমান যুগৰ অসমীয়া ব্যঙ্গাত্মক সাহিত্য সম্পৰ্কে ড° ভট্টাচাৰ্যই মন্তব্য কৰিছে: "The satirical reaction to conservatism of the traditional society was felt both in poetry and fiction. The satiric verse emerged as a new form in Assamese literature," গ্ৰন্থখনৰ চতুৰ্থ অধ্যায়ত পাঁচজন গদ্য লেখকৰ (হেমচন্দ্ৰ বৰুৱা, গুণাভিৰাম বৰুৱা, যজ্ঞেশ্বৰ বৰা, সত্যনাথ বৰা আৰু লক্ষ্মীনাথ বেজবৰুৱা)ৰ ৰচনাত ব্যঙ্গাত্মক দিশটো কিদৰে প্ৰকাশিত হৈছে সেইবিষয়ে তেখেতে আলোক-সন্ধানী মন্তব্য কৰিছে। অসমীয়া-সাহিত্যৰ প্ৰথম ব্যঙ্গাত্মক ৰচনা হেমচন্দ্ৰ বৰুৱাৰ "বাহিৰে

বং চং ভিতৰে কোৱাভাতুৰী" সম্পৰ্কে বিখিনি আলোচনা কৰিছে, এক কথাত 'চিন্তা উদ্ৰেককাৰী' বুলি কব পাৰি। হেমচন্দ্ৰৰ ব্যঙ্গ তিতা আৰু নিৰ্দয় (bitter and merciless)। গুণাভিৰামৰ ৰচনাৰপৰা অলেখ উদ্ধৃতিসহ হাস্য আৰু ব্যঙ্গ্যৰ উদাহৰণ দিয়াত আলোচনাখিনি সবল হৈছে। 'কমিটি' মানে কুমটিৰ ঘৰে কথা খোচৰা, 'চাহাব' মানে চাহ খাই বি জীয়াই থাকে ইত্যাদি। গুণাভিৰাম বৰুৱাৰ 'কঠিন শব্দৰ ৰহস্য ব্যাখ্যা' সম্পৰ্কত ড° ভট্টাচাৰ্যই মন্তব্য কৰিছে যে যদিও শব্দকে লৈ ইয়াত হাস্যৰস সৃষ্টি কৰা হৈছে তথাপি লেখকৰ কল্পনাৰ সুসংহত ছবিৰ অভাৱত মন্তব্যবোৰ বিক্ষিপ্ত হৈয়েই ৰ'ল, যাৰ ফলত সামগ্ৰিক প্ৰভাৱ এটা অনুভূত নহয়। নিজৰ বক্তব্যক অধিক স্পষ্ট কৰিবৰ কাৰণে সমসাময়িক সমালোচকৰ মন্তব্য এটাও উদ্ধৃত কৰি দিছে—Gunabhiram's *Kathin sabdar rahasya byakhya* is a dry bomboo peg which was devoid of juice, মোৰ ধাৰণা, ড° ভট্টাচাৰ্যৰ মন্তব্যৰ লগতে একমত হোৱাৰ সম্ভাৱনা থাকিলে উদ্ধৃত সমালোচকৰ মন্তব্যৰ লগতে একমত প্ৰকাশ কৰা কঠিন হ'ব।

লম্বোদৰ বৰাৰ ৰচনা-চাতুৰ্যক ড° ভট্টাচাৰ্যই সাৰ্থকভাৱে উপস্থাপন কৰিছে। "বেদ পঢ়া বাপু সকলৰ মন দয়াৰে কোমল হলেও তেওঁলোকে ম'হ-ছাগলী আদি পশু বলি দিয়াত বৰ নিদাৰুণ," অথবা "মাতৃ-ভাষা লেখা, কোৱা বা পঢ়া, সদানন্দৰ 'beneath the dignity" অথবা "হে পাকৰ সৰস্বতী আই, অসমীয়া সমাজ এতিয়াও সভ্য হব নোৱাৰিলে, এতিয়াও বিলাতী পানী, বিলাতী বতাহ, বিলাতী হেট-কোট, বিলাতী খানাৰ যোগ মুখুজিলে" ইত্যাদি উদ্ধৃতিৰে ড° ভট্টাচাৰ্যই লম্বোদৰ বৰাৰ ব্যঙ্গ ৰচনাৰ ওপৰত কৰা মন্তব্যবোৰ সুন্দৰ আৰু যথাৰ্থ হৈছে। লম্বোদৰ বৰাৰ বিষয়ে ভট্টাচাৰ্যৰ এটি মন্তব্য—"Lambodar Bora was against blind and superficial imitation of western culture. Much of his satire against blind imitation of foreign manners and underestimation of one's own langnage had a topical validity."

মূলতে প্ৰবন্ধ-লেখক সত্যনাথ বৰাৰ ব্যঙ্গ ৰচনা 'কেন্দ্ৰ সভা' সকলোৰে পৰিচিত। কিন্তু অন্য দুই এক ৰচনাৰ খবৰহে আমি নেজানো। ড° ভট্টাচাৰ্যই এনে ৰচনাবো উদ্ধৃতিসহ মন্তব্য দিছে। যেনে—

"গুনছানা আপীগিলা খাজ্‌না বাঢ়েইছি
দিবা নস্নি নিবোক ধৰি পিয়াধা লগেদি।" ইত্যাদি।

অন্যান্যসকলৰ দৰে ভট্টাচাৰ্যয়ো লক্ষ্মীনাথ বেজবৰুৱাৰ ক্ষেত্ৰত প্ৰশংসামুখৰ। কিন্তু অন্য বহুতে যি কাৰণত বেজবৰুৱাক প্ৰশংসাৰ চকুৰে চায়, তেওঁলোকতকৈ যে ড ভট্টাচাৰ্য কিছু সুকীয়া সেই কথা তেখেতৰ বিশ্লেষণবোৰ পঢ়ি চালেহে বুজিব পাৰি।

নাট আৰু কবিতাৰ ক্ষেত্ৰতো একেদৰে ড° ভট্টাচাৰ্যই আলোকপাত কৰিছে। এইবোৰ আন বহুজন গবেষকৰ দৰে যে নহয় সেই কথা গ্ৰন্থখনৰ সকলো ঠাইতে সিঁচৰতি হৈ আছে।

আমি আগতেই কৈ আহিছোঁ, এইখন এখন গবেষণা গ্ৰন্থ আৰু ইয়াৰ লগত guide ড° সত্যেন্দ্ৰনাথ শৰ্মা আৰু পৰীক্ষক ড° আৰ, কে, দাসগুপ্ত আৰু প্ৰমথনাথ বিশীৰ দৰে ব্যক্তিও পৰোক্ষ বা প্ৰত্যক্ষভাৱে জড়িত হৈছে। তথাপি, সাধাৰণ পাঠক হিচাবে আমাৰ অনুভৱ হৈছে—প্ৰাচীন যুগৰ ৰচনাৰ ক্ষেত্ৰত গদ্য আৰু কবিতা দু'টা ভাগ কৰা হ'ল; কিন্তু আধুনিক যুগত গদ্য, কবিতা আৰু নাট তিনিটা ভাগ কৰা হ'ল। প্ৰাচীন যুগৰ নাটবোৰক যদি সুকীয়া শিতান এটা দিয়া নগ'ল, আধুনিক যুগৰ ক্ষেত্ৰত দিয়া হ'ল কিয়? তদুপৰি আধুনিক যুগৰ গদ্য আলোচনাৰ ক্ষেত্ৰত গল্প, উপন্যাস, ব্যঙ্গ্য-হাস্যৰসাত্মক ৰচনা আদি ভাগত ভগাই আলোচনা কৰা হলে আমি আৰু বেছি মন্তব্য ড° ভট্টাচাৰ্যৰ দৰে প্ৰথিতযশা ব্যক্তিৰপৰা পালোঁহেঁতেন!! আৰু এটি কথা, অসমীয়া ব্যঙ্গ্য বা হাস্যৰসাত্মক ৰচনাৰ আলোচনাত বেজবৰুৱাক অকলে সুকীয়া অধ্যায় এটিত আলেচনা কৰিলেও ক্ষতি একো নাছিল।

এইখিনি কথা কোৱাৰ অৰ্থ এইটো নহয় যে গ্ৰন্থখন ত্ৰুটিপূৰ্ণ হৈছে। যিখিনি মূল্যবান আলোচনা পালোঁ, তাতোকৈ অধিক পোৱাৰ লোভ বৈ গ'ল বাবেহে কথাখিনি কৈছোঁ। গ্ৰন্থখনৰ অসমীয়া ৰূপ এটা উলিয়ালে কেনে হয় বাৰু?

সামৰণিত কওঁ, অন্য বহুজন গবেষকৰ গৱেষণা-গ্ৰন্থৰ দৰে এইখন গৱেষণা-গ্ৰন্থ নহয়—তাতকৈ কিছু সুকীয়া। এজন পণ্ডিত ব্যক্তিৰ পৰ্যালোচনা এয়া—ব'ত বিষত হ'ব লাগিলেও ছুৱাৰ ভাবিব লাগে। ড° ভট্টাচাৰ্যলৈ আমাৰ অভিনন্দন।

# বীৰেন্দ্ৰকুমাৰৰ গদ্যশৈলীৰ এটি আভাস

ডক্টৰ সত্যেন্দ্ৰনাৰায়ণ গোস্বামী

সাহিত্য চৰ্চা বা শিল্পকৰ্মৰ বাবে যি কোনো শিল্পী-সাহিত্যিকে প্ৰেৰণা লাভ কৰে চৌপাশে আৱৰি থকা সমাজখনৰপৰা। পাৰিপাৰ্শ্বিক জগতখনত ঘটি থকা সৰু-বৰ কিম্বা ভাল-বেয়া ঘটনা প্ৰবাহৰ লগত সংস্থাপিত হোৱা নিবিড় সম্পৰ্কই কেৱল যে তেওঁৰ অভিজ্ঞতাকেই পৰিপুষ্ট কৰি ক্ষান্ত থাকে এনে নহয়, মানসিক চিন্তা জগততো এক প্ৰচণ্ড আলোড়নৰ সৃষ্টি কৰে। সেই ভাৱাবেগ যিমানে গভীৰতালৈ সোমাই যায় সিমানে হৈ পৰে তেওঁ সৃষ্টিৰ প্ৰতি অধিক আগ্ৰহশীল, আৰু সিয়েই প্ৰাণৱন্ত হৈ উঠে তেওঁৰ লিখনীৰ মাজত। গতিকে ব্যক্তিগত অভিজ্ঞতা, চিন্তাৰ গভীৰতা, ভাৱাবেগৰ সবলতা আৰু সৰ্বোপৰি সেই নৱ উপলব্ধিক সুপৰিকল্পিতভাৱে ৰুচিমাৰ্জিত ৰূপত উপস্থাপন কৰাই হৈ পৰে লিখকৰ একমাত্ৰ লক্ষ্য। সমাজৰ প্ৰতি তেওঁ যিদৰে দায়বদ্ধ সেই একেদৰে তেওঁৰ সৃষ্টিত তথা সাহিত্যকৰ্মত, কলাত অভিনৱত্ব আৰোপ কৰি তাক সৰ্বজনৰ হৃদয়স্পৰ্শী কৰিবলৈকো তেওঁ কৃতসংকল্প। কেৱল নিজৰ মনত আনন্দৰ জোৱাৰ সৃষ্টি কৰিলেই নহ'ব, আনৰ প্ৰাণতো দিগন্ত প্ৰসাৰিত আনন্দৰ খলকনি তুলিব পাৰিব লাগিব। তাকে কৰিবলৈ হ'লে ব্যক্তিগত উপলব্ধি আৰু ভাৱাবেগৰ লগত প্ৰাণৰ সম্পৰ্ক গভীৰ হৈ উঠিব লাগিব; তেতিয়াহে তেওঁৰ প্ৰকাশৰীতিয়ে বাধাৰ সুউচ্চ উৰ্মিমালাকো নেওচি আহিব পাৰিব আৰু ৰচনাৰীতিৰ তেনেকুৱা সৰস সতেজতাইহে পাঠকক বিস্ময় বিমুগ্ধ কৰিব পাৰে। দৰাচলতে সাহিত্যৰ মাজেৰে প্ৰাণৱন্ত হৈ জিলিকি উঠে লিখকৰ ব্যক্তিগত দৰ্শন। সিয়েই তেওঁৰ বক্তব্যৰ, ৰচনাৰ অন্তৰ্নিহিত সত্য সম্পদ। সেই সত্য উপলব্ধিৰ ওপৰত সাহিত্যিকৰ ৰচনাৰ ভাল-মন্দ গুণাগুণ নিৰ্ভৰশীল। অৱশ্যে ৰচনাৰ সবলতা, মনোৰঞ্জনতা আৰু ভাৱসমৃদ্ধশীলতা বহুলাংশে নিৰ্ভৰ কৰে লিখকৰ প্ৰকাশভঙ্গিৰ ওপৰত। সাহিত্যিকৰ প্ৰকাশভঙ্গি অৰ্থাৎ ৰীতিবাদকেই মূল বস্তু বুলি কোৱা হয়। বিষয়বস্তু, ভাৱাবেগ আৰু

কলাকুশলতাতহে থাকে ৰচনাৰ সাৰ্থকতা। এই ক্ষেত্ৰটো বিশত উৎকৃষ্টতা লাভ কৰিলেহে সি শিল্পকৰ্মৰূপে, কলাৰ মৰ্য্যাদা পায়। আকৌ, ৰসগ্ৰাহীৰ মাজতো অচিৰে সৰবৰহিতা লাভ কৰে। লিখক কেৱল সমাজপ্ৰেমী হ'লেই নহয়, সমাজ সচেতন অৰ্থাৎ সমাজৰ প্ৰতি ব্যক্তিগত দায়বদ্ধতা সম্পৰ্কেও তেওঁৰ নিজৰ বিচাৰ দৃষ্টি ৰাখিব লাগিব, আৰু বিষয়বস্তু উপস্থাপনতো শিল্পীসুলভ দৃষ্টিভঙ্গি ৰাখি বছা বছা শব্দ আহৰণ কৰি সিবিলাকৰ যথোপযুক্তভাৱে প্ৰয়োগৰ দ্বাৰা পাঠকৰ মনোৰঞ্জনৰ প্ৰতি সততে চকু ৰাখিব লাগিব। সেই প্ৰকাশ-ৰীতিত আকৌ কৰিব পাৰিব লাগিব নতুনত্বৰ প্ৰাণসঞ্চাৰ। কিয়নো গতানুগতিকতাৰ প্ৰলেপন বিমান সুনিপুণেই নহওক কিয়, সদায়ে সি বিৰক্তিব্যঞ্জক; আনহাতে ৰচনাত ৰসাস্বাদৰ তীব্ৰতা আৰোপ কৰিব পাৰিলে সি কলালৈ ৰূপান্তৰিত হোৱাৰ উপৰিও পাঠকৰ মনকো আনন্দাবেগৰ ফল্গুধাৰাৰে বিধৌত কৰে। ব্যক্তিত্বৰ ধ্বনি প্ৰতিধ্বনিয়েই প্ৰকৃতাৰ্থত সাহিত্যিকৰ ৰচনাশৈলী— সি গদ্যসৰ্বস্বই হওক কিম্বা কাব্যসৰ্বস্বই হওক; দৰাচলতে গদ্যৰীতি কিম্বা কাব্য-ৰীতি সেই ৰচনাশৈলীৰ অন্তৰ্গত দুটি বিশমাত্ৰ।

প্ৰথিতযশা কথাশিল্পী বীৰেন্দ্ৰকুমাৰ ভট্টাচাৰ্যৰ ৰচনাৰাজিৰ প্ৰকাশভঙ্গি তথা ৰচনাশৈলী সম্পৰ্কে আলোচনা কৰিবলৈ যাওঁতে ভালেমান কৃতী সমালোচক-প্ৰবন্ধকাৰৰ এনেকুৱা বহু মন্তব্যৰ এটা সমাবেশ আমাৰ চকুত পৰে। বীৰেন্দ্ৰ-কুমাৰ নিজেও এজন সমালোচক, প্ৰবন্ধ-ৰচকো; এইবোৰ কথা চালিজাৰি চাই তেওঁ সাহিত্য-চৰ্চাত মনোনিবেশ কৰিছিল, সে নিতান্তই সৃষ্টিৰ দুৰ্বাৰ আকাঙ্ক্ষা পূৰণৰ বাবে আগবাঢ়ি আহিছিল কোৱা টান; কিন্তু এটা কথা স্পষ্ট প্ৰকট হৈ আমাৰ চকুত পৰে যে তেওঁ সমাজ সচেতন, সমাজৰ কল্যাণ-কামী লিখক, সমাজৰ প্ৰতি বিশেষকৈ বৃহত্তৰ অসমৰ প্ৰতি তেওঁৰ যথেষ্ট দায়বদ্ধ সেই কথা তেওঁৰ ৰচনাৰ আঁহে আঁহে বিদ্যমান। সেই দায়িত্ব তেওঁ নিষ্ঠা সহকাৰে পালন কৰাই নহয়, তাত সাৰ্থকতাও লাভ কৰিছে। কাব্য চৰ্চাতো তেওঁ মনোনিবেশ কৰিছিল, আন্তৰিকতাৰেই; তাতো নতুন চিন্তাৰ মুকলি পৰিবেশ সৃষ্টিৰ ক্ষেত্ৰত দক্ষতাৰ পৰিচয় দিছে। কিন্তু কথা-সাহিত্যিক হিচাপেহে বীৰেন্দ্ৰকুমাৰ সৰবৰহী, সৰ্বজন সমাদৃত। বিষয়বস্তুৰ বিচিত্ৰতা, প্ৰকাশৰীতিৰ সমৃদ্ধতা, ভাৱাবেগৰ স্বচ্ছতা, ঘটনাপ্ৰবাহৰ গতিশীলতা তেওঁৰ গল্প তথা উপন্যাসৰ অন্যতম সম্পদ। উপন্যাসৰ পূৰ্ণ কিম্বা খণ্ড চিত্ৰাংকন আৰু চৰিত্ৰ বিন্যাসতো তেওঁ অতি সিদ্ধহস্ত।

তেওঁৰ গদ্য সম্ভাৰৰ অন্তৰ্গত পৰে উপন্যাসবাজি, ভ্ৰমণ-কাহিনী, আলোচনী-পত্ৰিকাত বিক্ষিপ্তাৱস্থাত থকা বিবিধ সমালোচনামূলক নিবন্ধবাজি, অনুবাদসমূহ সক-বৰ নানা অনুষ্ঠানত প্ৰদান কৰা ভাষণসমূহ, 'ৰামধেনু', 'নৱযুগ' আদিৰ সম্পাদকীয়সমূহ আৰু গল্পৰ উপৰিও নানা ঠাইত সিঁচৰিত হৈ থকা তেওঁৰ বিবিধ ৰচনাসমূহ। স্কুলীয়া কালৰেপৰা সাহিত্য চৰ্চাত মন দি আহিছে যদিও দৰাচলতে বীৰেন্দ্ৰকুমাৰে সাহিত্য জগতত এখনি আসনত নিগাজীভাৱে বহিবলৈ সক্ষম হয় 'ৰামধেনু'ৰ কাণ্ডাৰি পদ গ্ৰহণৰপৰাহে। আধুনিক দৃষ্টিভঙ্গিৰে সুসজ্জিত ৰূপত এখনি মাহেকীয়া অসমীয়া আলোচনী যথাৰীতি নিয়মীয়াকৈ উলিয়াবৰ বাবে প্ৰয়োজনীয় কৌশল অবলম্বনত মাত্ৰাধিক গুৰুত্ব আৰোপ কৰিবলগীয়া হৈছিল বাবেই তেওঁৰ কলম নিতান্ত প্ৰয়োজনৰ খাতিৰতেই হ'বলা সাহিত্যৰ নানা দিশত ঘূৰ্ণি টিয়াই প্ৰবেশ কৰিব লগীয়া হৈছিল। গতিকে সমাজৰ প্ৰয়োজন অনুসৰি চিন্তাশীল সম্পাদকীয়, আলোচনা বৃত্তান্তোৰাৰ লগে লগে তথ্যবহুল ভাবগধুৰ সাহিত্য কিম্বা ৰাজনীতি বিষয়ক নিবন্ধ ৰচনাৰো দৰ্কাৰ হৈছিল, আৰু লগে লগে সময় ব্যতিৰেকে কাব্য-চৰ্চা, অনুবাদতো হাত দিব-লগীয়া হৈছিল একে নিষ্ঠাৰে। সময় আৰু পাৰিপাৰ্শ্বিক প্ৰয়োজনৰ তাড়নাতে বোধহয় তেওঁৰ কলম এক বিষয়কেন্দ্ৰিক হৈ নাথাকিল। কিন্তু বিবিধ ক্ষেত্ৰত বিচৰণ কৰি 'ৰামধেনুৰ' কাণ্ডাৰীৰূপে থকা কালত লাভ কৰা বৈচিত্ৰ্যপূৰ্ণ অভিজ্ঞতাই বীৰেন্দ্ৰকুমাৰক দৰাচলতে বিজয়ৰপূৰ্ণতা প্ৰদান কৰিলে। তাৰেই উৎকৃষ্ট স্বাক্ষৰ "ইয়াৰুইঙ্গম"। ইয়াৰ পটভূমি হ'ল স্বাধীনোত্তৰ কালৰ নগাপাহাৰ আৰু ভিন্নমুখী সমস্যা-জৰ্জৰিত সমসাময়িক নগা সমাজ। একে সময়ৰে অসমৰ ভাঙনমুখী গ্ৰাম্যজীৱনৰ পটভূমিত ৰচিত উপন্যাস "আই"। প্ৰথমখনে বীৰেন্দ্ৰকুমাৰক অসমীয়া ঔপন্যাসিকৰূপে বিশেষভাৱে স্বীকৃতি দিয়াই নহয় সৰ্বভাৰতীয় মঞ্চতো সৰ্বাধিক মৰ্যাদাসম্পন্ন আসনত অধিষ্ঠিত কৰিলে। তেওঁৰ বলিষ্ঠ কাপ সাহিত্য মন্দিৰত সৰ্বত্ৰ বিৰাজ কৰিলেও কিন্তু কৃতিত্বৰ সাক্ষৰ প্ৰাসঙ্গিক আলোচনামূলক প্ৰবন্ধ আৰু উপন্যাসতহে; ঔপন্যাসিকৰূপেহে তেওঁ উৎকৰ্ষতাৰ শ্ৰেষ্ঠত্ব দাবী কৰিব পাৰে। অৱশ্যে এইটোও দুই কৰিব নোৱাৰি যে উপন্যাসৰ গদ্যখিনিয়েই তেওঁৰ গদ্যৰীতি বা গদ্যশৈলীৰ মূল্যায়নৰ একমাত্ৰ নিদৰ্শন নহয়; পূৰ্বোল্লিখিত একাধিক বিষয়ৰ সুখপাঠ্য গদ্যৰ নিদৰ্শনো তালৈখিনি আছে। সেইবুলি বীৰেন্দ্ৰকুমাৰৰ গদ্যত সাহিত্যৰথী বেজবৰুৱাৰ ভাষাৰ লালিত্যভৰা কথনভঙ্গিৰ থুনুপাক, ভাবোচ্ছ্বাসাতিৰিক্ত স্বদেশ-স্বজাতি প্ৰীতিৰ অন্তঃপ্ৰবাহৰ তীব্ৰতাসিক্ত-

নিবন্ধ-নিপানী গল্পৰীতি, কথাৰ সাগৰ ভলভলীয়া বেণুধৰৰ দৰে পদে আখৈ ফুটা দিয়া জাতে পাতে অলমীয়া ভতুৱা ঠাঁচ, উপমা-পটন্তৰেৰে উতৈনদী গল্পশৈলী চকুত নপৰে; কিন্তু ছালিজাৰি আঁহ কাঢ়ি চালে তেওঁৰ গল্পৰাজিৰ মাজতো পোৱা যায় সুনিপুণ গল্পৰচয়িতাৰ বৈশিষ্ট্যপূৰ্ণ লক্ষণসমূহ। সেই গল্পশৈলী কেতিয়াবা যিদৰে অতি প্ৰাঞ্জল সেই একেদৰে কেতিয়াবা আকৌ প্ৰখৰতাবিহীন হৈ পৰাও দেখা যায়। সমাজবাদী ৰাজনৈতিক আদৰ্শৰ আলোকত বাটবুলা কাৰণেই সম্ভৱতঃ বহা বহা গহীন শব্দৰ প্ৰয়োগত তেওঁৰ গল্পই কেতিয়াবা বক্তৃতাৰ ৰূপ পৰিগ্ৰহ কৰে; একেদৰে স্থানভেদে ৰোমাণ্টিক ভাবালুতা বিজড়িত তেনেই নিবন্ধ-নিপানী কথা কোৱাতো তেওঁ সমানে চতুৰ। সমাজৰ ক্ষেত্ৰবিশেষে বিবিধ স্বাদযুক্ত পৰিবেশসমৃদ্ধ অভিজ্ঞতাৰ বাস্তৱ উপলব্ধি অবিহনে কোনো কথা-শিল্পীয়েই গল্প ৰচনাক কলাসুলভ শিল্পকৰ্মৰ স্তৰলৈ নিব নোৱাৰে। বীৰেন্দ্ৰ-কুমাৰকো আমি সেই পৰ্যায়ৰ গল্পকাৰ বুলিয়েই ভাবোঁ, ব্যতিক্ৰম নহয়। উদাহৰণস্বৰূপে, "ভাৰতত ইংৰাজ চৰিত্ৰৰ সঁচাকৈয়ে অধঃপতন ঘটিছে। ইংৰাজে ভাৰতবৰ্ষত সদায় দুটি পৰস্পৰ বিৰোধী ভূমিকা গ্ৰহণ কৰি আহিছে। এপিনেদি তেওঁলোকে ভাৰতৰ ৰেল, জাহাজ, পোষ্ট, টেলিগ্ৰাফ, শিক্ষা, জ্ঞান, আধুনিক সাহিত্যৰ বিস্তাৰ কৰিছে আৰু আনপিনেদি তেওঁলোকে ইয়াত দাৰিদ্ৰ্য, শোষণ, ভেদাভেদ, দুৰ্ভিক্ষ আদিৰো বিস্তাৰ ঘটাইছে। আজি এই চহৰত দ্বিতীয়বিশ্বৰ ইংৰাজ অপকীৰ্তি আৰু কাৰ্যকলাপে মানুহ আৰু মানুহৰ মাজত বেৰ তুলি থৈছে। সেই যাবৰ উপায় নাই।" (প্ৰতি. ২৬৭) "বনুৱাসকলে যদি খেতিয়কৰ লগ লাগে, তেন্তে স্বাধীনতাৰ আন্দোলন অসীম শক্তিশালিনী ব্ৰহ্মপুত্ৰৰ দৰে দুৰ্দমনীয় আৰু তেজী হ'ব।...বাইজে দৈনন্দিন জীৱনৰ সমস্যাৱলী সমাধান কৰিবলৈ যোৱাৰ লগে লগে দেশৰ ঘাই সমস্যাৰ কথা পাহৰি যোৱাও উচিত নহ'ব। ...এই ইউনিয়নৰ মাজেদিয়েই বনুৱা শ্ৰেণীৰ ৰাজনীতি, সমাজ-নীতি আৰু অৰ্থনীতি বিকশিত হৈ দেশত সমাজবাদী শক্তিৰ উত্থাপন হ'ব।" (প্ৰতি. ৪৪-৪৫)।

এই কথাৰ মাজত মুকলি মঞ্চৰ তেজোদীপ্ত বক্তৃতাৰ সৌৰভ বিদ্যমান। সেই একেদৰে বক্তৃতাৰ ভাবগধুৰ মন্তব্য সৰ্বৰ কথা হ'ল—"চাচোম তোৰ আৰু মোৰ মাজত চোতালখন আছে। অকল সেয়ে জানো? আৰু এখন বেৰ আছে, মজবুত লোহাৰ বেৰ।"

'প্ৰতিপদ' সামাজিক উপন্যাসখনিৰ ঘটনা, বিবৰণ কাৰ্যকলাপ স্বাধীনতাৰ

পূৰ্বকালৰ। ভুৰভুৰা-ডিগবৈ-মাৰ্ঘেৰিটা অঞ্চলৰ ইংৰাজ চাহাবৰ কেন্টৰী কল-কাৰখানা চাহ বাগিছাত কাম কৰা এই দেশীয় নানা ঠাইৰ নানা ধৰ্মৰ মনুহাৰ জীৱনধাৰা ইয়াৰ উপজীব্য। সেইবাবে চৰিত্ৰবোৰ ভিন্ন স্বকীয়া। চাহাব-সকলৰ মইমতালি, কাৰ্যকলাপ নানা পৰিৱেশত প্ৰাঞ্জলভাৱে প্ৰকাশ পাইছে। চৰিত্ৰবোৰৰ ৰূপায়ণত লিখকে দক্ষতাৰ পৰিচয় দিব পাৰিছে শব্দচয়নৰ পাৰদৰ্শিতাৰ বাবে; তাৰ প্ৰকাশত ক'তো খোকোজা নাই, এৰি দিয়া কাঁড়ৰ দৰে ক্ষিপ্ৰ গতিত ওলাই আহিছে, প্ৰচ্ছন্ন আবেগিক ভাবালুতাৰ ছাঁও তাত নাই। এইটোৱেই বাহাদুৰি। দৃষ্টান্তস্বৰূপে—"ফিলিপছ্ চাহাব আছিল অদ্ভুত।··· মই খানা কৰি দিওঁ চিকাৰৰপৰা অনা মঙহেৰে। তাৰ পিছত জিলাপ্‌চী চাহাবৰ দৰে মদ আৰু তিৰোতা মানুহ বিচাৰে। তেতিয়া তাক চয়তান যেন লাগে (প্ৰতি. ২৩)। আকৌ "জিলাপ্‌চী চাহাব এটা জানোৱাৰ।··· জিলাপ্‌চী চাহাবটো বৰ প্ৰতিশোধপ্ৰিয় মানুহ, তাক কোনে চম্ভালিব।" (প্ৰতি. ২৮)। কল্পনাৰ আতিশয্যহীনতা নিতান্ত স্বাভাৱিক ভঙ্গিৰে ওলাই অহা বাক্যবোৰ লিখকৰ গল্পৰীতিৰ বিচক্ষণতাৰ পৰিচায়কেই নহয়, ভাষাৰ ওপৰত সামগ্ৰিকভাৱে থকা অধিকাৰৰো সাক্ষী। তেনেকুৱা একোটাইত চুটি বাক্যবোৰ ব্যাপক অৰ্থ প্ৰকাশক আৰু গভীৰ অৰ্থদ্যোতক। যেনে—"বেছিভাগেই টাঙ-লাৰৰ দৰে। ভুৱা সন্মান ৰাখিবলৈ ভাৰতীয় মানুহৰ অন্যায় কৰিবলৈ পিছ-নোহোঁহকে; (প্ৰতি. ২৩৩)। "মিচেছ ক্ৰেমিং থিয় হৈ আছে—যেন এখনি বিলাতী দেৱী প্ৰতিমা। গাত এটা বগা ফুট-ফুটীয়া গাউন। মুখত ৰূপৰ চিক্‌মিকনি। মূৰ্তিমতী দয়া যেন থিয় হৈ আছে।" (প্ৰতি. ২৫৮)।

চুটি চুটি বাক্যৰ মাজেদি গভীৰ অৰ্থপ্ৰকাশত যিদৰে তেওঁ সুদক্ষ, ভাষা যিদৰে তেনেই সৰল, পৰিৱেশ ভেদে তাৰ ব্যতিক্ৰমও চকুত পৰে। স্থান-কাল ভেদে সন্ধি, সমাসযুক্ত সংস্কৃতীয়া শব্দৰ ফুলজাৰিও চকুত পৰে; কিন্তু তেনে শব্দ-চয়ন বা বাক্যগঠনে ভাষা দুৰ্বোধ্য কৰি তোলা নাই, অপ্ৰাসঙ্গিকতাও তাত নাই। সেইটোৱো তেওঁৰ মন কৰিব লগীয়া বিষয়। যেনে—"কোঠাটোত ভয়াবহ নিস্তব্ধতা বিৰাজ কৰিছে। তেজৰ ডোঙা, মৰাশ, অকাল বৈধব্য আৰু বৰ্ণবিদ্বেষৰ দৃশ্যবোৰ চকুৰ আগত অহা যোৱা কৰা দেখি আছে। বীভৎসতা, বিষণ্ণতা আৰু সহানুভূতিৰ দৃশ্য একেলগে চকুৰ আগত ভাঁহি উঠিছে।" (প্ৰতি. ২৭১)। সেই একেদৰে চৰিত্ৰৰ মুখত ইংৰাজী ভাষাৰ প্ৰয়োগো চকুত পৰে। সিয়ো লিখকৰ বাস্তৱ দৃষ্টিভঙ্গিৰে পৰিচায়ক। তেনেকুৱা ভাষাৰ ব্যৱহাৰতো

অস্বাভাৱিকতা কিম্বা অপ্ৰাসঙ্গিতা চকুত নপৰে। নিপুণ গল্পকাৰৰ কলাসুলভ গল্পৰীতিৰ নৈপুণ্য সেইখিনিতেই।

ঠায়ে ঠায়ে তেওঁৰ বৰ্ণনা চিত্ৰপ্ৰধান হৈ পৰাও দেখা যায়। বাজহুৱা পানী-কলত পুৱা-গধূলি পানী ধৰা বৰ্ণনা ইমান প্ৰাঞ্জল যে সেই কলটো ছবিৰ দৰে পাঠকৰ চকুৰ আগত ভাহি উঠে। (প্ৰতি. ১৪)। "ইয়াকইঙ্গমত" তেনেকুৱা চিত্ৰাংকন বহু চকুত পৰে। "আই"ৰ পাতত প্ৰভাক আঙঠি থৰলৈ দিয়া বৰ্ণনা যেনিবা সাইলাখ এখনি ছবিহে। (আই-১২১-১২২)। ঠাই বিশেষে তেওঁৰ বৰ্ণনা সহজ-সৰল বাক্য বিশেষকৈ উপমা-পটন্তৰে অধিক চমকপ্ৰদ কৰি তোলা দেখা যায়। যেনে—"ভাইক হেঁপাহ পলুৱাই চালে, ভাইৰ চকুযুৰি তুলসীপতীয়া, চেলাউৰিযোৰ কুশবনৰ দৰে পাতল, নাকটো বেজীৰ দৰে জোঙা, গাল দুখন বাটি দুটাৰ দৰে পুৰ আৰু হাঁহিটো মিঠা আমৰ দৰে সোৱাদ। ৰবণটো ক'লা যদিও চিক্‌চিকিয়া।" (আই-১২২)। ঘৰুৱা পৰিবেশত নিতৌ পাই থকা উপমা-পটন্তৰৰ প্ৰয়োগে বীৰেন্দ্ৰকুমাৰৰ ভাষাক নিমজ কৰিয়েই এৰা নাই, বৰ্ণনাত অধিক সজীৱতা আৰোপ কৰিছে। যেনে'—'শুকাই খীণাই টোটোৰা পৰা কলাফুল, 'চিৰীৰ বঙা ৰঙতকৈ উৰাৰ বং বেছি বঙা', 'আউসীৰ দৰে ক'লা চুলিৰ খোপা', 'মানুহটো খৰংখচ পোনপটীয়া কিন্তু খং উঠিলে ভয়ংকৰ', 'ছোৱালীজনী জলা জুইৰ দৰে', 'পানু যেন জহকালিৰ এখনি বিচনী, বা লাগিলে মনটো জুৰ পৰি যায়', 'চিটিকাত পৰা ধুনীয়া পৰ্ঘ্ৰ্মাৰ দৰে চটুকটাৰ ধৰা', 'জোনাকৰ ছিগা টুকুৰাবোৰ বৌ মাছৰ বাকলি জিলিকা দি', 'কোনোৱা বালিগঞ্জৰ গাভৰু আধুনিকতম খোপাৰদৰে', 'পৰ্বতত দেখা জোনাকৰ পৃথিৱীখন গাভৰুৰ শুৱনি বুকুৰ দৰে ওখ-চাপৰৰ মনোৰম সমাবেশ', 'চাল-চলনত চেউৰী পোৱালীৰ দৰে', 'গোটেই দেহত যৌবনৰ ফুলাম প্ৰাচুৰ্য', 'উদঙীয়া গৰুৰ দৰে ঘূৰি ফুৰা', 'পেটটো পাম্প দিয়া ফুটবল' ইত্যাদি।

সেইদৰে ঠাই বিশেষে প্ৰবাদ-বাক্যৰ সুপ্ৰয়োগে তেওঁৰ গল্পৰীতি আৰু বেছি বগাল কৰি তুলিছে। তেনে প্ৰবাদ বাক্যবোৰ অসমীয়া সমাজত যি কোনো পৰিবেশত বাৰ্তালাপ বা আলোচনাদিত সচৰাচৰ ব্যৱহাৰ কৰা হয়। যেনে—'গছত কঠাল ওঁঠত তেল নোথাওঁতেই চেলবেল', 'তেজে ফুটি যাওঁ ফাটি যাওঁ চেহেৰা', 'যেনে কুকুৰ তেনে টাঙোন', 'অবুজনক বুজোৱা ঢেকৰা ঠাৰি সিজোৱা', 'বেৰৰ চালৰো কাণ আছে', 'আন্ধাৰ নহয় যেন ইন্দ্ৰজিতৰ নাগপাশহে', 'চকু জবাফুলৰ দৰে বঙা', 'বাঘৰ আগতেজ খোৱা মানুহ', 'ভূতৰ

মুখত ৰামনাম', 'গুৰিপকৰাৰপৰা গৃহস্থীলৈকে এক হৈ', 'দহো আঙুলি খায় মুঠাই যেচুকিলেহে যায়', 'মদনৰ শৰত জৰ্জৰিত,' 'ওঁঠত তামোলৰ সেলেঙী', 'কটা বাঁহ জোৰা নালাগে', 'অন্ন বিদ্যা ভয়ংকৰী', 'কপালৰ গাঁথি খোপা বান্ধি' ইত্যাদি।

তেওঁৰ গদ্যৰীতিত স্থানীয় উপভাষাৰ প্ৰভাৱো নথকা নহয়; তেনে পৰ্যায়ৰ বাক্য-গঠন, শব্দ-প্ৰয়োগ পৰিৱেশভেদে সুলভ। যেনে—পিতাই, মানুহ লোপা, বৰপিতাই, বাপেৰাই, নেজানিছ, বিৰ্পিণ, কঠাল-তল, ভয়পাতুৰা, মোমাৰঘৈ লগীয়া, খৰৰপাটা? উটি আহি তাইৰ নাকত লাগিলহি, অহনিত মোৰা, গাল-মুখ-ৰঙা হৈ পৰিল, চাহাৰ আহি ওলায়হি ইত্যাদি। সেইদৰে নতুন সন্ধি-যুক্ত শব্দৰ প্ৰয়োগো চকুত পৰে। যেনে—মহাস্ত্ৰ, মোহাবেগ, ধূমপানাসক্ত, প্ৰেমালাপ দলাধিপতি ইত্যাদি।

গ্ৰাম্যজীৱনৰ লগত বীৰেন্দ্ৰকুমাৰ সম্পৰ্ক পৰিচয় অতি ঘনিষ্ঠ। সেই কথাৰ প্ৰমাণ পোৱা যায় গাঁৱলীয়া জীৱনৰ পৰিৱেশত তাৎপৰ্যপূৰ্ণ বৰ্ণনা সৰ্বত্ৰ সমাৱেশৰ মাজত। গ্ৰাম্যজীৱনত বিশেষকৈ কৃষক সমাজত সততে প্ৰয়োগ হোৱা প্ৰবাদ-বাক্য, উপমা-পটন্তৰ, বাকভঙ্গিৰ সুন্দৰ ব্যৱহাৰ। যেনে—ৰঙা ৰঙা অণ্ঠাবোৰ উমি উমি জ্বলা, কুকুৰৰ ঘৌৱৌৱনি, দৰিয়াই ছকিয়াই, লেং লেং কৰে দীঘল, থকবাকুটি মাৰি, মুখখনত যৌৱনে টলবল কৰা চকুযুৰি, ওঁৰিজনীয়া, উঠন ঃকুমুৰি ন-পথাৰৰ ভুঁই পাতল ৰভাহত কঁপা দৰে, বস্তবোৰ সামৰি সুতৰি, গাভৰু ছোৱালীৰ আচল শক্ত যেহাটো, ভয়পাতুৰা ডাক্তৰ, মনটো গাজি আছে, মুখ টেমী যেন হৈছে ভয়ত, গপ্‌গপীয়া গৰম, দেহটোৰে তাইৰ দেহাটো চাঁহি মুহি খাব খুজিলে, তজ্‌বজীয়া ডমৰা গৰুৰ দৰে তেজাল ডেকা, হৈণীয়েকজনী বৰ কিৰ্পিণ, মুখত খোৱা চাচা, পাণ ঠাৰি, চহৰীয়া মানুহ খালি চাঁহি মুহি খাব জানে, চহৰীয়া মানুহলোপা কণা, পুকুৰৰ বণ তিৰীৰ বিয়ন, মাটি কাঁচুৰি আৰু নৰসিংহৰ জোল, ফটা কেথাখন আৰি জোকাৰি মূৰত এখন পীৰা তুলি থৈছে, লাজ হানি কৰিছে, মুখৰহে ফট্‌ফটনি, বিয়াৰ বাতৰি দিয়াৰে পৰা তাৰ হিয়াই ছছ-গুছ খেলি আছিল, ভুঞা ভুঞা ভুজনমান, কাউৰীয়ে কল কলালে আলহী আহে, উদণ্ডীয়া গৰুৰ দৰে ঘূৰি ফুৰা, কটনা কাটি, গাইগোটা পেটে ভঁৰাল, ঘৰৰ লাম লাকটু, ঠিকাদাৰৰ দৰে অখইচ মানুহ, ল'ৰাটো নিঘুণ দজিয়াই পেলাব লগীয়া নহয়, কথা পকাপকি কৰিছে, মনে উচপিচাব ধৰে, মুখখন উচ্‌পিচাই আছে, মহৰৰ কথা ৰঙহতে কোৱা, মৰিও নমৰা হেঁপাহ, মুগাৰ মেখেলা বিহাৰ খমখমনি,

আথেবেথে সোধ পোচ কৰা, আঘোণমহীয়া পথাৰৰ পকা ধানৰ মৰে হালি হালি নাচিছে, ইত্যাদি।

সেই একেদৰে ধ্বন্যাত্মক, অনুকাৰ বা অনুৰূপ শব্দ বিশেষকৈ দ্বিরুক্তি-বাচক শব্দৰ প্ৰয়োগত নিচেই কম পৰিসৰৰ ভবিয়তে গভীৰ ব্যাপক অৰ্থ প্ৰকাশৰ কৌশলটোও তেওঁৰ আয়ত্বাধীন। তেনে শব্দবোৰৰ ভিতৰত— কেদ্ কেদাই, অথিৰ অবিৰ, গপ্ গপকৈ, চপ্ চপীয়া, কেপ্ কেপাই ধৃতি-নীতি, কটৃ কটনি উলা মূলা, কোট্‌কোটকৈ, ফাটি ফুটি, তুলি-তালি খম খমনি, সেমেনা সেমেনি, কল্ কলালে, চাল চলন, লাম লাকটু, টপ্ টপ্‌কৈ সৰি, দপ্ দপ্‌কৈ জ্বলি, উমি উমি জ্বলা, ফিচিঙা ফিচিঙ কৰা, চটপ্ চটপ্ শব্দ, মিচিক মাচাক হাঁহি, কোট্ কোটকৈ পি, থালোৰ থালোৰকৈ, ফুট ফুটীয়া গাউন, ৰূপৰ চিক্‌মিকনি, জিলমিলীয়া পাতৰ শাৰী, ঘুচিয়া ঘুচিৰ পিছত বন্দুক লোৱা লুৰি হ'ল, সকসুৰা সুচুৰা মুখ, ইত্যাদি।

আৰু এটা মন কৰিবলগীয়া কথা হ'ল তেওঁৰ গদ্যৰ বাক্য গঠন প্ৰণালী। সচৰাচৰ তেওঁৰ বাক্য চুটি, ভাষা সবল। অৱশ্যে দীঘলীয়া বাক্যৰ প্ৰয়োগো নথকা নহয়। তদুপৰি শব্দ চয়ন, খণ্ডবাক্য, বাক্য গঠনৰীতি, উপমা-পটন্তৰ আদিয়ে এটা কথা স্পষ্ট কৰি দিয়ে যে বীৰেন্দ্ৰকুমাৰ অধ্যয়নবিলাসী লোক। ইংৰাজী সাহিত্য অধ্যয়নৰ চমৎকাৰ আভাস বিশেষকৈ গদ্যৰীতিত তেওঁৰ ৰচনাৰাজিৰ নানা ঠাইত পোৱা যায়। "সীমাই আমনি নকৰে" ভ্ৰমণ কাহিনীৰ পাতত কিম্বা "দেৱ দুন্দুভি বাজে কাৰ বাবে" অনূদিত উপন্যাসত সেই কথা সহজে চকুত পৰে। সেই একেটা কাৰণতেই সম্ভৱতঃ তেওঁৰ ৰচনাত তৎসম, তদ্ভৱ, অৰ্ধতৎসম আৰু দেশী শব্দমালা লগতে বিদেশী খণ্ডবাক্য আৰু অনূদিত শব্দ খণ্ডবাক্যৰ প্ৰয়োগত কিছু মাত্ৰাধিক্য ঠায়ে ঠায়ে দেখা যায়। 'ৰামধেনু'ৱে ইয়াৰ সাক্ষ্য। কাকতৰ সাময়িক প্ৰসঙ্গাদি, বিবিধ আলোচনাতো সেই কথাৰ গুঞ্জনধ্বনি বিৰাজমান। আজিৰ যুগৰ যি কোনো অধ্যয়নশীল লোকৰ কলমত ধৰা দিয়া এইটো এটা বিশেষ লক্ষণ। ভাষাৰ ওপৰত তেওঁৰ কৰ্তৃত্ব বিশেষ মন কৰিবলগীয়া যদিও সেই ভাষাত তথা গদ্যৰীতিত কিন্তু ভাবাবেগৰ উৎকট তীব্ৰতাৰ কিছু অভাৱ পৰিলক্ষিত হয়। কথাৰ সাগৰ তেওঁ নহয়, ভলভলকৈ কথা কোৱা যোমতোমা মানুহো তেওঁ নহয়। সেই বাবেই নেকি তেওঁৰ ৰচনাত বহু পাঠকে গদ্যশৈলীৰ যাদুকৰী মোহনীয়তাৰ অভাৱ ঘনসহকাৰে দৃষ্টিগোচৰ কৰিবলগীয়া হয়। সমাজপতী দৃষ্টিভঙ্গীৰে জীৱনৰ সকলো কথা বিচাৰ কৰি চাব খোজা লোকৰ যিকোনো কাৰণে

সংযমশীলতা চকুত পৰে। বীৰেন্দ্ৰকুমাৰৰ এইটোও এটা বিশেষত্ব। 'মৃত্যুঞ্জয়'তে সেই কথা জলজল্ পট্‌পট্‌কৈ চকুত পৰে ; বিষয়বস্তুৰ ব্যাপকতা, গভীৰতা আৰু ঘটনাৰ প্ৰাচুৰ্যও ইয়াৰ অন্যতম কাৰণ হ'ব পাৰে।

অসমীয়া শব্দ-খণ্ডবাক্য, প্ৰবচন, জতুবাঠাঁচ, প্ৰবাদ-বাক্য আদিৰ লগত বীৰেন্দ্ৰকুমাৰৰ গভীৰ পৰিচয়ৰ কথা দোহাৰিবৰ প্ৰয়োজন নাই। সিবিলাকৰ যথাৰ্থ প্ৰয়োগতো তেওঁ সিদ্ধহস্ত। একে সময়তে বিদেশী ভাষাৰপৰা তেনেকুৱা সম্পদ স্থান-কাল-পাত্ৰভেদে প্ৰয়োজনৰ তাগিদাত প্ৰয়োগ কৰিব পৰাটোও তেওঁৰ গদ্যৰ আন এটি উল্লেখনীয় দিশ। অৱশ্যে সাহিত্য চৰ্চাৰ মূলতে হ'ল তেওঁৰ অসম দেশ, অসমীয়া ভাষা আৰু জাতিৰ প্ৰতি থকা অকৃত্ৰিম শ্ৰদ্ধা আৰু গভীৰ প্ৰেম। তেওঁৰ ৰচনা-সম্ভাৰৰ মাজে মাজে সেই ভাৱৰাজি সাঁতুৰি-নাদুৰি ফুৰা চকুত পৰে। সেই ভাৱ প্ৰকাশৰ সাৰ্থক বাহনেই হ'ল অসমৰ চহৰীয়া আৰু গাঁৱলীয়া জীৱনত প্ৰয়োগ কৰা সহজ-সৰল ঘৰুৱা ভাষা ; এই ভাষাই দৰাচলতে বীৰেন্দ্ৰ-কুমাৰৰ গদ্যৰ ভাষা। তেওঁৰ সেই গদ্যৰীতি কথাশিল্পীৰ সাহিত্য-কলাৰ এক সুন্দৰ নিদৰ্শন আখ্যা দিবৰ মন যায়। কথাশিল্পীৰূপে, সাৰ্থক ঔপন্যাসিকৰূপে দেশ-বিদেশত ভূয়সী প্ৰশংসা লাভ কৰিবলৈ সক্ষম হোৱাৰ আন এটি কাৰণ বীৰেন্দ্ৰকুমাৰৰ এই গদ্যৰীতি। বিষয়বস্তু গভীৰ নহ'লেও প্ৰকাশ-ৰীতিৰ বাবে গদ্যৰীতিৰ বিচক্ষণতা আৰু কলা-কৌশলৰ বাবে সি অতি উপাদেয় বস্তুত পৰিণত হ'ব পাৰে। বীৰেন্দ্ৰকুমাৰৰ ক্ষেত্ৰত কিন্তু সেইটো হোৱা নাই, গভীৰ বিষয়বস্তুকে তেওঁৰ গদ্যৰীতিয়ে শিল্প-কলাৰ স্তৰলৈ তুলি নিয়া দেখা যায়। পাঠকৰ মনত পুলক জগাই তোলা তেওঁৰ সেই গদ্যৰীতি অতুলনীয় নহ'ব পাৰে, কিন্তু নতুন পুৰুষৰ বাবে প্ৰেৰণাদায়ক। সেইখিনিতে বীৰেন্দ্ৰকুমাৰৰ গদ্যৰীতিৰ তাৎপৰ্য নিহিত।*

*প্ৰবন্ধত উদ্ধৃতিৰ দাঁতিত মূল কিতাপৰ নামৰ প্ৰথম আখৰ দুটি আৰু পৃষ্ঠাৰ উল্লেখ কৰা হৈছে। যেনে—প্ৰতি. ২৩৭-বীৰেন্দ্ৰকুমাৰ ভট্টাচাৰ্য লিখিত 'প্ৰতিপদ' পৃ ২৩৭। প্ৰ. লি.

# ড° ভট্টাচাৰ্যৰ সাহিত্য-সাধনাৰ বৈশিষ্ট্য

শ্ৰীঅৰনীন্দ্ৰ বৰা

জ্ঞানপীঠ বঁটা বিজয়ী ড° বীৰেন্দ্ৰকুমাৰ ভট্টাচাৰ্য মোৰ একান্তভাৱেই পৰিচিত, তিনি দশকমান আগৰ পৰাই ভট্টাচাৰ্যক মই জানো। ভট্টাচাৰ্যৰ লিখনীৰ লগত মোৰ মানসিক পৰিচয় পুৰণি 'ৰামধেনু' সম্পাদনা কৰা সময়ৰ পৰা ব্যক্তিগত পৰিচয় গাঢ় হৈছে, 'ৰামধেনু'ত মই হিন্দী সাহিত্য সম্পৰ্কীয় ভালেমান প্ৰবন্ধ লিখিছিলোঁ। ভট্টাচাৰ্য সম্পাদক হৈ থকা কালতে সেইবোৰ প্ৰকাশ হৈছিল। এই সম্পৰ্কত হোৱা চিঠি-পত্ৰৰ আদান-প্ৰদান আৰু ব্যক্তিগত আলাপ-আলোচনাৰ পৰা ভট্টাচাৰ্যৰ ভিতৰৰ মানুহজনক বুজাৰ সুবিধা হৈছিল। তাৰ পিছত ভট্টাচাৰ্যক সাহিত্য আৰু সাংবাদিকতাৰ বিভিন্ন ক্ষেত্ৰত বিভিন্ন ৰূপত পাইছোঁ। 'লিখক ভট্টাচাৰ্য' আৰু 'মানুহ ভট্টাচাৰ্য'ৰ সমন্বিত ৰূপৰ বিষয়ে চিন্তা কৰিছোঁ। এয়া তাৰে এটা থূলমূল আভাসমাত্ৰ।

ভট্টাচাৰ্যৰ সাহিত্য প্ৰতিভা-বহুমুখী আৰু ব্যাপক। ভট্টাচাৰ্য একাধাৰে কবি, প্ৰবন্ধকাৰ, সাংবাদিক, সাহিত্য সমালোচক, গৱেষক, গল্পকাৰ আৰু ঔপন্যাসিক। কিন্তু এনে বহুমুখী আৰু ব্যাপক সাহিত্য-প্ৰতিভাৰ অধিকাৰী হোৱা বাবেই বীৰেন্দ্ৰকুমাৰে কৃতিত্ব আৰু যশস্যাৰ তুঙ্গ শিখৰত আৰোহণ কৰিছে বুলি ভাবিলে ভুল হ'ব। এনে বহুমুখী সাহিত্যধাৰাৰ অনুগামী সাহিত্যিকৰ আমাৰ মাজত অভাৱ নাই; কিন্তু সাহিত্য-সেৱাক জীৱনৰ অবিচ্ছেদ্য অঙ্গ ৰূপে লৈ বাণী-মন্দিৰৰ পূজাত উপাসকৰ ভূমিকা লোৱা ব্যক্তি নিচেই তাকৰ। এনে এজন ব্যক্তি হ'ল বীৰেন্দ্ৰকুমাৰ ভট্টাচাৰ্য। ছাত্ৰ অৱস্থাতেই সাহিত্য-চৰ্চাৰ কণ্টকাকীৰ্ণ পথত তেওঁ যি পদক্ষেপ দিলে, তাৰপৰা কোনো দিনে আঁতৰি নাহিল। প্ৰাত্যহিক, সামাজিক আৰু জাগতিক জীৱনৰ প্ৰতিবন্ধক আৰু প্ৰতিকূলতাই তেওঁক লক্ষ্য পথৰ পৰা চ্যুত কৰিব নোৱাৰিলে। নীৰৱচ্ছিন্ন সাধনা অথলে নেযায়। ভাৰতীয় সাহিত্য-ক্ষেত্ৰৰ সৰ্বশ্ৰেষ্ঠ স্বীকৃতি জ্ঞানপীঠ বঁটা লাভ কৰি 'মৃত্যুঞ্জয়'ৰ ঔপন্যাসিক ভট্টাচাৰ্যই প্ৰমাণ কৰি দেখুৱালে তেওঁৰ সাহিত্য সাধনা অথলে যোৱা নাই।

উদ্দেশ্য আৰু প্ৰকৃতিগত ধৰ্মৰ ফালৰ পৰা সাহিত্যিকসকলক তিনি ভাগত ভগাব পাৰি : (১) নাম-যশ প্ৰাৰ্থী সাহিত্যিক, (২) ব্যৱসায়-সৰ্বস্ব সাহিত্যিক আৰু (৩) অন্তৰ্মুখী সাহিত্যিক। প্ৰথম চাম সাহিত্যিকে নাম-যশৰ আকাঙ্ক্ষা লৈ সাহিত্য চৰ্চা কৰে। এনে সাহিত্যিকে বিচিত্ৰ আৰু বহুমুখী শ্ৰেষ্ঠ সাহিত্য সৃষ্টি কৰিব পাৰে, কিন্তু মহৎ সাহিত্য সৃষ্টি কৰিব নোৱাৰে। আমাৰ অধিকাংশ সাহিত্যিকেই এই পৰ্যায়ৰ। দ্বিতীয় চাম সাহিত্যিকে সাহিত্য ৰচনা কৰে ধন ঘটাৰ আকাঙ্ক্ষাৰে। নানা প্ৰকাৰ চমকপ্ৰদ কাহিনী, যৌন বিষয়ক অশালীন কথা, বাস্তৱ বৰ্ণনাৰ নামত অনাবৃত অশ্লীল ৰূপচিত্ৰ এই সাহিত্যিক (?) সকলৰ ৰচনাৰ আধাৰ। কেইবছৰমানৰ পৰা আমাৰ মাজত এনে সাহিত্যিকৰ সংখ্যা বৃদ্ধি পাইছে। শেহৰ চামৰ সাহিত্যিক অন্তৰ্মুখী সাহিত্যিক। এই চামৰ সাহিত্যিকে প্ৰধানকৈ অন্তঃপ্ৰেৰণাৰে অনুপ্ৰাণিত হৈ সাহিত্য ৰচনা কৰে। সাহিত্য চৰ্চা কৰি ভাল পায় কাৰণেই এওঁলোকে সাহিত্য চৰ্চা কৰে যদিও তাৰ লগত সমাজ, জাতি আৰু দেশৰ প্ৰতি দায়িত্ববোধ জড়িত হৈ থাকে। নীৰৱতা আৰু প্ৰশান্তি এওঁলোকৰ সাহিত্য-কৰ্মৰ লক্ষণ। এওঁলোকৰ সাহিত্য সৃষ্টিত কৃত্ৰিমতা নাই; আত্ম-প্ৰবঞ্চনা নাই। এই চামৰ অসমীয়া সাহিত্যিক সংখ্যাত নিচেই তাকৰ। বীৰেন্দ্ৰকুমাৰ ভট্টাচাৰ্য এই শেহৰ শ্ৰেণীৰ সাহিত্যিক।

ভট্টাচাৰ্যৰ জীৱন জোৰা সাহিত্য-সাধনা কেইটামান বিশেষ বৈশিষ্ট্যৰে সমুজ্জ্বল, আৰু আমাৰ বোধেৰে এই বৈশিষ্ট্য কেইটাইহে তেওঁক আধুনিক অসমীয়া সাহিত্যিকসকলৰ মাজত এক স্বকীয় ৰূপত প্ৰতিষ্ঠা কৰিছে। প্ৰথমেই যিটো বৈশিষ্ট্য আমাৰ চকুত পৰে, সেইটো হৈছে তেওঁৰ মানৱতাবোধ। ভট্টাচাৰ্যই 'ৰাঁহী', 'ৰামধেনু', 'নৱযুগ' আদি কেবাখনো উচ্চমানবিশিষ্ট আলোচনী সম্পাদনা কৰিছে। "কলং আজিও বয়" ( চুটি গল্প ), "বিষ্ণু ৰাভা এতিয়া কিমান ৰাতি" ( কবিতা ) অবিস্মৰণীয় সাৰ্থক সৃষ্টি। 'আই', 'ইয়াৰুইঙ্গম' আৰু 'মৃত্যুঞ্জয়' তেওঁৰ আগশাৰীৰ উপন্যাস। তেওঁৰ অধিকাংশ উপন্যাসেই বিপ্লৱ, সংগ্ৰাম আৰু সামাজিক বিপৰ্যয়ৰ পটভূমিত প্ৰতিষ্ঠিত। কোনো বিশেষ মতবাদ বা ভাবাদৰ্শৰ দ্বাৰা প্ৰভাৱিত হৈ তেওঁ কোনো কোনো গল্প, উপন্যাস ৰচনা কৰিলেও আৰু তাৰ দলত তাৰ কলা সুলভ সৌন্দৰ্য্য কিছু ম্লান হলেও তাৰ অন্তৰালত লিখকৰ মানৱতাবোধৰ যি মহামন্ত্ৰ নিহিত হৈ আছে, সিয়েই গল্প উপন্যাস-সমূহক উচ্চ পৰ্যায়লৈ উন্নতী কৰিছে। মানৱ মহত্বত আস্থা স্থাপন কৰিব নোৱাৰিলে, মানুহৰ প্ৰতি সহজ সহানুভূতি আৰু অনুকম্পা ৰাখিব নোৱাৰিলে,

মানুহৰ মানসিক আৰু আত্মিক সত্তাৰ জগত একাত্মবোধ অনুভৱ কৰিব নোৱাৰিলে মহৎ লিখক হ'ব নোৱাৰি। ভট্টাচাৰ্যৰ সাহিত্য প্ৰবাহৰ মূল উৎসত মানৱতাবোধৰ প্ৰেৰণাই নিহিত হৈ আছে বুলি আমি ভাবোঁ। এই মানৱতা-বোধৰ মহামন্ত্ৰেৰে দীক্ষিত হোৱাৰ বাবেই প্ৰেমচন্দ, শৰৎচন্দ্ৰ, মুলুকৰাজ আনন্দ, কৃষণচন্দৰ, তাৰাশঙ্কৰ বন্দোপাধ্যায়ৰ দৰে ভাৰতীয় সাহিত্য সাধক-সকলৰ সাহিত্য-কৃতিয়ে আমাক সহজেই অভিভূত কৰে। এই সাহিত্য সাধকসকলৰ সৃষ্টি যুগাধীন হৈও যুগোত্তীৰ্ণ; কালাধীন হৈও কালাতীত। সৰ্বকালৰ সৰ্বমানৱৰ সাৰ্বজনীন ভাব-অনভূতিৰ সাধাৰণীকৰণ হোৱা বাবেই এওঁলোকৰ সাহিত্য-সৃষ্টি যুগোত্তীৰ্ণ আৰু কালোত্তীৰ্ণ হৈছে। ভট্টাচাৰ্যৰ অধিকাংশ গল্প, উপন্যাসত এনে সাধাৰণীকৰণৰ প্ৰবৃত্তি বৰ্তমান।

ভট্টাচাৰ্যৰ সাহিত্য সাধনাৰ দ্বিতীয় যিটো বৈশিষ্ট্য হ'ল—সমাজ সচেতন দৃষ্টিভঙ্গী। তেওঁৰ কৱিতা, চুটি গল্প, উপন্যাস, নিবন্ধ সকলোতে প্ৰত্যক্ষ বা পৰোক্ষভাৱে এই দৃষ্টিভঙ্গী পৰিস্ফুট হৈছে। সমাজ আৰু সংস্কৃতি বিবৰ্তন-শীল, ৰূপান্তৰশীল। এই বিবৰ্তন, এই ৰূপান্তৰৰ পথত আগুৱাই যাওঁতে মানুহৰ মনোজগতত যি দ্বন্দ্ব, যি সংঘাতৰ সৃষ্টি হয়, তাক অকৃপণভাৱে দাঙি ধৰাটো সমাজ-সচেতন লিখকৰ দায়িত্ব। এই দায়িত্ব ভট্টাচাৰ্যই লিখক আৰু সাংবাদিক হিচাবে সুচাৰুৰূপেই পালন কৰিছে।

ভট্টাচাৰ্যৰ সাহিত্য-সাধনাৰ তৃতীয় বৈশিষ্ট্য হ'ল তেওঁৰ বৈজ্ঞানিক দৃষ্টিকোণ। ভাৰতীয় সাহিত্য আৰু সংস্কৃতিৰ আলোচনা প্ৰসঙ্গত সৰহভাগ লেখককে তাৰ চিৰাচৰিত প্ৰশস্তিমূলক বৰ্ণনাত আবৃত্ত হোৱা দেখা যায়। পৰম্পৰা পৰিপোষিত বদ্ধমূল সংস্কাৰ বা ধাৰণাৰ পৰা মুক্ত হৈ কৰা আলোচনাৰ দৈন্য অসমীয়া সাহিত্যত প্ৰকট। ভট্টাচাৰ্যৰ সৰহভাগ প্ৰবন্ধত বৈজ্ঞানিক দৃষ্টিকোণ স্পষ্ট। মহাপণ্ডিত ৰাহুল সাংকৃত্যায়নৰ মানৱ সমাজ, গোপাল হালদাৰৰ সংস্কৃতিৰ ৰূপান্তৰ, কডৱেলৰ Studies in Dying Culture প্ৰভৃতি গ্ৰন্থ পঢ়িলে সাহিত্য-সংস্কৃতিৰ সমাজতাত্বিক ব্যাখ্যাত বৈজ্ঞানিক দৃষ্টিভঙ্গীৰ আৱশ্যকতাৰ বিষয়ে অনুভৱ কৰিব পৰা যায়। বেদান্ত বাচস্পতি ৰাধানাথ ফুকনে কথা-প্ৰসঙ্গত হেনো পণ্ডিত মনোৰঞ্জন শাস্ত্ৰীক কৈছিল, "আপোনা-লোকৰ দৰে পণ্ডিতসকলৰ দৰ্শনৰ চকুটো আছে, বিজ্ঞানৰ চকুটো নাই। দৰ্শনৰ কথাবোৰ বিজ্ঞানৰ ভাষাৰে বুজাই দিব নোৱাৰিলে আজিৰ মানুহে তাক গ্ৰহণ নকৰে।" বীৰেন্দ্ৰকুমাৰ ভট্টাচাৰ্যৰ সাহিত্যৰ চকুটোৰ জগত

বিজ্ঞানৰ চকুটো থকা বাবে তেওঁৰ বিভিন্ন বিষয়ৰ আলোচনা-সমালোচনা-সমূহ যুক্তি প্ৰণোদিত আৰু গ্ৰহণযোগ্য হৈছে। উদাহৰণ স্বৰূপে 'সন্নিকৈৰ সাহিত্য চিন্তাৰ এটি দিশ' ('প্ৰকাশ', সপ্তম বছৰ দশম সংখ্যা) শীৰ্ষক প্ৰবন্ধত ভট্টাচাৰ্যই এঠাইত লিখিছে, "বিজ্ঞান আৰু টেক্নলজিৰ ফলত জীৱনলৈ জটিলতা আহিছে বুলি বহুতে ক'লেও ই সঁচা নহয়। যি জটিলতা আহিছে সেই জটিলতা আমাৰ কিছুমান ভুল প্ৰমূল্যৰ প্ৰতি মোহ থকা বাবেহে। অযুক্তিকৰ অসমতা আৰু অন্যায় সংস্কাৰ প্ৰবৃত্তিয়ে এনে মোহ জন্মায়। প্ৰকৃতপক্ষে পোন আৰু সৎ জীৱন দৃষ্টিয়েই সকলো সৎ চিন্তাবিদ সাধাৰণ মানুহৰ জীৱন দৃষ্টি। সন্নিকৈয়ে সেই বাবে নিৰ্মলতা বা নিৰ্দোষিতাতহে আনন্দ আৰু সুখৰ উৎস বিচাৰি পাইছিল। এই মন্তব্যখিনিত লিখকৰ বৈজ্ঞানিক দৃষ্টিভঙ্গীৰ লগত দাৰ্শনিক মনৰ উমান পোৱা যায়।

অধ্যয়ন আৰু অভিজ্ঞতাৰ সমন্বয় ভট্টাচাৰ্যৰ সাহিত্য-সাধনাৰ আন এটা বৈশিষ্ট্য। আমাৰ মাজৰ অনেক লিখকৰ অধ্যয়ন আছে, অভিজ্ঞতা নাই। অনেকৰ অভিজ্ঞতা আছে, অধ্যয়ন নাই। ভট্টাচাৰ্যৰ দুয়োটাই আছে। তেওঁ একান্তভাৱেই এজন অধ্যয়নশীল ব্যক্তি, তথা-কথিত বহু সাহিত্যিকৰ অধ্যয়নৰ দৰে এই অধ্যয়ন কিতাপৰ বুকুতেই সীমিত নহয়। মানৱ জীৱনৰ গূঢ় আৰু ব্যাপক অধ্যয়নৰ বাবে তেওঁ নগৰ, চহৰ, গাওঁ-ভূই, পৰ্বত-ভৈয়ামৰ জন-জীৱনৰ একেবাৰে ওচৰলৈ গৈছে। এই অধ্যয়নৰ লগত মণিকাঞ্চন সংযোগ হৈছে তেওঁৰ ব্যাপক অভিজ্ঞতাৰ—সামাজিক-ৰাজনৈতিক জীৱনৰ অভিজ্ঞতাৰ, সাংবাদিক জীৱনৰ অভিজ্ঞতাৰ, দেশ-বিদেশ ভ্ৰমণৰ অভিজ্ঞতাৰ। কেৱল গ্ৰন্থলব্ধ জ্ঞানেৰে মহৎ লিখক হ'ব নোৱাৰি, ইয়াৰ বাবে জীৱনৰ ব্যাপক আৰু বিচিত্ৰ অভিজ্ঞতাৰ অপৰিহাৰ্য। অধ্যয়ন আৰু অভিজ্ঞতাৰ সুসমন্বয়ে ভট্টাচাৰ্যৰ সাহিত্যক সুষমামণ্ডিত ৰূপ দিছে।

ভট্টাচাৰ্যৰ সাহিত্য সাধনাৰ আন এটা উল্লেখযোগ্য বৈশিষ্ট্য হ'ল তেওঁৰ সাহিত্য গোষ্ঠীগত চেতনাৰ পৰা মুক্ত। গোষ্ঠী চেতনাৰে অনুপ্ৰাণিত সাহিত্যৰ স্বাভাৱিক বিকাশ প্ৰায়ে প্ৰতিহত হয়। এনে চেতনাৰ অন্তৰালত প্ৰচাৰ সৰ্বস্ব মনোভাৱ আৰু প্ৰদৰ্শন স্পৃহাৰ প্ৰবৃত্তিয়েও কাম কৰা দেখা যায়। "সাহিত্য একাডেমীৰ পুৰস্কাৰ এইবাৰ মইয়েই ল'ব লাগিব," "সাহিত্য সভাৰ সভাপতি এই বছৰ যেনেতেনে মইয়েই হ'ব লাগিব" এনে মনোভাৱৰ বশৱৰ্তী হৈ উদ্দেশ্য সাধনৰ অৰ্থে হাতে-কামে লাগি যোৱা ব্যক্তিও আমাৰ মাজত বৰ্তমান।

ভট্টাচাৰ্য ইয়াৰ ব্যতিক্ৰম। 'কিবা এটা পাম' 'কিবা এটা হব লাগিব' এনেভাব লৈ তেওঁ সাহিত্য চৰ্চা কৰা নাই। মহৎ সাহিত্যিকৰ এয়ে লক্ষণ।

ভট্টাচাৰ্যৰ সাহিত্য সাধনাৰ উল্লিখিত প্ৰায় আটাইকেইটা বৈশিষ্ট্য তেওঁৰ জ্ঞানপীঠ বঁটা বিজয়ী উপন্যাস 'মৃত্যুঞ্জয়'ত প্ৰত্যক্ষ আৰু পৰোক্ষভাৱে পৰিস্ফুট হৈছে। বিয়াল্লিছৰ গণ বিপ্লৱৰ আধাৰত নগাওঁ জিলাৰ বুৰঞ্জী বিখ্যাত মায়ং অঞ্চলৰ পটভূমিত উপন্যাসখন ৰচিত। বিপ্লৱৰ নেতা মহদা গোসাঁই, ৰূপনাৰায়ণ, সুভদ্ৰা, জিমিৰ দৰে চৰিত্ৰবোৰে উপন্যাসৰ গতি-প্ৰবাহত নিজ নিজ ভূমিকাত অৱতীৰ্ণ হৈ কাম কৰি গৈছে যদিও সেই চৰিত্ৰবোৰ আচলতে ব্যক্তি নহয়, সমষ্টিৰ প্ৰতিভূহে। সাম্ৰাজ্যবাদী বৃটিছক অস্ত্ৰ-শস্ত্ৰৰে প্ৰতিহত কৰাৰ যি প্ৰচেষ্টাক উপন্যাসত ৰূপায়িত কৰিব বিচৰা হৈছে, তাত মহদা গোসাঁইৰ দৰে চৰিত্ৰই বলিষ্ঠ নেতৃত্ব দিছে যদিও সেই কাম কৰি তেওঁ ভাল কৰিছেনে বেয়া কৰিছে এই কথা লৈ যি মানসিক সংঘাতৰ সৃষ্টি হৈছে, সেইটো লক্ষ্য কৰিব লগীয়া কথা। মহাসমৰ, স্বাধীনতা আন্দোলন, গণ-বিপ্লৱ এনেবোৰ বিষয়ৰ পটভূমিত উপন্যাস ৰচনা কৰিলেই, উপন্যাসৰ কথা-বস্তুক আগুৱাই নিবলৈ অনুকূল চৰিত্ৰ আৰু পৰিবেশ সৃষ্টি কৰিলেই সি উপন্যাস নামৰ সাৰ্থকতা লাভ কৰিব নোৱাৰে। উপন্যাসৰ আধাৰ, পটভূমি, পৰিবেশ আৰু বিষয়-বস্তু যিয়েই নহওক, সি যদি পটভূমি আৰু পৰিবেশৰ বন্ধন ছিন্ন কৰি এক উন্নত আৰু বহল পৰিসৰলৈ উৰ্ধমুখী হয় আৰু তাৰ অন্তৰালত ঔপন্যাসিকৰ সামগ্ৰিক দৃষ্টিকোণ স্পষ্টভাৱে প্ৰতিফলিত হয়, তেতিয়াহে সি সাৰ্থক আৰু মহৎ সৃষ্টিৰূপে পৰিগণিত হ'ব পাৰে। 'মৃত্যুঞ্জয়'ত বিপ্লৱীৰ মুক্তি কামনাৰ মৰ্মস্পৰ্শী আৰু সংযতময় আলেখ্যৰ অন্তৰালত থাকি ঔপন্যাসিকে ক'ব খুজিছে—"বিপ্লৱী হ'লেই নহ'ব। মানুহো হ'ব লাগিব।" মানৱতাবাদৰ এই পৰোক্ষ নিৰ্দেশ 'মৃত্যুঞ্জয়'ৰ দৰ্শন আৰু এই দৰ্শনেই 'মৃত্যুঞ্জয়'ক মহীয়ান কৰি তুলিছে।

সাহিত্য সৃষ্টিৰ মাজত সাহিত্যিকক প্ৰকৃত ৰূপত (স্ব-ৰূপত) বিচাৰি পোৱা টান। ভট্টাচাৰ্যক কিন্তু স্ব-ৰূপত আমি বিচাৰি পাইছোঁ। ভট্টাচাৰ্য তেওঁৰ সমাজ সচেতন, মানৱতাবাদী চিন্তাদৰ্শৰ বাবে শ্ৰেষ্ঠ সাহিত্যিকেই নহয় মহৎ সাহিত্যিকো। সাহিত্য-সাধনাৰ জ্ঞান-গঙ্গাত অৱগাহন কৰি তেওঁ সিদ্ধি লাভ কৰিছে।

# বীৰেন্দ্ৰ-কৃতি

শ্ৰীমুনীম বৰকটকী

পোনতে শ্ৰীবীৰেন্দ্ৰকুমাৰ ভট্টাচাৰ্যৰ সাহিত্য-কৃতি বুলিয়েই লিখিব খুজিছিলো, তেনে এটা শিতান ৰখা হ'লে হয়তো ধৰিবলৈকো সহজ হ'লহেঁতেন। পিছ চিন্তাত সিদ্ধান্ত লবালো। কাৰণ প্ৰথমতঃ ভাৰতৰ সাহিত্যিক নোবেল বঁটাস্বৰূপ ভাৰতীয় জ্ঞানপীঠ পুৰস্কাৰ লাভ কৰাৰ পিছত অসমৰ বাহিৰত তেওঁৰ দীঘলীয়া পুৰা নামটো ব্যৱহাৰ কৰাৰ যৌক্তিকতা থাকিলেও অসমীয়া ভাষাত অসমীয়া মানুহৰ কাৰণে তেওঁক "বীৰেন্দ্ৰ" বুলি ক'লেই যথেষ্ট; অন্য যোগ্য 'বীৰেন্দ্ৰ' আমাৰ মাজত কেবাজনো থাকিলেও এইজন বীৰেন্দ্ৰ নিজ ক্ষেত্ৰত অনন্য। জ্ঞানপীঠ বঁটা দৰাচলতে যদিও সাহিত্যকৰ্মৰ বাবে প্ৰদত্ত বঁটাহে, তথাপি ভট্টাচাৰ্যৰ সাহিত্য-কৃতি বুলি সীমিত কৰিবলৈ পাছ হুহকিলো। কাৰণ তেওঁ যদিও মুখ্যতঃ সাহিত্যিকেই তথাপি তেওঁৱে আৰু আমাৰ অঞ্চলত 'সাহিত্যিক' বোলা মানুহখিনিৰ যি এটা নিৰ্দিষ্ট 'স্পেচিফিকেশ্যন' আৰু 'ষ্টিৰিঅটাইপ' আছে (ইংৰাজী শব্দ দুটাৰ অসমীয়া প্ৰতিশব্দ দিয়াৰ পৰা বিৰত থাকিলো, কাৰণ তেনে প্ৰতিশব্দই যথাৰ্থতে কাম নিদিব।) সেই সীমনাৰ ভিতৰত ভট্টাচাৰ্যক সুমোৱা মোৰ বোধেৰে সংগত নহ'ব। বিশুদ্ধ সাহিত্যিকতকৈ ভট্টাচাৰ্যক আমি আজিকালি সঘনে সন্নিকট হোৱা তথাকথিত "ইন্‌টেলেকচুৱেল" বুদ্ধিজীৱী বুলিলেহে বেছি খাপ খায়। ভট্টচাৰ্যৰ ঘাই কাম যদিওবা লিখনিয়েই তথাপি তাত চিন্তন তথা মননৰ পৰিমাণটো সাহিত্যিকৰ ক্ষেত্ৰত জোখতকৈ কিছু বেছি। সাহিত্যৰ কেইবাটাও বিভাগত নিজৰ বিশিষ্টতা প্ৰতিপন্ন কৰি আৰু 'মৃত্যুঞ্জয়'ৰ লেখীয়া উপন্যাসৰ জৰিয়তে জ্ঞানপীঠ বঁটা আদায় কৰি তেওঁ নিজক দেশৰ এগৰাকী আগশাৰীৰ সমসাময়িক সাহিত্যকাৰ আৰু অসমৰ সৰ্বাগ্ৰগণ্য সমকালীন সাহিত্যিক-ৰূপে পৰিগণিত হৈছে যদিও নিছক সাহিত্য কৃতিয়েই তেওঁৰ সৰ্বস্ব নহয়, তেওঁৰ কৃতিৰ আন কেইবাটাও দিশ আছে,

আৰু সেই দিশবোৰো তেওঁৰ মূল্যায়নৰ পক্ষে অপৰিহাৰ্য। তদুপৰি ভট্টাচাৰ্যৰ সাহিত্য কৃতিৰ প্ৰতি মোৰ শ্ৰদ্ধা অসীম যদিও সেই সাহিত্য-কৃতিৰ যথাৰ্থ বুজ লোৱা বা দিয়াৰ যোগ্যতা মোৰ নাই বুলিয়েই ভাবোঁ আৰু সেই কাম মোতকৈ যোগ্যতাৰে কৰিব পৰা লোক আমাৰ সাহিত্য জগতত অনেক আছে। সাতে-পাঁচে শ্ৰীবীৰেন্দ্ৰকুমাৰ ভট্টাচাৰ্যৰ সামূহিক কৃতিৰ দুই চাৰিটা দিশৰ বিষয়ে মই মোৰ মনত খেলোৱা দুটামান কথাহে উন্মুকিয়াৰ খুজিছো।

বীৰেন্দ্ৰকুমাৰৰ চিন্তা কৰ্মৰ যি কেইটা মুখ্য দিশে মোক আকৰ্ষণ কৰে সেইকেইটা হ'ল তেওঁৰ মূলতঃ সমাজতাত্ত্বিক চিন্তা-ভঙ্গী, সীমায়িত সাহিত্য-কৃতিতকৈ মানৱমুখী প্ৰসাৰতা, তেওঁৰ সৃষ্টিকৰ্মৰ অপ্ৰমাদী ভাৰতীয়তা (ইণ্ডিয়ান্-নেছ) স্বত্ত্বেও অসমৰ থলুৱা সংস্কৃতি আৰু মূল্যবোধৰ সৈতে তেওঁৰ নিবিড় সংযোগ আৰু আত্মীয়তা, প্ৰখৰ সমাজ সচেতনতা, ইতিহাস চেতনা আৰু আধুনিক মনোবৈজ্ঞানিক পৰিভাষা মতে "বিশেষ বা ব্যষ্টিৰ বিপৰীতে সমষ্টি বা মুঠ সূচক 'জেষ্টাল্ট'ৰ (gestalt) প্ৰতি স্বাভাৱিক প্ৰৱণতা, উদাৰনৈতিক গণতন্ত্ৰপ্ৰেমী বিশ্বমুখিতাৰ লগে লগে নিবিড় স্বদেশ আৰু সজাতিপ্ৰীতি আৰু মৌল সংবেদনশীলতা আৰু মানবীয় প্ৰমূল্যসমূহৰ প্ৰতি আনুগত্য। এইকেইটা "প্লাছ-পইণ্ট" অৰ্থাৎ যোগাত্মক গুণৰ বিপৰীতে তেওঁৰ সাহিত্যকৰ্মত হাস্য ব্যঙ্গ্য-ৰস তথা লঘু ভাৱভঙ্গীৰ সুস্পষ্ট অনুপস্থিতি (যদিও অসমীয়া সাহিত্যত হাস্যৰসেই তেওঁৰ ডক্টৰেট থিছিছি'ৰ বিষয়বস্তু বুলি শুনিছো, আৰু একপ্ৰকাৰ শুকান নীতি-বাগীশতা, বৌদ্ধিক ৰক্তশূন্যতা আৰু বিমূৰ্ত্তধৰ্মিতা (ডাইডেক্‌টিক এবষ্ট্ৰেকশ্ব-নিজম্) কেতবোৰ দুই কৰিব নোৱাৰা দুৰ্বলতা।

ভাৰত-প্ৰসিদ্ধ সাহিত্যসেৱী হোৱাৰ উপৰিও বীৰেন ভট্ট এজন সচেতন, দৃঢ়মতি ৰাজনৈতিক পুৰুষ। অৱশ্যে ৰাজনৈতিক পুৰুষ বোলোতে ৰাষ্ট্ৰপতি পদৰ বাবে মনোনয়ন প্ৰসঙ্গত আমাৰ প্ৰধান মন্ত্ৰীয়ে যি ধৰণৰ পলিটিকেল পাৰ্চুনৰ কথা কৈছিল তেনে পুৰুষৰ কথা মনলৈ অনা নাই। তেওঁৰ ৰাজনৈতিক পুৰুষ এই অৰ্থত যে তেওঁ যদিও মুখৰ পৰা ভৰিৰ বুঢ়া আঙুলিলৈকে তথাকথিত 'একটিভিষ্ট' (ক্ৰিয়াশীল?) ৰাজনীতিক (আন কথাত বঙলা ভাষাত যিবিধক ৰাজনৈতিক 'ঘুঘু' বুলি কোৱা হয়) তথাপি তেওঁৱেই সম্ভৱতঃ আমাৰ আটাইতকৈ ৰাজনৈতিকভাৱে সচেতন সাহিত্যিক।

আমাৰ সাহিত্যিকসকলে সৰহভাগ ৰাজনীতিৰ সংক্ৰমণৰ পৰা নিজৰ গা বচাই ফুৰিব বিচাৰে। শ্ৰীদেৱকান্ত বৰুৱা, স্বৰ্গীয় বিষ্ণুপ্ৰসাদ ৰাভা প্ৰভৃতি দুই এজন

বাককৈয়ে ৰাজনীতিৰ লৈতে লেটি পেটি থকা সাহিত্যিক যদিও এইক্ষেত্ৰত তেওঁ-লোকৰ লেখীয়া দুই চাৰি নিয়মটোকে প্ৰমাণ কৰা ব্যতিক্ৰমহে। অসমীয়া সাহিত্যিক সম্প্ৰদায় সততে অসমৰ জাতীয় স্থিতি আৰু সত্তাৰে ঘনিষ্ঠভাৱে জড়িত, প্ৰায় সকলৰ বাবেই অসমীয়া সাহিত্য-চৰ্চা আৰু অসমীয়া জাতীয়তাবাদৰ মাজত কোনো বিৰোধ নাই; আৰু বৰ্তমানৰ ৰাজনৈতিক পৰিক্ৰমা—প্ৰসঙ্গত অসমৰ সাহিত্যিকে আমাৰ সাম্প্ৰতিক ৰাজনৈতিক ঘূৰ্ণীবায়ু দ্বাৰা আলোড়িত নোহোৱাকৈ থকা একপ্ৰকাৰ অকল্পনীয়েই হৈ পৰিছে। ভট্টাচাৰ্য সেইসকলৰপৰা অলপ বেলেগ ধৰণৰ ৰাজনৈতিক আদৰ্শবাদ আৰু ভাববাদেৰে অনুপ্ৰাণিত আৰু নিয়ন্ত্ৰিত সাহিত্যিক। ভট্টাচাৰ্যৰ বিশ্ববীক্ষা ( Weltanschauny, ভেলটেনাশ্বং ) যিমান বেছি শিল্পীৰ তাতকৈ বেছি ৰাজনৈতিক মতবাদীৰহে। গান্ধীজীৰ ব্যক্তিত্ব আৰু মতবাদৰ দ্বাৰা বহু পৰিমাণে প্ৰভাৱিত হ'লেও বীৰেন্দ্ৰকুমাৰ ৰাজনৈতিক দৰ্শনত তেওঁৰ দলৰ বৰ-পূজাৰী ( হাই প্ৰীষ্ট )—ডক্টৰ ৺ৰামমনোহৰ লোহিয়াৰ দায়বদ্ধ অনুগামী। ভট্টাচাৰ্যৰ লিখা আৰু কথাত সেই গৰাকী উল্লেখযোগ্য ভাৰতীয় চিন্তাবিদৰ প্ৰভাৱে তেওঁৰ নাম যিকোনো পাঠকৰে দৃষ্টিত পৰিব। ড° লোহিয়াৰ চিন্তা-চৰ্চাত গান্ধীজীৰ প্ৰভাৱ প্ৰভূত হ'লেও কাৰ্ল মাৰ্ক্সৰ প্ৰভাৱ সম্ভৱতঃ আৰু বেছি আৰু লোহিয়া পন্থী বীৰেন্দ্ৰ ভট্টাচাৰ্যও তেনেকৈ পৰোক্ষভাৱে মাৰ্ক্স পন্থী। মোৰ ব্যক্তিগত ধাৰণাৰে এই দৰে অনুভূত ৰাজনৈতিক তথা মতাদৰ্শমূলক দৃষ্টিভঙ্গীয়ে যেনেকৈ অসমীয়া সাহিত্যিক হিচাপে ভট্টাচাৰ্যৰ কৃতিত্বক এটা স্বকীয়া মাত্ৰা প্ৰদান কৰিছে, তেনেকৈয়ে তেওঁৰ সুকুমাৰ সাহিত্যকৰ্ম আৰু তাৰ চালিকা দৰ্শনৰ মাজত এক প্ৰকাৰ বিৰোধৰো সৃষ্টি নকৰাকৈ থকা নাই। এই কথাটো ফহিয়াই দেখুৱাবলৈ এই লক প্ৰবন্ধত ঠাই নুজুৰিব। এই বুলিয়েই প্ৰসংগটোৰ সামৰণি মাৰিব লাগিব যে অসমীয়া সাহিত্য চিন্তা-চৰ্চাত ভট্টাচাৰ্যৰ এটা বৈশিষ্ট্য হ'ল তেওঁ এমুঠিমান অসমীয়া আধুনিক সাহিত্যিকৰ ভিতৰত প্ৰকট'ভাৱে আদৰ্শবাদী সাহিত্যিক, আৰু সচৰাচৰ সাহিত্যিকৰ দৰে ৰমন্যাসিক কল্পনা প্ৰৱণ সাহিত্যিক নহৈ বস্তুনিষ্ঠ, যুক্তিবাদী, বিশ্লেষণ-প্ৰৱণ সাহিত্যিক।

ভট্টাচাৰ্যৰ আদৰ্শবাদিতা আৰু চিন্তাশীলতাৰ ফলশ্ৰুতি স্বৰূপে তেওঁৰ কৃতিয়ে দৰ্শোৱা আৰু এটা স্বকীয়তা হ'ল—তেওঁৰ তীব্ৰ সমাজ চেতনা আৰু সকলো কথাতে সামাজিক দিশটোৰ ওপৰত প্ৰাধান্য দিয়াৰ প্ৰৱণতা। বীৰেন্দ্ৰ-কুমাৰক এসময়ত পঢ়াশলীয়া ছাত্ৰ হিচাপে পাইছিলো বুলি মোৰ নিজৰ

সিখান ভালকৈ মনত নপৰে যদিও চল্লিশৰ দশকৰ অমূল্য বৰুৱা, শ্ৰীৰাজেন্দ্ৰ হাজৰিকা, শ্ৰীৰতিনাৰায়ণ শৰ্মা, শ্ৰীঅজিত শৰ্মা প্ৰভৃতি মোৰ খক্তেকীয়া ছাত্ৰৰ লগতে বীৰেন্দ্ৰকুমাৰো আছিল আৰু সেই গোটৰ প্ৰায় কেউজনেই তেতিয়া লোহিয়া দৰ্শনেৰে ভালকৈ পৰিচিত নোহোৱাকৈয়ে যথেষ্ট স্পষ্ট আধুনিক, আইডিয়লজিকেল দৃষ্টিশীলতাৰে প্ৰভাৱিত হৈছিল। সেইবাবেই মোৰ অনুমানেৰে ড° ৰামমনোহৰ লোহিয়াৰ ভাবধাৰাই পিছত যিজন বীৰেন্দ্ৰক গভীৰভাৱে আলোড়িত কৰিছিল—সেইজনৰ আদিৰ মানসিক দৃষ্টিভঙ্গী প্ৰথমৰে পৰা এটা সামাজিক চেতনাবোধৰ পিনে ঢালখোৱা দৃষ্টিভঙ্গী আছিল। এই সামাজিক বোধে তেওঁক, আমাৰ সৰহভাগ সাহিত্যিকক কৰাৰ দৰে, ব্যক্তিগত হৃদয় মন অনুভূতিৰ ৰোমন্থনৰ প্ৰতি আকৰ্ষিত নকৰি আজিৰ সমাজৰ ধামখুমীয়াৰ মাজত পতিত, সামাজিক মতা-তিৰোতাৰ সমূহীয়া সমস্যা, বাস্তৱিক অৱস্থাই সৃষ্টি কৰা প্ৰশ্ন, চিন্তা, লক্ষ্য আৰু উপায়ৰ সংকট ইত্যাদিৰ প্ৰতিহে বেছিকৈ আকৰ্ষণ কৰিছিল। আৰু সেইটোৱেই অসমীয়া সাহিত্যত তেওঁৰ "পইণ্ট অৱ ডিপাৰচাৰ" (Point of departure) বুলি মোৰ ধাৰণা।

বীৰেন্দ্ৰকুমাৰ সাহিত্যিক হৈয়ো যেনেকৈ পৰম্পৰানুগ গতানুগতিক অসমীয়া সাহিত্যিক নহয়, একেদৰে তেওঁ এজন ভাল সাংবাদিক হৈও ঠিক আমাৰ সৰহভাগ সাংবাদিকৰ ধৰণৰ সাংবাদিক নহয়। তেওঁ বহু বছৰ 'ৰামধেনু'ৰ নিচিনা অভিজাত আলোচনী সম্পাদনা কৰিছিল। তাৰো আগতে এসময়ত নৱপৰ্যায়ৰ 'বাঁহী'ৰ সহ সম্পাদক আছিল। মাজতে কেবা দশকো ইংৰাজী-অসমীয়া দুয়োবিধ অসম সাংবাদিকতাৰ লৈতে ঘনিষ্ঠভাৱে জড়িত আছিল আৰু আজি ভালে কেইবছৰ ধৰি বিশ্ববিদ্যালয়ৰ সাংবাদিকতা বিভাগত অধ্যাপনা কৰি আছে। তাৰ ফলত এজন লেখক-সাংবাদিক হিচাপে গণ্য হোৱাৰ সকলো 'ক্ৰেডেনশিয়েল' (Credential) তেওঁৰ আছে। মোৰ তথাপি ভাব হয়, সাংবাদিক হিচাপে তেওঁ একপ্ৰকাৰ ইংৰাজীত কোৱাদি 'lonely furrow' চলাই আছে—অকলশৰীয়াকৈ মাটি মৈয়াই আছে। সাংবাদিক হিচাপে যিটো হয়তো তেওঁৰ সীমাবদ্ধতা সেয়ে সাহিত্যিক হিচাপে তেওঁৰ বৈশিষ্ট্য। ভট্টাচাৰ্যৰ মানসিক প্ৰক্ৰিয়াৰ এই স্বতন্ত্ৰতাৰ উঁহ বিচাৰিবলৈ হ'লে তেওঁৰ গঢ় লোৱা আগছোৱা জীৱনলৈকে যাব লাগিব আৰু ফঁহিয়াই চালে দেখা যাব, মূলতে তেওঁৰ তীব্ৰ সমাজ সচেতনতাই এনে বৈপৰীত্যৰ বাবে জগৰীয়া। ভট্টাচাৰ্যই মানুহৰ সকলো কাম-কাজ, আবেগ-প্ৰতিক্ৰিয়া সামাজিক জীৱ হিচাপে থকা কাম

বা আচৰণ বুলি ভাবে ; সেইকাৰণে ব্যক্তি তেওঁৰ বাবে সদায় সামাজিক ফোর্চ (social force)তকৈ কম গুৰুত্ব সম্পন্ন। উপন্যাসত, চুটি গল্পত ভট্টাচাৰ্যই সমাজ-ব্যৱস্থা, শ্ৰেণী-সমাজ, আদৰ্শ-লক্ষ্য ইত্যাদিৰ সমালোচনা কৰিছে, আমাৰ পৰ্বত-ভৈয়াম সম্প্ৰীতি-সংঘৰ্ষ, আমাৰ জনজাতি বা দপৰা জাতিক সমাজৰ আভ্যন্তৰীণ শোষণ, নিপীড়নৰ প্ৰতি দৃষ্টিপাত কৰিছে, নৃতাত্ত্বিক আৰু সমাজতাত্ত্বিক প্ৰশ্নৰ অৱতাৰণা কৰিছে, নাটক-কবিতাত আমাৰ জাতীয় বীৰ-বীৰাঙ্গনা, মানুহৰ সামাজিক ব্যক্তিত্ব বা চৰিত্ৰৰ ওপৰত আলোকপাত কৰিছে, আমাৰ বিপ্লৱী বিদ্ৰোহীৰ মনস্তত্ত্ব অধ্যয়ন কৰিছে , কিন্তু ক'তো বীৰেন ভট্টাচাৰ্য সীমাৰ বাহিৰে গৈ ভাবপ্ৰৱণ নাইবা আৱেগিক হোৱা দেখা নেযায়। তেওঁৰ চৰিত্ৰ আৰু পৰিস্থিতিৰ লগতে তেওঁ নিজক কমেইহে 'আইডেনটিফাই' বা একীভূত কৰিছে। পৰ্যবেক্ষণৰ গভীৰতা কিম্বা 'আপোনতাতকৈ কিছু দূৰত থাকি অৱলোকন কৰাৰ প্ৰতিহে তেওঁৰ বেছি আগ্ৰহ যেন লাগে। ভাৰতীয় সাহিত্য-সৃষ্টিৰ জগতত তেওঁ যেনেকৈ স্বাধীনচেতা, দঢ়তাবিশিষ্ট, সংযমী, মিতবাক আৰু অনাবেগিক অসমীয়া জাতীয় মানসটোক অভিক্ষেপ বা project কৰাত কৃতিত্ব দৰ্শাইছে, তেনেকৈ অসমীয়াৰ কাৰণে অসমীয়া চৰিত্ৰবোৰক প্ৰতিষ্ঠিত কৰাত তেওঁ সফলকাম হোৱা যেন নেলাগে। সাংবাদিকতা অনুপ্ৰেৰিত বস্তুনিষ্ঠা আৰু বাস্তৱবোধে তেওঁৰ ৰচনাক ব্যাপ্তি দিছে, আমাৰ চিন্তাৰ জগতৰ সীমা তেওঁ বঢ়াইছে , কিন্তু সেই অনুপাতে চৰিত্ৰ বা পৰিস্থিতি নীৰিক্ষাত গভীৰতা দিব পৰা নাই। সেয়ে হ'লেও এই যুগৰ এটা পৰম প্ৰয়োজনীয় সম্পদ লিখনীৰ সমাজ-চেতনা ভট্টাচাৰ্যৰ পৰিমাণে আমাৰ আন খুব কমৰে আছে।

সমাজ-সচেতনতা আৰু আদৰ্শবাদিতাৰ উপৰিও আৰু যিটো দিশৰ বাবে বীৰেন্দ্ৰকুমাৰৰ কৃতি বৈশিষ্ট্যপূণ, সেইটো হ'ল মোৰ বোধেৰে তেওঁৰ চিন্তা-চৰ্চা আৰু কাম-কাজৰ। প্ৰকৃততে পলুৱা হৈয়ো সৰ্বদেশীয় আনকি বিশ্বমানৱিক হ'ব পৰা লক্ষণসমূহ। জ্ঞানপীঠ পুৰস্কাৰ পোৱাৰ পূৰ্বৰ পৰাই ভট্টাচাৰ্যই সদায় অসমীয়া সাহিত্য সেৱা, চিন্তা-চৰ্চা, চেতনা-সাধনা বৃহত্তৰ ভাৰতীয় ধাৰা-পৰিক্ৰমাৰে সংযুক্ত কৰিবলৈ যত্নপৰ হৈ আহিছে—অসমৰ বাহিৰৰ লিখক, চিন্তাবিদ শিল্পীৰ লগতে যোগসূত্ৰ স্থাপন কৰি ভাৰতীয় সংস্কৃতি সাধনাৰ খাই সুঁতিটোৰ লগতে অসমৰ আৰু অসমীয়াৰ ধ্যান-ধাৰণা সম্পৃক্ত কৰিবলৈ চেষ্টা কৰিছে। সমাজৰ এটা ডাঙৰ 'কেটেগৰি' হিচাপে লিখক-শিল্পীসকলৰ বৃত্তিমূলক সংগঠন, ঐতিহ্যমণ্ডিত অসমৰ ঐতিহ্যৰ প্ৰতি বাহিৰৰ দৃষ্টি আকৰ্ষণ, আধুনিক

মানদণ্ডৰে আমাৰ নিজৰ সম্পদৰ মূল্যায়ন আৰু পুনৰ্সংস্থাপন ইত্যাদি কেতবোৰ অতিশয় কৰণীয় কামত আগভাগ লৈ বীৰেন্দ্ৰ ভট্টাচাৰ্যই প্ৰশংসনীয় আৰ্হি দেখুৱাইছে। সেইদৰে আমাৰ দোষ-ত্ৰুটিবোৰ সমালোচনা কৰিও অৱশ্যে কৰ্তব্য কৰিছে। অৱশ্যে ভট্টাচাৰ্যৰ প্ৰতিভাত আবেগ সঞ্চাৰী 'ইভানজেন্' বা 'কুচেদাৰৰ' গুণ তেনেকৈ নথকা হেতুকে তেওঁৰ প্ৰচেষ্টা আৰু প্ৰভাৱে যিমান-খিনি ৰূপান্তৰৰ গতিবেগ সঞ্চাৰ কৰিব লাগিছিল তেনেকৈ পৰা নাই। বয়সত তেওঁতকৈ যথেষ্ট জ্যেষ্ঠ হিচাপে অন্তৰেৰে কামনা কৰোঁ জ্ঞানপীঠ বঁটা অনা বৰ্ধিত প্ৰতিষ্ঠা আৰু কৰ্তৃত্বশীলতাৰে বীৰেন্দ্ৰই অসম আৰু অসমীয়াক ভাৰতীয় জাতি সংগমত আগতকৈও অধিক সন্মানৰ স্থান দিব পাৰিব। তেওঁ যেন বঁটা কাতত থৈয়ে জিৰাবলৈ নিবিচাৰক—ইমানেই প্ৰত্যাশা।

# চিন্তানায়ক বীৰেন্দ্ৰকুমাৰ

শ্ৰীঅচ্যুতকুমাৰ শৰ্মা

"মোৰ পক্ষে এতিয়া এনে এটা সাধনাৰ হয়তো আৱশ্যক, যি সাধনাৰ বলেৰে মই লাহে লাহে ক্ষুদ্ৰ আৰু সাধাৰণৰপৰা লাহে লাহে মহৎ আৰু অসাধাৰণৰ ফালে গতি কৰি অখণ্ড সৌন্দৰ্যৰ আৱিষ্কাৰ কৰিব পাৰোঁ। এই সংকল্পপ্ৰৱণতা গুণ নে দোষ মই কব নোৱাৰোঁ। কিন্তু মই ইয়াকে সাৱটি ধৰি আছো (মোৰ উপন্যাস : নেপথ্য কথা)।"

অসমীয়া সাহিত্যত মুষ্টিমেয় যি কেইজন লেখকে সাহিত্যৰ মাধ্যমেৰে সমাজত সুস্থ চেতনাবোধ সৃষ্টি কৰি সামাজিক ন্যায়, সমাজবাদী চিন্তাৰ উৎকৰ্ষ আৰু মানৱতাবোধৰ জয়দোল সজাৰ চেষ্টা কৰি আছে, সেইসকলৰ ভিতৰত ড° বীৰেন্দ্ৰকুমাৰ ভট্টাচাৰ্য অন্যতম। এপিনে দাৰিদ্ৰ্য আনপিনে আদৰ্শৰ প্ৰাচুৰ্য। এপিনে উপযাচি আহি পৰা চৰকাৰী-বেচৰকাৰী অৰ্থনৈতিক সুবিধা আনপিনে স্বাধীন চিন্তাক বাস্তৱ ৰূপ দিয়াৰ প্ৰচেষ্টা। স্বাভাৱিকতে পকা ঘৰ, বেছি দৰমহাৰ চাকৰি আৰু আৰামৰ জীৱন-যাপন কৰাটোৱেই সাধাৰণ মানুহৰ চিন্তা আৰু শিক্ষাৰ ফলশ্ৰুতি। কিছুমানে সকলোবোৰ সুবিধা পাই তাক গ্ৰহণ কৰে আৰু সমাজত ভাল মানুহ, ডাঙৰ মানুহ, হিচাপৰ মানুহ বুলি পৰিচয় দিয়ে। যিবিলাকে সুবিধা নাপায়, তেওঁলোকে পোৱাৰ চেষ্টাত ব্ৰতী হয়। ড° ভট্টাচাৰ্য এই ক্ষেত্ৰত ব্যতিক্ৰম। জীৱনৰ চৰম দাৰিদ্ৰ্যক মূৰপাতি লৈ ভোগৰ পূৰ্ণ কাঁহী হাঁহি মুখে দূৰলৈ ঠেলি নিজৰ আদৰ্শত স্থিৰে থাকি জীৱনৰ ছকুৰি লোতৰ বছৰ যি পথত ভৰি দিলে—উভতি এবাৰো চোৱা নাই। মূঠৰ ওপৰত জীৱনৰ প্ৰতিকূল অৱস্থাতো আদৰ্শৰ লগত বুজাবুজি নকৰাটোৱেই হ'ল তেখেতৰ মূলমন্ত্ৰ।

আধুনিক অসমীয়া সাহিত্যৰ ইতিহাস বৰ দীঘলীয়া নহয়। অসমীয়া সাংবাদিকতাও বৰ দীঘলীয়া নহয়। সাহিত্য আৰু সাংবাদিকতা ড° ভট্টাচাৰ্যৰ প্ৰকাশৰ দুটা শক্তিশালী মাধ্যম। কোৱা বাহুল্য 'ৰামধেনু' আৰু 'নৱযুগ'ৰ

মাধ্যমত যুগসৃষ্টিকাৰী লেখকদলৰ সৃষ্টি কৰিবলৈ তেখেত সক্ষম হৈছিল। অসমীয়া সাহিত্যত 'ৰামধেনু'ৰ বোল সানি নতুন যুগৰ সৃষ্টি কাৰ্য যুবক বীৰেন্দ্ৰৰ কষ্টকৰ সাধনাৰ সিদ্ধিলাভ। এই ডয়েখন আলোচনীৰ মৃত্যুৰ পিছত যি 'জেনেৰেশ্যন গেপ'ৰ সৃষ্টি হ'ল তাৰ ফলস্বৰূপেই নতুন পুৰুষৰ ন-সৃষ্টি বহুপৰিমাণে মন্থৰ গতিত আগবাঢ়ি যোৱা বুলি কব পাৰি। সাহিত্যিক-শিল্পীৰ মন স্বাভাৱিকতে স্বপ্নবিলাসী। বৰ্তমানৰ এই সপোন, বাস্তৱ সমাজক লৈ দেখা সপোন। বৰ্তমানৰ গতিক প্ৰগতিৰ পথেৰে দুৰন্ত গতিশীল কৰাৰ সপোন। ড° ভট্টাচাৰ্যৰ নিজৰ ভাষাত—"মনে মনে মই ফাঁচীকাঠ সাজোঁ, মনে মনে মই মোৰ দোষবোৰৰ বিচাৰ কৰোঁ। মনে মনেই নিজক ফাঁচী দিওঁ। কাৰ সাধ্য সেই সহস্ৰানন মনক ফাঁকি দিয়ে? কেতিয়াবা নিজে নিজেই মই পৃথিৱীৰ শ্ৰেষ্ঠতম ঔপন্যাসিক, সমালোচক, পাঠক আৰু বিচাৰকৰ ভাও দিওঁ।" মনৰ ভিতৰতে ভাও দিলেও ড° ভট্টাচাৰ্যৰ এই ভাও নিজৰ বাবে নহয়—সমাজৰ কল্যাণৰ বাবে ভাও দি তেখেতে স্বীকৃতি লাভ কৰিব পাৰিছে। সাহিত্য একাডেমীৰপৰা জ্ঞানপীঠলৈকে যশস্যা অৰ্জন কৰি অসমীয়া সাহিত্য আৰু সাহিত্যিকৰ মৰ্যদা অক্ষুণ্ণ ৰাখিব পাৰিছে। ইয়াতে প্ৰশ্ন, হয় এই শক্তি তেখেতে ক'ত পালে? সাহিত্য আৰু সংবাদ সেৱাই অসমৰ দৰে এখন ৰাজ্যত প্ৰেৰণা হব পাৰেনে? এক কথাত নোৱাৰে বুলিয়েই থাটাংকৈ কব পাৰি। তেখেতে নিজেও এসময়ত স্বীকাৰ কৰিছিল—"এইবোৰ নিশ্চয় প্ৰতাৰণা। কাৰণ যেতিয়া দেখোঁ নিৰ্মম বাস্তৱতা ইয়াৰ সম্পূৰ্ণ বিপৰীত, মই ভিক্ষাৰীৰ দৰে প্ৰকাশকৰ দুৱাৰে দুৱাৰে ঘূৰিছোঁ, যেতিয়া দেখো পাঠকসকলে দয়া কৰি দুঃখত কাতৰ হৈ ভিক্ষাৰীক জেপৰপৰা পইচা উলিওৱাৰ দৰে প্ৰশংসা দান কৰিছে, যেতিয়া দেখোঁ যে চিনাকি বন্ধু আৰু শুভকাঙ্ক্ষীয়ে এৰাব নোৱাৰি এটা সুন্দৰ বিশেষণেৰে মোক ভূষিত কৰি নিঠৰুৱাকৈ থৈ পলাইছে, যেতিয়া অতি ভাল চিনেমাখন চাবৰ বাবে বা কিতাপখন কিনিবৰ বাবে কিতাপৰপৰা হোৱা আয়ে মুকুলায়, তেতিয়া আত্মগ্লানি আৰু আত্মলঘিমাৰ ভাৱে আত্ম-প্ৰতাৰণাৰ পুজি-পথালি উভালি পেলায়। এখন বিপনিত মোৰ কি বিপত্তি তেতিয়া।" অকল ড° ভট্টাচাৰ্যৰে নহয়, এনে বিপত্তি কিজানি প্ৰতিজন অসমীয়া লেখকৰ ক্ষেত্ৰতে হয়। আৱাহন-ৰামধেনুৰ পাতত প্ৰতিশ্ৰুতিৰ স্বাক্ষৰ বহন কৰা বহুলেখকক এনে ধৰণৰ বিপত্তিয়ে অসমীয়া সাহিত্যৰপৰা কাঢ়ি নিছে, বহুতক পঙ্গু কৰিছে আৰু উত্তৰ পুৰুষৰ বাবেও উদ্ধাৰৰ পথ

উন্মোচন হোৱাৰ ঠাইত অন্ধকাৰৰ মহাগহ্বৰহে সৃষ্টি হ'ব ধৰিছে। এই সংকটপূৰ্ণ অৱস্থাত ধৈৰ্য, সাহস আৰু সাধনা অতি প্ৰয়োজনীয়। প্ৰতিভাই অকলে গতিশীল নহয় যদিহে সাধনা তাত নাথাকে। ড° ভট্টাচাৰ্যই এনে দোমোজাত নিজেই নিজক সান্ত্বনা দিছিল, যি সান্ত্বনা সকলো কলাকাৰৰ বাবেই প্ৰযোজ্য—"মনক কওঁ, ধৈৰ্য ধৰ। জীৱনৰ যি কুটা বছৰ আছে, সেই কুটা ভালদৰে কামত লগা, সৃষ্টি কৰ, বাস্তৱতাক ভালদৰে আয়ত্ত কৰ। নীৰৱে শেৰ্তোলিত পৰি সকলো প্ৰিয়জনৰপৰা আঁতৰি আহি প্ৰত্যেকখন উপন্যাসকে খুলি লওঁ (মোৰ নিজৰ), সেই কিখন এনেকৈ পঢ়োঁ যেন মোৰ আৰু সময় নাই, মই সেই কেইখনৰ মায়াজাল ভেদ কৰি সেইবোৰৰ মাজত থকা পৰম অভাৱবোৰ তুৰন্তে আবিষ্কাৰ কৰিম। কিন্তু কিছু সময়ৰ ভিতৰতে পৰিষ্কাৰ হৈ পৰে,—এতিয়াও ব্যাখ্যানৰ আতিশয্য আছে, এতিয়াও আছে ৰোমাণ্টিক প্ৰৱণতা, এতিয়াও আছে সত্যক ধৰি ৰাখৰৰ অক্ষমতা, এতিয়াও আছে মানসিক অলসতা, আছে পুৰণি অভ্যাসৰ টান, এতিয়াও আছে বাস্তৱতাক আয়ত্ত কৰি তাৰ সাৰ মৰ্ম আবিষ্কাৰৰ অসমৰ্থতা! পাৰিমনে? নিজকে প্ৰশ্ন কৰোঁ। পাৰিম, কিয় নোৱাৰিম! সান্ত্বনা দিওঁ। সময় আছে। এতিয়াও সময় আছে।" এই দৃঢ়তা আৰু মনোবল এজন সাধকৰ বাহিৰে সাধাৰণ লেখকৰ থকাটো সম্ভৱ নহয়। বোধহয় সেই কাৰণেই ১৯৬৭—১৯৭৪ চনলৈ চৰম দাৰিদ্ৰ্যৰ সন্মুখীন হৈও ভট্টাচাৰ্যই কলম এৰি দিয়া নাছিল। দৈনিক প্ৰায় দহ ঘণ্টালৈ কলম চলালেও সস্তীয়া নোট লিখি ধন উপাৰ্জনৰ পথ লোৱা নাছিল; বৰং এই নোট লিখা বৃত্তিটোক সমালোচনাহে কৰিছিল। ড° ভট্টাচাৰ্যৰ বৈশিষ্ট্য ইয়াতেই।

একোজন সাধকৰ পিছপিনে থাকে স্থিৰ চিন্তা আৰু আদৰ্শ। এই আদৰ্শক ফলৱতী কৰিবলৈ হ'লে সামাজিক আৰু ৰাজনৈতিকভাৱে সচেতন হব লাগে আৰু সচেতন ব্যক্তিয়েহে সমাজ-ৰাজনীতিৰ চিন্তানায়ক হব পাৰে। ড° ভট্টাচাৰ্যৰ এই চিন্তাৰ পম খেদিলে আমি দেখিবলৈ পাওঁ—দলীয় ৰাজনৈতিক চিন্তাৰ ভিতৰত প্ৰকৃতাৰ্থত তেখেতক থিয় কৰাব নোৱাৰি। যদিও আজীৱন ৰাম মনোহৰ লোহিয়াৰ সমাজবাদী চিন্তাক তেখেতে সমৰ্থন কৰে; তাৰ ভিতৰতো নিজস্ব চিন্তাৰ আবিষ্কাৰ তেখেতে উত্তৰ-পুৰুষক দি যাব খোজে। "আমি বহুৱাম জনতাৰ চৰকাৰ, আমি বহুৱাম জনতাৰ দৰবাৰ"—ড° ভট্টাচাৰ্যৰ আজন্ম বাজি থকা উদাত্ত কণ্ঠ। স্বাধীনতা আন্দোলনত জনতাৰ মুক্তিৰ

কাৰণেই মহাত্মাগান্ধীৰ অহিংস আন্দোলনক সমৰ্থন কৰিছিল যদিও সমাজ বিবৰ্ত্তনৰ ক্ষেত্ৰত ভাৰতৰ মাটিত, ভাৰতীয় সমাজ-ব্যৱস্থাত সাৰটি লব পৰা মাৰ্ক্সীয় তত্ত্বক তেখেতে অস্বীকাৰ নকৰে। এক কথাতেই তেখেতক গান্ধীবাদী বুলি যেনেদৰে কব নোৱাৰি, তেনেদৰে কমিউনিষ্ট বিৰোধী বুলিও কব নোৱাৰি। পৃথিবীৰ বিভিন্ন মনীষীৰ চিন্তাৰ সূত্ৰ পৰ্যালোচনা কৰি তেখেতে সমাজমুখী এটা সমন্বয়ৰ সূত্ৰ বিচাৰে। ড° ৰামমনোহৰ লোহিয়াই গান্ধী আৰু মাৰ্ক্সৰ সমন্বয় সাধন কৰি ভাৰতবৰ্ষত সমাজবাদ স্থাপন কৰাৰ কথা ভাবিছিল। ড° ভট্টাচাৰ্যয়ো সমন্বয় আৰু সম্প্ৰীতিৰ মাজেৰে গণতান্ত্ৰিক সমাজবাদ প্ৰতিষ্ঠাৰ সপোন দেখে, বাস্তৱত ৰূপ দিয়াৰ বাবে চেষ্টা কৰে। সামাজিক ন্যায়, সততা,' শান্তি, অহিংসা, মানৱতাবোধ, সমাজবাদী চিন্তা তেখেতৰ মূল মন্ত্ৰ। মানুহৰ সমাজখন, মানুহৰ মনুষ্যত্ব বোধেৰে চেতনাদীপ্ত কৰি সুস্থ সমাজ ৰচনাৰ কাৰণে তেখেতে কলমেৰে, বক্তৃতাৰে, ৰাজনীতিৰ মাজেৰে কব বিচাৰে, কৰিব বিচাৰে। পূৰ্বসূৰীসকলৰ ভিতৰত টলষ্টয় আৰু শৰৎ চন্দ্ৰ চট্টোপাধ্যায়ৰ লগত তেখেতক তুলনা কৰিব পাৰি। কিয়নো, সকলোৰে ওপৰত তেখেতে মূল্য দিছে মানুহ আৰু মনুষ্যত্ববোধক। ইয়াতে এটা কথা উল্লেখ কৰিব পাৰি যে ড° ভট্টাচাৰ্যৰ জীৱন সংগ্ৰামৰ পিছপিনে আৰু এটা শক্তি আছে—সেয়া তেখেতৰ সহধৰ্মিনী শ্ৰীমতী বিনীতা ভট্টাচাৰ্য। সহধৰ্মিনীৰ বেশত সহ সৈনিকৰ ধৰ্ম পালন কৰি দুৰ্যোগৰ মাজতো সাংসাৰিক জীৱনৰ পাৰস্পৰিক বুজাবুজিৰ মাধ্যমত নিজৰ স্বামীক বীৰবেশত প্ৰতিষ্ঠা কৰাত শ্ৰীমতী ভট্টাচাৰ্য কৃতকাৰ্য হব পাৰিছে। তেখেতৰ ত্যাগ আৰু প্ৰেৰণা ড° ভট্টাচাৰ্যৰ যেন ৰণস্থলীৰ কবচ-কুণ্ডল।

সাধাৰণতে পুৰস্কৃত কিতাপক লৈহে অসমীয়া পাঠক-সমাজত জাগৰণ লক্ষ্য কৰা যায়—ভাল কিতাপক লৈ এই জাগৰণ নাহে। এটা যুগ আগতে প্ৰকাশ পোৱা 'মৃত্যুঞ্জয়' উপন্যাসৰ নাম নুশুনা সকলেও 'জ্ঞানপীঠ' পুৰস্কাৰ পোৱাৰ পিছত ড্ৰইংৰুমৰ কিতাপৰ আলমাৰীত সজাই থোৱাটো জাতি এটাৰ কাৰণে শুভ লক্ষণ নহয়। কোনোবাই এখন কিতাপক ভাল বুলি কলেহে পঢ়িব লোৱা আৰু নিজে পঢ়ি তাৰ ভাল-বেয়াখিনি বিচাৰ কৰাৰ মাজত পাৰ্থক্য আছে। দুহেজাৰখন 'মৃত্যুঞ্জয়' এটা যুগ অনাদৃত হৈ থাকি পুৰস্কাৰৰ পিছত অতি কম দিনৰ ভিতৰতে হেজাৰৰ পিছত হেজাৰখন বিক্ৰী হোৱা কাৰ্যটোৱে এখন ঘুমন্ত পাঠক সমাজৰ ছবিকেই দাঙি ধৰে। তেতিয়া ধাৰণা হয়—কিতাপখনক ঠিক নহয়,

জ্ঞানপীঠ পুৰস্কাৰটোতহে, মূল্য দিয়া হৈছে। অগণন পাঠকসমাজে ড° ভট্টাচাৰ্যৰ কিতাপৰ মূল্য-মান যিদিনা নিৰূপণ কৰিব পাৰিব, তেখেতৰ চিন্তা-চেতনাক যিদিনা হৃদয়েৰে উপলব্ধি কৰিব পাৰিব, প্ৰকৃততে সিদিনাহে তেখেতক আচল সম্মান দিয়া হ'ব। বাহ্যিক পুৰস্কাৰতকৈ পাঠকৰ আন্তৰিক স্বীকৃতিহে লেখক-সকলে কামনা কৰে আৰু পাঠকৰ স্বীকৃতিতকৈ শ্ৰেষ্ঠ পুৰস্কাৰ লেখক-জীৱনত আন একো হ'ব নোৱাৰে। তেখেতে নিজেও বিশ্বাস কৰে যে,—"মাজে মাজে মোৰ লেখাবোৰ লৈ দিবাস্বপ্নতো মই প্ৰবৃত্ত হওঁ। কল্পনা কৰোঁ, সকলো পাঠকেই যেন মোৰ গ্ৰন্থৰ প্ৰশংসা কৰি তাৰ চৰিত্ৰ আৰু আখ্যান-ব্যাখ্যানৰ দ্বাৰা অভিভূত হৈ মোলৈ চাই মিচিকিয়াই হাঁহিছে, কৈছে যেন তুমি প্ৰকৃত পক্ষেই শিল্পী। কোনোবাই ভাল হৈছে বুলি কলে খুব আত্মপ্ৰসাদ লাভ কৰোঁ; কোনোবাই নিন্দা কৰিলে অবিশ্বাস কৰো, মনৰ গুহাত লুকাই থকা এক অনাবিষ্কৃত আত্মসন্তুষ্টিৰ ভাবে মাজে মাজে সেই বিৰল পথলৈ ঠেলি দিয়ে, যি পথেদি মোৰ প্ৰিয় মহৎ ঔপন্যাসিকসকলে খোজ লৈছে। তেতিয়া মই কাকো গ্ৰাহ্য নকৰোঁ, মই যেন এখন সাম্ৰাজ্যৰ মুকুটবিহীন সম্ৰাট। মোৰ মনৰ ভিতৰেদি তেতিয়া ইতিহাস অহা-যোৱা কৰে, কৰুণ বিচিত্ৰ, বহুৰঙী সাহিত্যৰ লীলাখেলা। সেই সময়ত ভাব হয়, প্ৰিয়তম পাঠকৰ পৰা এক গভীৰ প্ৰীতি আহৰণ কৰিছোঁ। বঁটা আৰু সমালোচকৰ প্ৰশংসাতকৈও মধুৰতৰ সেই স্বীকৃতিৰে মহিমামণ্ডিত হৈ মই নিজৰ কোঠাত অথবা নিঃসঙ্গ পদযাত্ৰাৰ পৰত নিজকে এজন ঐশ্বৰ্যবান আৰু ভাগ্যবান লোক বুলি ভাবিলৈ ধৰোঁ।" সেয়ে জ্ঞানপীঠ বঁটা পোৱাৰ পিছতো ড° ভট্টাচাৰ্যৰ মনত পূৰ্ণ সন্তুষ্টি দেখা পোৱা নাযায়। নিঃসন্দেহে সকলো লেখকে এনে ধৰণৰ বঁটা লাভ কৰিব বিচাৰে; কিন্তু এই বঁটা সন্মুখত ৰাখি কলম হাতত লোৱা নাছিল বাবেই ড° ভট্টাচাৰ্য আজিও সুখী হ'ব পৰা নাই। ১৯৫৫ চনত "ৰাজপথে ৰিঙিয়ায়" উপন্যাসৰ যোগেদি যি জনতাৰ চিঞৰ শুনিছিল আজিও সেই একে চিঞৰ অহৰহ শুনি আছে। সমাজবাদী লেখক এজনে সমাজৰ পৰিবৰ্তন আনিব পৰাটোতহে সুখ অনুভৱ কৰে। সেইবাবে তেখেতৰ অবিৰত যাত্ৰা এতিয়াও অব্যাহত ৰাখিছে, বৰং আগতকৈ বেছি তীব্ৰতৰহে হৈছে। তেখেতে বাৰে বাৰে স্বীকাৰ কৰে—"কলেজৰ দিনবোৰৰ নিজৰ পাৰিবাৰিক জীৱনবোৰৰ আঁতৰত থাকি বিভিন্ন স্তৰৰ এক বিশেষ অৱস্থাৰ মানুহৰ সংস্পৰ্শ লৈ আৰু আনৰ উন্নত ভাৱ (গ্ৰন্থ, ব্যক্তি ইত্যাদিৰ) আৰু মানৱক বিচিত্ৰ আচৰণৰ প্ৰভাৱত পৰি নকৰেঁপৰা গঢ়ি অনা গোষ্ঠী মনত এটা বিভ্ৰান্তি

পটাবলৈ বাধ্য হলোঁ। নৰ-নাৰী সম্পৰ্কৰ ক্ষেত্ৰত এক স্বচ্ছ, মানৱীয় আৰু সত্য ৰূপ আৱিষ্কাৰ কৰাৰ অন্বেষণ আজিও চলি আছে।”

বিংশ শতাব্দীত অসমীয়া সমাজত নিঃসন্দেহে ড° ভট্টাচাৰ্য এজন চিন্তানায়ক। সমাজ আৰু বৃহত্তৰ মানৱ জাতিৰ কল্যাণৰ কাৰণে তেখেতৰ চিন্তা নতুন চাৰৰ বাবে বাঞ্ছিত পাথেয়। এজন ক’লাকাৰৰ পৰা, বিশেষকৈ গোটেই জীৱন অৰ্থনৈতিক হাহাকাৰত ভুকলা হোৱা সাধকৰ পৰা ইয়াতকৈ বেছি আশা কৰিব নোৱাৰি। যিখিনি পাৰিছে, কাৰ্পণ্য নকৰাকৈ তেখেতে সমাজত বিলাই দিছে আৰু আশাবাদী মন লৈ স্থিৰ প্ৰত্যয়েৰে আৰু যি পাৰে দিবলৈ বৈ আছে। “আশা কৰিছোঁ আৰু কিছু বছৰ জীয়াই থাকিম আৰু ইয়াৰে ভিতৰত মোৰ উপন্যাসৰ ভিতৰত আৱিষ্কৃত হোৱা অপৰিপক্কতাৰ উপাদান, অনভিজ্ঞতাই সৃষ্টি কৰা ৰোমাণ্টিক ভাৱপ্ৰৱণতা, মানসিক সাঁথৰে বিভ্ৰত কৰা কল্পনাৰ সহজ আপোচ, সকলো সীমাবদ্ধতাৰ বেৰ ভাঙি মানুহৰ ঐতিহাসিক, সামাজিক আৰু ব্যক্তিগত জীৱনৰ সম্মিলিত মানৱ-বস্তৰ সন্ধান পাম।”—দৃঢ় কণ্ঠস্বৰেৰে এই আশা পোষণ কৰাৰ পিছত সমাজবাদী চিন্তাৰ বিবৰ্তনত ড° ভট্টাচাৰ্যৰ ভূমিকা আৰু কৰ্ম সম্পৰ্কে আমাৰ কোনো সন্দেহ নাথাকে। ধৰা-বন্ধা ৰাজনৈতিক দৰ্শনত, যিসকলে দৰ্শনৰ দোহাই দি কেৱল ৰাজদণ্ডৰ সপোন দেখে সেইসকলৰ লগত দৰ্শনৰ আংশিক মিল থাকিলেও দলীয়ভাৱে তেখেতক দেখা পোৱা নাযায়। ড° ভট্টাচাৰ্য সদায় মানৱতাৰ পূজাৰী হিচাপেই নিজক পৰিচয় দিয়া দেখা যায়।

সমন্বয়ৰ মাজেদি গঢ়ি উঠা জাতি আৰু ভাষা—অসমীয়া। যুগৰ ক্ৰমোন্নতিৰ লগে লগে, স্বাধীনতাৰ বা-বতাহ পোৱাৰ পিছতো আগবাঢ়িব নোৱাৰা জাতিটোৰ মাজত বৰ্তমান জাগৰণ অহা বুলি কব পৰা যায়। এই জাগৰণ যেতিয়া মজ্জাগত হ’ব তেতিয়াহে চিন্তাই আৱিষ্কাৰ কৰিব জাতিগঠনৰ সূত্ৰ। জাগ্ৰত অসমীয়া সমাজখনে ড° ভট্টাচাৰ্যৰ কৰ্মময় জীৱন পৰ্যালোচনা কৰিলেই জাতীয় জীৱনৰ কিছু সম্পদ নিশ্চয় দেখা পাব। অসমৰ বিভিন্ন জাতি-উপজাতিৰ সমন্বয়ত একক জাতি, একক শক্তি, একক অনুভূতি—যাৰ নাম অসমীয়া তেনে এটা সমন্বয়ৰ মাধ্যমত জাতীয় জীৱন গঢ়ি তুলি পূৰ্ণ সমাজবাদৰ ধ্বনি ড° ভট্টাচাৰ্যই দিব পৰা নাই। উপন্যাসৰ পৃষ্ঠাত যি সামাজিক ছবি আঁকিলে তাৰ বহু ছবি সমাজত নাইকিয়া হ’ল। ব্যক্তি স্বাৰ্থ আৰু দলীয় স্বাৰ্থই মানৱতাৰ কণ্ঠৰোধ কৰিব খোজা দুৰ্বল সময়তো ড° ভট্টাচাৰ্যই ‘একক

সংগ্ৰাম অব্যাহত ৰাখিছে। বৰ্তমানৰ সমাজ-ব্যৱস্থাত এজন ব্যক্তিৰ পক্ষে ই বৰ টান কাম; কিন্তু এজন চিন্তানায়কে তাক কৰিবই লাগিব। মনলৈ আজি প্ৰশ্ন আহিছে—এইজন সাধকৰ মূল্য-মান অসমীয়া সমাজখনে হাতে-কামে নিৰ্ণয় কৰিবনে? নে ৰাজহুৱা সম্বৰ্ধনা জনোৱাতে কৰ্তব্য শেষ বুলি ভাবিবলৈ লব—এইটোও চিন্তনীয় বিষয়। আমি আশা কৰোঁ জাগ্ৰত অসমৰ ৰাইজ নতুন চেতনাৰে জাগি উঠক আৰু অসমীয়া ভাষা, সাহিত্য, কৃষ্টিৰ নব মূল্যায়ন কৰিবলৈ শক্তি অৰ্জন কৰক। জাগ্ৰত অসমীয়া ৰাইজৰ সোঁত যদি তীব্ৰ হয়, তেতিয়া ড° বীৰেন্দ্ৰকুমাৰ ভট্টাচাৰ্য একক হৈ নাথাকে; গোটেই অসমীয়া জাতি তেতিয়া বীৰেন্দ্ৰ হ'ব আৰু চিন্তানায়কৰ চিন্তাৰ সিদ্ধিলাভ হ'ব।

# The Ever-smiling Cascade from Kamarupa

**Dr. Prabhakar Machwe**

I met Shri Birendrakumar Bhattacharya for the first time in Gauhati in 1955 in the Asam Sahitya Sabha session. I came from Delhi, representing Sahitya Akademi which I had newly joined. Dr. Birinchi Kumar Barua had convened its first Advisory Board meeting in Assamese. Jatindra Nath Duara was the President of that Asam Sahitya Sabha session, I could sense in the air the general gap. On the one hand the old guards like Ambikagiri Roychaudhuri and Nalinibala Devi were there. On the other hand, the young Turks, the stormy petrels, like (the late) Hem Barua, Navakanta Barua, Syed Abdul Malik and Birendra Kumar Bhattacharya were on the other side at that time. In literature there is very little of right or left—I have seen many fire-spouting 'leftists' becoming a part of the Establishment. There is only good or bad literature, left is the ultimate analysis. After three decades of sifting and winnowing done by the cruel hands of Time I prize Biren as my favourite Assamese writer. He is good, as a friend, as a man and as a creative writer. He has stuck to some principles and has suffered and sacrificed for it. For every fight, courage is needed. Biren has ample of it.

I met him again many times, at Delhi (when he received the Sahitya Akademi Award; he was the youngest—and a guest at our small place above York Hotel in Connought place), Mysore (at Writers' Camp), P. E. N. Conferences, Allways ( M.

Govindan's All India Writers' Conference, where G. Sankar Kurup's Award was announced), Calcutta (at the inaugaration of Bharatiya Bhasha Parishad), Simla and so many other places. We have lived together, talked at length on all kinds of subjects from politics to psycho-analysis. He is a kindred soul. So I have been recommending his name to all such gatherings and Writers' Meet where they want an independent, free thinking Assamese representative writer. So he was the first to preside over Lohia Socialists' Angrezi Hatao Sammelan.

He has many good qualities which many a young and modern writer can emulate. He is a person of convictions. He is an idealist. He is simple and frugal in his habits, without any addictions. He is very humble and ever-open to new ideas. He is constantly reading and enlarging his horizons of knowledge. He is a very hard working person and does not spare any pains in collecting information about what he is writing. He is above all narrow prejudices, parochialism, linguistic and communal jingoism. He is, like me, ever learning. So has no airs about himself. He has great self respect. He flouted the AIR proposal to amend his poem on the 26th January Sarva Bhasa Kavi Sammelan. But he is not adament or inflexible, dogmetic or masochist like many of our leftist comerades-in-pen. His criticism is balanced and studied. He is very charming and sociable as a person. So I liked him when I met him first and that love at first sight continues.

It is very appropriate that the Jnanapith judges selected him for a Award. But even if he had not received this Award, I would have exactly written about him what I have said above. As a writer I have not read all what he has written, but some poems, some articles, some stories and two or three novels ( in translation ) are what I have read. My estimate is that he is a fiction writer who is finding his own way. In Assamese, as in all other Indian languages, there were two sets of stock writers amongst novelists : there was the Saratchandra model, who will sentimentally write about

the social ills, sad plight of women and paint either a frustated hero like Devadasa or a rebel like Sabyasachi ; or there was the Mulkraj Anand model, who wrote the Coolie and Untouchable and did in thirtees ( what Satyajit Ray did in the fiftees by putting *Pather Panchali* on world filmscene ) i. e. the realistic documentary of Indian poverty and deprivation. The reformer and the rebel combined in some novelists like Premchand in Hindi or V. S. Khandekar in Marathi or Kishenchander in Urdu. But with all these pink and red shades of 'social change', the 'socialist' novel was yet not in the picture. People in general public, the common reader or the 'sit-on-the-fence' professor or 'a-political' don swore by some writers who were according to them Indian prototypes of Victor Hugo or Gorky or Lu Hsum or Upton Sinclair—novelists like Manik Banerji in Bengal, or Yashpal in Hindi or P. Keshavadev in Malayalam, or A. N. Krishna Rao in Kannada. But in Assamese the best novels were *Jivan.r Bātat* (Birinchi Kumar Barua) or *Dāwar Āru Nāi* ( Jogesh Das ) representing these two schools. What Birendra did was to discard the old moulds and evolve a new pattern of his own in his *Iyāruingam, Shatoghni, Āi and Mrityunjaya.*

Birendra is a keen observer of life of persons, places, happenings and the motivations behind man's thinking and behaving in a particular manner. He is a student of cultural anthropology and social psychology. As a poet he sensitively handles language, with all its nuances. But as a prose narrative writer he is fully aware of the limitations of such a poetic style. He never falls into the trap of being common place in his narration, yet he never loses his grip on the reader's credibility. Herein lies the excellence of Birendrakumar as a story-teller and a novelist who will be remembered for long, and not just read and forgotten (like many other contemporary journalistic and realistic writings which are passed on under the garb of fiction ).

I have just-jotted down the ideas which arose foremost, in

my mind, while thinking about Birendrakumar Bhattacharya and his work. Let me confess I am only a friend of Birendra and not a critical or exhaustive reader of all what wrote in Assamese. He has obliged me by publishing my articles about other Indian literatures in *Ramdhenu*, when he was editing that literary magazine, He is a great admirer of Dr. Rammanohar Lohia, and respects Gandhi. He is also a keen student of Marxism and its literary application. So there are many areas of common interests between him and me. And after all this is being said what I like most about him is his ever-smiling face, his equipoise and balanced attitude—the perspective to keep proper distance from the immediate and the provocative. I have never seen him losing his temper. He should have been, I am sure, a very good teacher. Yet he does not pontificate, sermonise or ever hold 'holier than thou' ( orthodox Puritan, Gandhian ) or 'surer than thou' (dogmatic communist ) attitude. This is what I like most in him. Gita had said—*samatvam yogamuchyate.* If this kind of mental equilibrium is essential for an artist, it is in Birendrakumar in ample measure. With people like him in Assam, why should that part of the country be in such object state of 'alienation' —I do not know.

With all the negation and nihilist trends, let us hope better sense will ultimately triumph A person like Birendrakumar Bhattacharya will not only cogitate and emotively react, but give a positive and distinctive lead. Younger generation seems to be lost amongst petty, pugnacious, purblind, power-hungry politicians. Birendrakumar Bhattacharya is a ray of hope. He is an artist and understands the value of pain.

Let his pen be stronger and more effective.

# A Note on Mrityunjaya

Dr. Maheswar Neog

( A )

*Mrityunjaya* may be termed a historical novel as it takes a leaf from recent national life to tell a story ; but it is not exhausted in merely telling that story. It is a piece of moving human drama. We are very much conscious that the story concerns the subversive activities against the imperial war preparations put up by just a handful of people in one spot in one of the then very much secluded districts of Assam. But with the words and deeds of this handful the whole history of India moves and we see, as it were, the whole oppressed humanity of India engaged in a close struggle to sever all shackles. This has been achieved by a sort of strange alchemy—by making that struggle fight within the hearts of the rather simple dramatis personae ; by their attempts to take the meaning of that struggle in the context of Indian thought tradititions and, closer than that, in the humanism of the Vaishnava poetry of Assam deeply imbued in these hearts ; by evoking the spirit of revolt that Assam's history provides ( in the form of the 18th century Mayamariya revolt against the Ahom administration, when these Vaishnavas rushed to war to avenge their guru's insult ) ; by employing a language splendid in its simplicity and poetry, a language that comes out of the head and the heart and the mouth of the people thrown into a historical and emotional perspective. All this shows the author in the fullness of his growth, emotionally and intellectually.

Birendra Kumar has earlier made good attempts to reclaim recent and continuing historical happenings into the fictional world particularly in his *Iyāruingam* ( 1961 ), with its mirror fixed on the rebellious Nagas, and *Pratipad* ( 1970 ) which records in fictive terms the first great labour uprising in India, meaning, the Digboi AOC employees' strike of 1938. The first is a great novel, but it is not as moving as *Mrityunjaya*, lacking the sweetening qualities of language and subtle touches of nature which *Mrityunjaya* properly infuses. I have already said elsewhere that *Pratipad* is a great opportunity host, for it does not bring to us the thrill which we living in our youth in 1938 had direct from reports of the Digboi Struggle.

His other novels are *Rājpathe Ringiyāy* (1955), with its criticism of India's new-earned independence ; *Āi* (1961), depicting our tottering rural economy ; *Sataghni* (1965), set against the background of the Chinese aggression of 1962 ; *Vallarī* (1978), with its problems of the socially uprooted ; *Kabar āru Phul* (1972), put in the background of the birth pangs of Bangladesh ; the thin *Dāini* (1976), and *Phulkowarar Pokhighorā*, which is being serialised in a Gauhati monthly.

*Mrityunjaya* represents a second phase of the Quit India movement in Assam. All the political leaders had already been clapped into jail. Only a few remained outside as they absconded. Subversive action in an attempt to paralyse war preparations of the Allies against the Axis (against Japan, to be particular) was taken up by the people themselves in a few places. The Barpathar railrod derailment case had brought the imprisonment of Kushal Kowar ( who was being hanged in Jorhat Jail about the time of the *Mrityunjaya* happenings of Panikhaiti ) and others. The Sarbhog military aerodrome fire caused untold retaliatory harrasment of the people by the police and the army. Many had laid their lives early in the '42 struggle— Bhogeswari Phukanani, Tilak Deka in Nowgong, Kanaklata in Darrang, Madan and Rauta ( a boy of the Kachari tribe ) in Kamrup and quite a few others. Assam had already become a battle front, and the very face of the country

changed with various heavy military installations and the swarming influx of British and American soldiers. Terror was writ large across the Assam sky, with fighter and other aeroplanes ever fleeting through it through the days and huge anti-aircraft searchlights ploughing it through the nights. But the call came from J. P. and Lohia to continue the attempts to impede British war activities with guerilla tactics if possible.

The plot of the novel is set against this general background and brings into play the stir that was going on in the Nowgong district of the martyrs, Bhogeswari and Tilak. There was a division among the Congress rank and file over the question of taking to violent methods ; but the participation of the people in general with their hearts embittered by the killings and oppressive measures of the Government, was a spontaneous affair, It is this stir wide in the general hearts of the people, which the work gives artistic expression to and it is this that imparts a deep meaning to the tale. It is this stirred heart of the people which refuses to die in spite of the death of the principal characters—the saintly Chaitanyaite Mahat Goswami and the irreverent and raw rustic Dhanpur who operate the Panikhaiti derailment of military-carrying railway train killing hundreds of soldiers—and the imprisonment of their comrades, Rupnarayan, Ahina Kowar and others. It is this collective spirit of the people which is deathless—mrityunjaya ; it conquers death. The deaths and incarcerations do not render the drama into a tragedy, but only leaves us with a great hope that Independence is just round the corner.

The plot is simple enough but is unravelled, I should say, with supreme narative skill, which sustains our interest through suspense through numerous pieces of the human drama of love and hatred, of sacrifice and harrowing acts of cruelty, of conflicts within and all around. One does not sometimes escape the sense that with these small manouvers of this small group hidden in a forest in Assam, the fate of

India hangs in the balance or that Bharat Mata is just observing how these sons are striving to obtain her release.

The principal characters of the novel are magnificently developed into individuals with each a mind and heart of his or her own. The some-total of conflicts that rage in their minds—Mahat Goswami's, Rupnarayan's and of others—make for quite a strong undercurrent of thought on religion and morality, politics and society. This gives them their tone and colour. The writer, however, nowhere comes out with his own views, or work them out through any particular character. All the characters, moreover, belong to a particular region of the country, and this regional setting has made them what they are. There is a glimpse of tribal life too and a loveable tribal soul in the person of D mi, who brings a whiff of fresh air with her love and elemental simplicity and her strength of mind and character into tense situations. The novelist, however, does not bring a whole Garo village to our view, even though the souud of the Wangala festival and of people in panic for police raid reaches us and a few panic-striken Garos rush to the scene only to vanish away. Nor does the novelist make the narrative a documentary of the particular event but is more concerned the human values involved. It is a deep moment in the history of the nation, and he catches it to bring out these class. This gives a humanistic value to the work and renders it a piece of great human document.

( B )

Birendra Kumar Bhattacharya occupies a prominent place in the field of fiction in his own language, namely, Assamese. His contribution to the art of fiction has been solid, and this has been well acknowledged in connected critical circles. I need not perhaps go into this. It is gratifying to note that in his fifties now, he is still active in his creativity, giving us hopes of a mellow fruitfulness.

*Mrityunjaya* is a characteristically representative work of

the writer. In it Birendra Kumar, a Socialist iutellectual, goes to the very grass-roots of society, to the common man in the village, and speaks of his woes and aspirations. He finds all that is laudable and strong, great and good in man, in this common man. We know the writer knows him and paints him faithfully. *Mrityunjaya* is a drama of the common man's life. It is significant that in spite of the death of the principal characters and the incarceration of some other leading figures, the novel ends in an optimistic note. The events and characters belong to a living phase of modern Indian history. *Mrityunjaya* is the story of a phase, in limited time and space, of the Indian people's struggle for freedom. Bhattacharya has faith in man, and in the common man; he, however, poses the relevant and realistic question at the end through one of the characters: Will men be better when Indian Independence comes? Like many other queries, which are raised but not answered, this also pauses for a reply from continuing history.

Birendra Kumar is a good artist and would not let his tale with the historical backdrop slip into a mere documentary. On the other hand, he produces a fine piece of human document, vibrating with life and shining with much colour. The novel naturally has a good amount of historical narrative, but this is done into pieces and dovetailed into the human situations, which are his main concern, with consummate skill so as to give such situations more conviction.

Coming to the geography of it, we find that the scene of the novel is confined to a part ( the western ) of a district ( Nowgong ) in Assam; but our view on the country as a whole and even on the outside world is not shut out in this regional novel. The intensely human and universal is not missed.

Nature contributes charmingly well to the make of *Mrityunjaya*. The rivers and trees and green-covered hills of Assam enter the human tale in a large measure without the author waiting in the midst of his narrative and attempting

to paint for us the whole panorama. Even birds ( like the Lakshmi owl in Mahat Goswami's ashram and the sleek-plumed unknown bird resting over his head when he was keeping up his gun in position to shoot at the army watchmen at Panikhaiti ) and beasts ( like the antlered deer crying in the forest, portending sadness, and Goswami's cow mooing off and on after her calf had been killed by a tiger ) adds to the intensity of dramatic situations.

The story, simple by itself and not built on an architectural planning ( giving place for some one to complain that the novel leaves "loose ends" ), is told very much meaningfully and powerfully through a fine style, through dramatic situations and suspense, through vivifying touches of nature, insight into human character and a subtle philosophical overtone.

On the whole, it may not be a great novel but is certainly a good novel with certain striking features which give it a distinctive value. It possesses a dignity and serenity and a healthy view on life as would perhaps entitle it to a high esteem.

# পৰিশিষ্ট

## ডক্টৰ ভট্টাচাৰ্যদেৱৰ জীৱনৰ বিশেষ ঘটনা-পঞ্জী

১৯২৫, ১ মাৰ্চ—শিৱসাগৰৰ চাক্ৰাই চাহ বাগিচাত জন্ম।

১৯৪১—যোৰহাট চৰকাৰী হাইস্কুলৰ পৰা অসমীয়া, বুৰঞ্জী, ভূগোল আৰু সংস্কৃতত 'লেটাৰ' সহ ১ম বিভাগত প্ৰবেশিকা পৰীক্ষাত উত্তীৰ্ণ।

১৯৪২—বিয়াল্লিছৰ স্বাধীনতা আন্দোলনত যোগদান।

১৯৪৫—কটন কলেজৰ পৰা বি. এছ-চি পাছ।

১৯৪৫-৪৬—কলিকতাৰপৰা ওলোৱা অসমীয়া মাহেকীয়া কাকত 'বাঁহী' আৰু ইংৰাজী 'Advance' কাকতৰ সহ সম্পাদক।

১৯৪৭-৪৯—গুৱাহাটীৰপৰা ওলোৱা 'দৈনিক-অসমীয়া'ৰ সংবাদ-সম্পাদনা।

১৯৪৯-৫০—সাপ্তাহিক 'জনতা' কাকতৰ সম্পাদক।

১৯৫০-৫২—মণিপুৰৰ উখ্রুল হাইস্কুলত শিক্ষকতা।

১৯৫৩-৬৩—মাহেকীয়া আলোচনী 'ৰামধেনু'ৰ সম্পাদক।

১৯৫৬—গুৱাহাটী বিশ্ববিদ্যালয়ৰপৰা অসমীয়া বিষয়ত এম.এ.।

১৯৫৮, ৬ জুন—শ্ৰীমতী বিনীতা ভট্টাচাৰ্যৰ লগত বিবাহ।

১৯৬১—'ইয়াৰুইঙ্গম' উপন্যাসৰ বাবে সাহিত্য একাডেমী বঁটা লাভ।

১৯৬৩-৬৭—সাপ্তাহিক 'নৱযুগ'ৰ সম্পাদক।

১৯৬৭-বৰ্তমানলৈ—'দৈনিক অসম', 'Assam Tribune', 'ধৰ্মযুগ', 'দিনমান', 'Indian Literature', 'Man and Development' আদি কাকতৰ লগত লেখক হিচাপে বিশেষভাবে জড়িত।

১৯৬৮—প্ৰথম বাৰ ৰুছ দেশ ভ্ৰমণ।

১৯৬৮-৭৩—Economic and Political Weeklyৰ সংবাদ-দাতা।

১৯৭০-বৰ্তমানলৈ—Assam Arts and Craft Society-ৰ সভাপতি।

১৯৭১—'Humour and Satire in Assamese Literature' নামৰ গৱেষণা-গ্ৰন্থৰ বাবে গুৱাহাটী বিশ্ববিদ্যালয়ৰপৰা পি-এইচ. ডি. উপাধি

লাভ; কেৰালাৰ আৰ্নাকুলামত সাহিত্য' একাডেমীৰ দ্বাৰা অনুষ্ঠিত আলোচনা-চক্ৰত সক্ৰিয় অংশ গ্ৰহণ।

১৯৭৯—'মৃত্যুঞ্জয়' উপন্যাসৰ বাবে জ্ঞানপীঠ বঁটা ঘোষণা।

১৯৮০—দিল্লীৰ বিজ্ঞান ভৱনত আনুষ্ঠানিকভাৱে জ্ঞানপীঠ বঁটা লাভ; ভাৰত চৰকাৰৰ গৃহ-মন্ত্ৰালয়ৰ হিন্দী সলাহকাৰ (পৰামৰ্শদাতা) সমিতিৰ সদস্য।

১৯৮২—ভাৰতীয় লেখক সংস্থাৰ (Authors' Guild) সভাপতি; জব্বলপুৰ বিশ্ববিদ্যালয়ৰপৰা সম্মানিত ডি. লিট উপাধি লাভ।

১৯৮৩—সাহিত্য একাডেমীৰ উপ-সভাপতি; গুৱাহাটী বিশ্ববিদ্যালয়ৰ মনোনীত সদস্য; আঞ্চলিক গৱেষণা উপদেষ্টা পৰিষদৰ সদস্য; 'Man and Development'ৰ সম্পাদনা-উপদেষ্টা সমিতিৰ সদস্য; সাহিত্য একাডেমীয়ে মনোনীত কৰা ভাৰতৰ প্ৰেছ কাউন্সিলৰ সদস্য; গুৱাহাটী বিশ্ববিদ্যালয়ৰ অসমীয়া বিভাগৰ হৈ বিশ্ববিদ্যালয়ৰ অনুদান আয়োগ সমিতিৰ সদস্য; নেচনেল কুবিৰ সদস্য; ভাৰতীয় আন্তৰ্জাতিক কেন্দ্ৰৰ সদস্য; এলাহবাদ বিশ্ববিদ্যালয়ৰ Institute of Gandian Thought and Peace Studies-ৰ আজীৱন সদস্য; ভাৰতৰ লেখক সজাতি দলৰ নেতা হিচাপে কছ দেশ ভ্ৰমণ; বঙাই গাঁৱত অনুষ্ঠিত অসম সাহিত্য সভাৰ সোণালী জয়ন্তী অধিৱেশনৰ সভাপতি।

## ডক্টৰ ভট্টাচাৰ্যদেৱৰ গ্ৰন্থ-পঞ্জী

### (ক) উপন্যাস

১। ৰাজপথে ৰিঙিয়ায়, অসম জ্যোতি, গুৱাহাটী, ১৯৫৫।

২। আই, ১৯৬০ [মালয়ালম আৰু হিন্দীলৈ অনূদিত হৈছে]।

৩। ইয়াৰুইংগম, লয়াৰ্ছ বুক ষ্টল, ১৯৬০ [ইংৰাজীলৈ অনূদিত হৈছে]।

৪। শতঘ্নী, মিত্ৰ এজেন্সী, ১৯৬৫ [মালয়ালম, হিন্দী আৰু মাৰাঠীলৈ অনূদিত হৈছে]।

৫। নষ্টচন্দ্ৰ, শ্ৰীভূমি পাবলিছিং হাউছ, ১৯৬৮।

৬। সৰত কোঁৱৰ, 'পোহৰ', ১৯৬৯।

৭। 'মৃত্যুঞ্জয়', অসম বুক ডিপো, ১৯৭০; সাহিত্য প্ৰকাশ, ১৯৮০, [হিন্দী, ইংৰাজী, উৰিয়া আৰু মালয়ালম ভাষালৈ অনূদিত হৈছে]।

৮। বঙা মেঘ, 'আমাৰ প্ৰতিনিধি', ১২শ বছৰ, ২য় সংখ্যা, ১৯৭৩।

৯। পৰিব্ৰাজক, 'আমাৰ প্ৰতিনিধি', ১৩শ বছৰ, ২য় সংখ্যা, ১৯৭২।

১০। ভাৰতী, 'আমাৰ প্ৰতিনিধি', ১৯৬৯।

১১। চিনাকি সুঁতি, শ্ৰীভূমি পাবলিছিং হাউছ, ১৯৭১।

১২। ডাইনী, 'সংলাপ', ১৯৭১, ১৯৭৬।

১৩। অগ্নিগড়, 'আমাৰ প্ৰতিনিধি', চেপ্তেম্বৰ, ১৯৭১।

১৪। প্ৰতিপদ, 'সাহিত্য প্ৰকাশ', ১৯৭০ [ ভাৰতীয় বিভিন্ন ভাষালৈ অনূদিত হৈছে ]।

১৫। মল্লৰী, 'লয়াৰ্ছ বুক ষ্টল', ১৯৭৩।

১৬। কবৰ আৰু ফুল, বাণী প্ৰকাশ, ১৯৭২।

১৭। এটি নিশা, 'আমাৰ প্ৰতিনিধি', ১৩ শ বছৰ, ৫ম সংখ্যা, ১৯৭৩।

১৮। টব আৰু ইভা, 'আমাৰ প্ৰতিনিধি', বঙালী-বিহু সংখ্যা, ১৯৭৩।

১৯। মুনিচুনিৰ পোহৰ, 'আমাৰ প্ৰতিনিধি', এপ্ৰিল ১৯৭৬, ১৯৭৯।

২০। ফুল কোঁৱৰৰ পখী-ঘোঁৰা, 'প্ৰকাশ', ১৯৭৮।

২১। কালৰ হমুনিয়া, অসম লেখক সমবায় সমিতি লিঃ, ১৯৮২।

## (খ) নাটক ( অপ্ৰকাশিত )

**ৰেডিঅ' নাট :** (১) জোনালী, (২) ভাৰতী, (৩) শকুন্তলা, (৪) যজ্ঞ, (৫) মুক্তি, (৬) শতঘ্নী, (৭) মুখা, (৮) বিবেক, (৯) সোণৰ ভোগজৰা, (১০) খহনীয়া, (১১) টুবটুকি, (১২) অহল্যা, (১৩) বলিয়া বৰাগী। মুঠ নাটক ১৫০ খন।

**মঞ্চনাট :** (১) ব্ৰহ্মচাৰী। [ ফৰাচী নাট্যকাৰ মলিয়েৰৰ 'Turtusse'-ৰ অনুবাদ ]

**একক অভিনয় :** (১) গোমধৰ কোঁৱৰ, (২) পিয়লি ফুকন, (৩) মণিৰাম দেৱান, (৪) কুশল কোঁৱৰ, (৫) এজন খঙাল যুৱক।

## (গ) গল্প-পুথি

(১) কলং আজিও বয়, ১৯৬২।

(২) সাতসৰী, ১৯৬৩।

[ ড° ভট্টাচাৰ্যৰ প্ৰায় তিনি কুৰি গল্প বিভিন্ন আলোচনীত প্ৰকাশিত হৈছে ।]

## (ঘ) জীৱনী

(১) শ্ৰীঅৰবিন্দ, প্ৰকাশন পৰিষদ, ১৯৭৩।

(২) বঙ্গদেশৰ নৱজাগৰণ আৰু ঈশ্বৰচন্দ্ৰ বিদ্যাসাগৰ, ১৯৭০।

২) কৰ্মবীৰ চন্দ্ৰনাথ শৰ্মা, প্ৰকাশন পৰিষদ ( যন্ত্ৰস্থ )।
[ ইয়াৰ উপৰি ড° ভট্টাচাৰ্যই লেখা একুৰিৰো অধিক জীৱনীমূলক প্ৰবন্ধ 'ৰামধেনু', 'নৱযুগ', 'দৈনিক অসম', 'অসম বাতৰি' আদিত প্ৰকাশিত হৈছে। ]

## (ঙ) ভ্ৰমণ কাহিনী

(১) সীমাই আমনি কৰে, লেখকৰ দ্বাৰা প্ৰকাশিত, গুৱাহাটী, ১৯৭৫।

## (চ) সাহিত্য-সংস্কৃতি বিষয়ক গ্ৰন্থ

(১) ডেৰশ বছৰৰ অসমীয়া সংস্কৃতিত এভুমুকি, অসম প্ৰকাশন পৰিষদ, ১৯৭৮।
(২) মণিন উছৰ, অসম সাহিত্য সভা, ১৯৭৪।
(৩) সংবাদ সাহিত্য ১৯৭৪।
(৪) *Humour and Satire in Assamese Literature*, Sterling Publishers Private Ltd., 1982.

## (ছ) অনূদিত গ্ৰন্থ

(১) Earnest Hamingway-ৰ '*For Whom the Bell tolls*-ৰ অনুবাদ 'দেৱ দুন্দুভি বাজে কাৰ বাবে', শ্ৰীভূমি পাবলিছিং হাউছ।
(২) শৰৎ চন্দ্ৰৰ উপন্যাস, 'পৰিণীতা' ১৯৪৭।
(৩) ডি. ডি. কোসাম্বীৰ 'ভাৰতৰ ইতিহাস'।

## (জ) কবিতা

১৯৪৩-৭৯ লৈবিভিন্ন কাকতত ভট্টাচাৰ্যৰ প্ৰায় ডেৰশ গীত আৰু কবিতা প্ৰকাশ হৈছে; কিন্তু এইবোৰৰ সংকলন এতিয়াও ওলোৱা নাই।

## (ছ) প্ৰবন্ধ

ভট্টাচাৰ্যই ইংৰাজী আৰু অসমীয়াত লিখা সাহিত্য, সংস্কৃতি, ৰাজনীতি, অৰ্থনীতি, ধৰ্ম আদি বিভিন্ন বিষয়ৰ প্ৰবন্ধ আৰু সমসাময়িক বিষয় লৈ লিখা সম্পাদকীয় নিবন্ধ বাতৰি কাকত, আলোচনী, স্মৃতিগ্ৰন্থ, আদিত সিঁচৰতি হৈ আছে। তেনে ৰচনাৰ সংখ্যা দু হেজাৰমান অধিক হ'ব।

## COMMENT : A UNIQUE CREATION

When Birendra Kumar was awarded the Sahitya Akademi prize for the best Assamese work in 1961 he was 34 years of age and already established himself as a very distinguished novelist in his language, but the prize-winning novel, *Iyaruingam*, was a unique creation, as a moving story of the Tangkhul Nagas of Ukhrul in Manipur.........I call *Iyaruingam* a unique creation because when it appeared we normally turned to the works of Fulr Haimendorf or Verrier Elwin or to census reports for our knowledge about the Nagas and our approach would be mostly anthropological. Birendra kumar presented the Nagas as part of the human situation in the country and he presented them with an imaginative sympathy and understanding which go into the making of a great work of art. Birendra kumar's Jnanpith winning novel *Mrityunjay* too has a strikingly original theme as a story of underground subversive action in Assam during the Quit India movement of 1942, involving in a common fate the people of plains and hills. It raises the question of violence and non-violence as instrument of political struggle and the author presents with the objectivity of a true artist the dialectic of contrary principles within a single soul, yet it is no more a documentary of the august movement than Dicken's *Tale of two cities*, is a documentary

of the French Revolution. It is a moving human story—which affirms the dignity of man in the midst of dire fate. Birendra kumar's perceptions of the various reaches of human feelings enable him to integrate in his story several levels of experience in a unified vision of life, of nature, man and history, which he weaves into a single reality in the novel.

**Dr. Rabi Kumar Dasgupta**
Prof of English, and
ex-Director of National
Library, Calcutta.